# ASAMIYA SAHITYAR CHANEKI

OR

# TYPICAL SELECTIONS

FROM

## ASSAMESE LITERATURE

Vol. III

MODERN PERIOD

Part I

EDITED BY

HEMCHANDRA GOSWAMI

ASSAM CIVIL SERVICE







PUBLISHED BY THE

UNIVERSITY OF CALCUTTA

1923



# Outlines of a Scheme for the Advanced Study of the Indian Vernaculars

By

**Sir Asutosh Mookerjee**

The time has long passed away when elaborate arguments vere needed to make even Indian scholars realise the vital mportance of a critical and scientific, historical and omparative study of the great Indian vernaculars During he last twelve years, fortunately, the opinion has steadily ained ground that the intellectual activity of a corporation f scholars in this country may be most profitably directed owards a systematic investigation of the language and iterature of our chief vernaculars. The duty has, indeed, een officially imposed upon one of the Indian Universities to ncourage research in vernacular literatures and languages nd to foster their growth, by the publication of critical ditions of early texts, and by historical investigations of their rigins, early development and ramification into a variety of ialects. I have long maintained the view that a subject so xtensive in scope, so well calculated to rouse intellectual uriosity, may fittingly be included in the scheme for our ighest Degree Examinations. But this object can be uccessfully attained, only after the materials for study and nvestigation have been made easily accessible to teachers and tudents. This was precisely my purpose, when I induced Rai Saheb Dineschandra Sen to prepare, for the University, olumes of Typical Selections in Bengali on a comprehensive

scale These volumes present the development of the Bengali Language and Literature in a style never before attempted and have been enthusiastically acclaimed by competent scholars working in various seats of learning, in and beyond India. I am emphatically of opinion that the time has arrived when a further definite advance should be made in this direction, and plainly, the initiative should be taken by the Post-Graduate Department of the University. Animated by this desire, I have utilised my recent visits, in my capacity as a Member of the University Commission, to different parts of India, in discussing this question with a number of distinguished scholars, and I am now in a position to lay before my colleagues the outlines of my plan. My proposal in substance is that the services of competent scholars, wherever available, should be secured to prepare a series of volumes of Typical Selections, dealing with the chief Indian Vernaculars and illustrating the origin and development of both the language and the literature. The Selections will be made from sources published and unpublished, and manuscript materials will be utilised to the fullest extent desirable. The general plan of the volumes will be historical and critical, similar to that adopted for the Bengali Typical Selections, and I venture to entertain the hope that if the Selections are judiciously made, they will not only serve to illustrate linguistic and literary evolution, but will also help to illuminate many a dark corner of social, religious and administrative history. Each volume will be furnished with an introduction, glossary, notes and appendices. The volumes, as they become ready, will be published by the University and will no doubt tend to enhance its reputation as a true seat of learning. It is difficult to determine in advance the exact amount of honorarium which should be offered to each editor, as it must depend largely upon the extent of the individual work; but it may be generally stated that the amount will ordinarily vary between Rs. 1,000 and Rs. 2,000. I am glad to be able

to state that I have already secured the services of competent scholars for the undermentioned languages :

### Marathi

Mr. D. R. Bhandarkar, M.A., Carmichael Professor of Ancient Indian History and Culture.

### Prakrit

Dr. P. D. Gune, M.A., Ph.D., Professor, Fergusson College, Poona, under the guidance of Sir Ramkrishna Gopal Bhandarkar, K.C.I.E., M.A., Ph.D., LL.D.

### Assamese

Srijut Hemchandra Goswami.

Mr. Goswami has drawn up, with my approval provisionally given, the following scheme for compilation of the Typical Selections in Assamese :

" I propose to divide the Assamese Literature into six different periods on historical and philological consideration.

The first period begins about 600 A.D., when the great Chinese traveller Hiuen Tsang visited the country and extends up to 800 A.D., when the aphorisms of *Dak* were first reduced to writing. During this period, the literature remained in an unwritten state, and it was entirely lyrical in its nature. The cradle songs, the pastoral songs, the Bihu songs and the Ballads of Assam belonged to this period or **गीति युग** ।

The second period begins about 800 A.D. when the *mantras* and the aphorisms were first reduced to writing and extends up to 1200 A.D., the time when the regular written literature took its birth. I propose to style this period as the period of mantras and aphorisms or **मन्त्र आरु भनिता युग** ।

The third period begins about 1200 A.D.* when the translation of the Purans and Ramayana was taken in hand for the first time by writers as Hema Saraswati, Madhaba Kandali and Pitambara Dwija to prepare the way for Vaisnavism in the next period and extends up to 1450 A.D., the time of Sankara's birth. I propose to call this as the Pre-Vaisnav period or प्राग-वैष्णवी युग।

The fourth period commences from 1450 A.D. with the birth of Sankara Deva, the great exponent of Vaisnavism in Assam, and extends up to about 1600 A D. All the great writers of ancient Assamese literature flourished in this period, and the literature was chiefly employed in this period for the propagation of Vaisnavism. I propose to call this as the Vaisnavite period or वैष्णवी युग।

The fifth period begins about 1600 A D with the consolidation of the Ahom Power in the country and extends up to 1860 A.D., about which time the country came under the British Rule. This period was marked by great literary activity, and numerous books were written on a variety of subjects by writers of all grades; but on the whole it was a period of deterioration owing to the depredations caused by the Burmese and the Moamaries. As the literature in this period lost in depth, it gained in surface and so I propose to call this the period of extension or विस्तार युग।

The sixth and the last period commences in 1800 A.D. with the advent of the British, and continues up to the present time. With the spread of English education, the Vernacular literature of the country assumed a new mould; I propose to call this the modern age or वर्त्तमान युग and fix its limit at 1900 A.D.

The compilation will consist of two volumes of 1,000 pages each; it is proposed to form the first volume with selections from the first four periods and the second volume with selections from the last two periods. An Introduction

in English will be added to the first volume dealing with the history of the language and the literature and a glossary of archaic words with meanings will be put at the second volume."

I am in communication with scholars interested in some of the other Indian Vernaculars and I hope when negotiations are sufficiently advanced, to lay before my colleagues supplementary proposals.

ASUTOSH MOOKERJEE

*The 29th June 1918.*




# নিবেদন

ভাৰতৰ উজ্জ্বল ৰত্ন চাৰ আশুতোষ মুখাৰ্জিৰ বহু চেষ্টাৰ ফলত কলিকতা বিশ্ববিদ্যালয়ে যেতিয়া ভাৰতীয় ভাষা বিলাকক এম. এ মহলাত ঠাই দিলে, তেতিয়া ভাৰতৰ আন আন ভাষা বিলাকৰ লগত অসমীয়া ভাষাকো সেই শাৰিত বহুৱাবলৈ অসমীয়া ভাষা আৰু আসামৰ উচ্চশিক্ষাৰ পৰম বন্ধু চাৰ আশুতোষ মুখাৰ্জিয়েই প্ৰথমে প্ৰস্তাৱ কৰে। যদিও সেই প্ৰস্তাৱত বিশ্ববিদ্যালয়ৰ আন আন বঙ্গালী কৰ্ত্তা সকলে বহুত হকাবধা কৰিছিল তথাপি আসাম-বন্ধু মুখাৰ্জি মহোদয়ৰ অক্লান্ত পুৰুষাৰ্থত তেখেতৰ চেষ্টা ফলৱতী হল আৰু অসমীয়া ভাষাই বিশ্ববিদ্যালয়ৰ সৰ্ব্বোচ্চ মহলাত ভাৰতৰ আন আন ভাষাৰ লগত ঠাই পালে। ১৯১৮ চনত "চেডলাৰ কমিচনৰ" লগত চাৰ আশুতোষ মুখাৰ্জি মহোদয় যেতিয়া গুৱাহাটীলৈ যায় তেতিয়া গুৱাহাটীত তেখেতে আসামৰ কেইবাজনা গণ্য মান্য সাহিত্যিক আৰু শিক্ষিত মানুহৰ লগত অসমীয়া ভাষা বিশ্ববিদ্যালয়ৰ এম. এ মহলাত তোলাৰ সম্বন্ধে আলোচনা কৰে, আৰু সেই উদ্দেশ্যে অসমীয়া ভাষাৰ আদিৰে পৰা বৰ্ত্তমান সময়লৈকে প্ৰধান প্ৰধান লিখক সকলৰ লিখাৰ পৰা অলপ অলপ তুলি গোটাই এখন পুথি যুগুত কৰা স্থিৰ হয়। সেই গুৰু কামৰ ভাৰ আমাৰ প্ৰবীণ সাহিত্যিক, আসামৰ একমাত্ৰ প্ৰত্নতত্ত্ববিদ, পণ্ডিতপ্ৰৱৰ শ্ৰীযুক্ত হেমচন্দ্ৰ গোস্বামী দেৱক দিয়া হয়। গোসাইদেৱে বহু পৰিশ্ৰম কৰি ১৯২১ চনত সেই পুথি গোটাই বিশ্ববিদ্যালয়ৰ হাতত দিয়েহি। সেই সময়তে আসামৰ কৃতী সন্তান ভাৰত বিখ্যাত স্বৰ্গীয় ভোলানাথ বৰুৱাই এই পুথি ছপাবলৈ বিশ্ববিদ্যালয়ক দহহেজাৰ টকা দিবলৈ প্ৰতিশ্ৰুত হয়, আৰু তাৰ দুহেজাৰ তেতিয়াক বিশ্ববিদ্যালয়ক দিয়ে। সেই টকাৰে বিশ্ববিদ্যালয়ে নিজৰ খৰচতে পুথি ছপাবলৈ আৰম্ভ কৰে। আৰু সেই ছপা কামৰ তত্ত্বাৱধান কৰিবলৈ বিশ্ববিদ্যালয়ৰ পৰা আমাৰ ওপৰত ভাৰ দিয়া হয়। গোটেইখন পুথি তিনি খণ্ডকৈ ভাগোৱা হৈছে। আদিৰে পৰা ইংৰাজী ১৫ শতিকাৰ শেহলৈকে প্ৰথম এখণ্ড, ১৬ শতিকাৰ আৰম্ভৰে পৰা ১৮ শতিকাৰ শেহলৈ দ্বিতীয় খণ্ড, আৰু ১৯ শতিকাৰ আৰম্ভৰে পৰা বৰ্ত্তমান সময়লৈ তৃতীয় খণ্ড। প্ৰত্যেক খণ্ডই প্ৰায় ৭০০ পিঠিৰ একোখন বৃহৎ পুথি হব।

প্ৰথম আৰু দ্বিতীয় খণ্ডৰ কাম অলপ বাকী থকাত আমি প্ৰথমে তৃতীয় খণ্ড পুথি চপাবলৈ আৰম্ভ কৰো। আজি এবছৰ বহুচেষ্টা কৰি সেই তৃতীয় খণ্ডৰে প্ৰথম ভাগ ৰাইজৰ আগলৈ উলিয়াই দিয়া হল। বাকী ভাগো আশাকৰোঁ অলপতে আমি ৰাইজৰ হাতত দিব পাৰিম।

ইয়াতে আমি এই পুথিৰ বৰ্ণবিন্যাস সম্বন্ধে দুষাৰ কব খোজো। আমাৰ ভাষাৰ ক্ৰমিক পৰিবৰ্ত্তন দেখুৱাবৰ নিমিত্তে যিমান দূৰ পৰা যায়, যি সময়ৰ লিখা সেই সময়ৰ বৰ্ণবিন্যাস ৰাখিবলৈ চেষ্টা কৰা হৈছে, গতিকে পুথিত সময় বিশেষে বৰ্ণবিন্যাসৰ লৰচৰ পোৱা যাব। আমি আশাকৰো ইয়াৰ দ্বাৰাই আমাৰ ভাষাৰ ক্ৰমোন্নতিটো দেখা যাব।

আৰু এটা কথা আমি ইয়াত উল্লেখ কৰিব লগীয়া এই যে, এই পুথি আমাৰ এটা ডাঙৰ জাতীয় সম্পত্তি গতিকে পুথি যিমান দূৰ নিৰ্ভুল আৰু দোষশূন্য কৰিব পৰাযায় তাৰে চেষ্টা কৰা গৈছিল। শ্ৰীযুতগোসাইদেৱৰ আৰু বিশ্ববিদ্যালয়ৰো সেয়ে ইচ্ছা আছিল, কিন্তু বৰ দুখেৰে জনাব লগীয়া হল যে, আমি নানা কাৰণত তাত সম্পূৰ্ণ ৰূপে কৃতকাৰ্য্য হব নোৱাৰিলো। পুথিত কিছু বৰ্ণাশুদ্ধি আৰু ছপাৰ ভুল ৰৈ গল। গতিকে পুথিৰ শেহত এখন শুদ্ধবৰ্ণি পত্ৰ দিব লগা হল। বাকী কেইখণ্ড পুথিত যাতে এনেবোৰ দোষ নহয় তাৰ বাবে আমি যিমনদূৰ সম্ভৱ চেষ্টা কৰিম।

এই কথাখিনি আমি এই বৃহৎ গ্ৰন্থৰ পাতনি স্বৰূপে লিখা নাই। ইয়াৰ পাতনি ইয়াক যুগুত কৰোঁতা বিষ্ণু গোসাইদেৱেই লিখিব আৰু তাক প্ৰথম খণ্ডৰ লগত ছপোৱা হব। এই দুষাৰ কথা কেৱল ৰাইজক এই পুথিৰ চিনাকি দিবলৈহে লিখা হল।

চিনেট হাউচ,
কলিকতা ইউনিভাৰ্চিটি,
আগষ্ট, ১৯২৩

শ্ৰীঅম্বিকানাথ বৰা

---

# নিৰ্ঘণ্ট

| বিষয় | পিঠি |
|---|---|




# অসমীয়া সাহিত্যৰ চানেকি।

## সূৰ্য্য খড়ি দৈবজ্ঞ।

[এই লিথক জনৰ জন্মভূমি মঙ্গলদৈ আছিল। তেওঁ ইংৰাজী ১৮ শতিকাৰ শেহ ভাগত জন্মগ্রহণ কৰিছিল। তেওঁ সেই কালৰ এজন বিখ্যাত পণ্ডিত আছিল।* তেওঁ অসমীয়া ভাষাত দৰঙ্গৰাজবংশাৱলী আৰু সংস্কৃত ভাষাত বিখ্যাত ৰাজমাৰ্ত্তণ্ড নামে জ্যোতীষীয়া গ্রন্থৰ এখন পাণ্ডিত্যপূর্ণ টীকা লিখিছিল। দৰঙ্গ প্রদেশৰ ৰজা সমুদ্রনাৰায়ণৰ আদেশত তেওঁ দৰঙ্গৰাজ-বংশাৱলী নামেৰে নানা ৰঙৰ চিত্রেৰে ৰঞ্জিত পুথিখন লিখে। যদিও তেওঁ দৰঙ্গ ৰজাৰ দেশৰ লোকহে আছিল, তথাপি তেওঁৰ পাণ্ডিত্যৰ সন্মানৰ অৰ্থে অসম ৰজায়ো তেওক নিষ্কৰ মাটি দান কৰিছিল। সেই মাটি দান কৰা তামৰ ফলি এতিয়াও তেওঁৰ বংশৰ শ্রীযুত গুণাৰাম দৈবজ্ঞৰ হাতত আছে। এই তামৰ ফলিৰ তাৰিখ হৈছে ১৭২০ শক অৰ্থাৎ ১৭৯৮ ইং চন।]

---

দৰঙ্গৰাজবংশাৱলী।

আত অনন্তৰে কথা শুনা মহামতি।
বিশ্বসিংহ নাম যিতো প্রধান নৃপতি ॥
মহাদানী মানী সৰ্ব্ব ধৰ্ম্মত পাৰ্গত।
অম্রাৱতী পুৰে পুৰন্দৰ যেন মত ॥১৪৭॥

তাৰ সম কোন আছে ভকত বৎসল।
একছত্ৰে পালিলন্ত ধৰণী মণ্ডল ॥
আগে নানা পৰাক্ৰম কৰিলা যতেক।
সংক্ষেপ পৰাৰে তাক কহিবো কতেক ॥

একদিন সভা মধ্যে কৰি আলোচন।
মন্ত্ৰীক সম্বুদ্ধি ৰাজা বুলিলা বচন ॥
মাঙ্গল্য ৰজুত দ্ৰব্য আনা শীঘ্ৰ কৰি।
যুবৰাজ শিশুক পাতিবোঁ আজি ধৰি ॥

নৃপতিৰ শুনি হেন প্ৰচণ্ড বচন।
আনিলা সকলে দ্ৰব্য যত ভৃত্যগণ ॥
সমস্ত তীৰ্থৰ জল কৰি এক ঠাই।
ব্ৰাহ্মণ দৈবজ্ঞগণ অনাইলা মতাই ॥১

বিজয় মূহুৰ্ত্ত ক্ষণ তেসম্বে কহিলা।
সেই বেলা যুবৰাজ শিশুক পাতিলা ॥
শঙ্খ ঘণ্টা ঢাক ঢোল শিঙ্গা কালি ভেৰী।
জয়কালি ৰামবেনা বজাৰে মহৰি ॥

খোল কৰতাল বাৰে নাগাৰা মৃদঙ্গ।
দোতোঁৰা সাৰিণ্ডা বাঁশী ৰবাব উপাঙ্গ ॥
ৰামতাল ৰামবীণা বাজে বৰকাংখ।
সপ্তস্বৰা কলন্দাৰ বজাৰে অসংখ্য ॥

আনো অসংখ্যাত বাদ্য অনেক বাজয়।
সংক্ষেপে কহিলোঁ পদ বাহুল্যক ভয় ॥
সেহি সময়ত সৈন্য আছিলা যতেক।
তাৰ সংখ্যা কৰি কোনে কহিব প্ৰত্যেক ॥

গাৱে গাৱে সমস্তৰে সন্তোষিলা মন।
যাক যথোচিত ৰত্ন ধন দিলা দান ॥
দুখী ভিখী দেশান্তৰী যতেক আছিলা।
অদৰিদ্ৰ কৰি সমস্তকে দান দিলা ॥

পণ্ডিত ব্ৰাহ্মণগণ দৈবজ্ঞ যতেক।
সমস্তকে গাৱে গাৱে তুষিলা প্ৰত্যেক ॥
ৰাজ্যক পুষিলা অন্ন জল কৰি দান।
নাহিকয় যুবৰাজ তাহান সমান ॥

সম দম ভেদ দায়া অস্ত্ৰ শাস্ত্ৰ যত।
শৌচাচাৰ গীত বাদ্য সবাতে পাৰ্গত ॥
সুন্দৰ শৰীৰ ধীৰ গম্ভীৰ স্বভাৱ।
দেৱ দ্বিজ সাধু ভক্ত পূজে সৰ্ব্বভাৱ ॥

নাহি লোভ মোহ উপবাসে সদা মন।
দুষ্টক দণ্ডয় বৈৰ কৰে সংহাৰণ ॥
সত্যবাদী জিতেন্দ্ৰিয় জানে কাল দেশ।
পৰ উপকাৰে মতি ধৰ্ম্মাত্মা বিশেষ ॥

মন্ত্ৰীবাক্য সদা নেৰে সবাতে বিনয়।
বল বীৰ্য্য পৰাক্ৰম বুদ্ধি আতিশয় ॥
আনো নানা গুণগণ যতেক আছয়।
সংক্ষেপে কহিলো কৰি বাহুল্যক ভয় ॥

যুবৰাজ চৰিত্ৰক এহি মানে থওঁ।
তাত পাচে যি কৰিলা তাক কিছু কওঁ ॥
যুবৰাজ পাতি পাচে শিৱৰ নন্দন।
কাহাক পাতিবোঁ মন্ত্ৰী গুণে মনে মন ॥

ভালৰেসে ভাল হয় হীন বংশে হীন।
ধনী বংশে ধনী হয় দুঃখী বংশে দীন॥
চোৰ বংশে চোৰ হয় সন্ত বংশে সন্ত।
শ্ৰেষ্ঠ বংশে মন্ত্ৰী সৰ্ব্ব শাস্ত্ৰত কহন্ত॥১৬০॥

অসন্ত বস্তুৰ কৈতো নাহিকে প্ৰকাশ।
সন্ত বস্তু হৈলে কদাচিতো নাই নাশ॥
এহি মনে গুণি সাৰ কৰিয়া মনত।
দূতক সম্বুদ্ধি বাক্য বোলে সমাজত॥

শ্ৰেষ্ঠ বংশে জন্ম যিতো মেচ বাৰ ঘৰ।
মোহোৰ আদেশে তাঙ্ক আনিও সত্বৰ॥
এহি বুলি শীঘ্ৰে দূত পাঞ্চিয়া দিলন্ত।
বাৰয় ঘৰৰ বাৰ গোটা অনাইলন্ত॥

পানবৰ বৰিহনা ফেদফেদো ৰাই।
ভেদেলা যে গুৱাবৰ বৈহাগু জগাই॥
নামত কাঠিয়া মেঘা গড়কাটা বীৰ।
ডোখোৰা যে যুদ্ধাবৰ বুদ্ধিমন্ত ধীৰ॥

এহি বাৰ জন আনি শুভক্ষণ চাই।
সবাকে পাতিলা কাৰ্জ্জি আজ্ঞাক শুনাই॥
বৰিহনা বৈহাগু দুতয় বুদ্ধিমন্ত।
মন্ত্ৰী কাৰ্য্যে তাৰা দুইকো আদেশ দিলন্ত॥

বৰিহনা চৰিত্ৰ শুনিয়ো যেন হয়।
বুদ্ধিৰ সাগৰ কাল দেশক জানয়॥
সন্ধি বিগ্ৰহক জানে শাস্ত্ৰত পণ্ডিত।
সাৰথিৰ কৰ্ম্ম বুজে ৰাজাৰ ইঙ্গিত॥

নৃপতিক চিন্তে জিতেন্দ্রিয় গুণৱন্ত।
যুদ্ধত নিপুণ সর্ব্ব ধর্ম্মক জানন্ত॥
দুষ্টৰ সম্বন্ধি যেন অন্তক সমান।
অপ্রমত্ত দয়াৱন্ত বুদ্ধিত সুজন॥

আত অনন্তৰে বৈহাগুৰ সেন নয়।
সংক্ষেপ কৰিয়া কহোঁ জানিবা নিশ্চয়॥
লোভ মোহ খল দম্ভ ক্রোধ বিবর্জ্জিত।
পৰম মন্ত্রজ্ঞ ধন পুত্র প্রতিষ্ঠিত॥

ধৰ্ম্মশাস্ত্র জানে শৌচাচাৰে সদা মন।
মিত্রলাভ আদি মন্ত্রণাত শ্রেষ্ঠ জন॥
উত্তম মধ্যম প্রাকৃতৰ যেন নয়।
দৃষ্টি মাত্রে সমস্তৰে চিত্তক বুজয়॥

দেৱত পিতৃত ভক্ত সর্ব্ব গুণান্বিত।
দুষ্টক দণ্ডিত মন সন্তক পালিত॥
এহি দুই মন্ত্রী তান জগততে সাৰ।
শুনিয়োক সেনাপতি যেহেন ৰাজাৰ॥

যুদ্ধাবৰ নাম তান জগতে বিদিত।
মহা বুদ্ধিমন্ত সর্ব্ব শাস্ত্রত পণ্ডিত॥
ঐশ্বর্য্য যুগুত জিতেন্দ্রিয় অপ্রমত্ত।
ধনুর্ব্বেদ জানে দৃষ্টিশিক্ষাত পাৰ্গত॥১৭০॥

দিনে ৰাত্রি নৃপতিক চিন্তিয়া থাকয়।
ত্যাগত কুশল সুন্দৰত শুচি নয়॥
অশ্বশিক্ষা বিশাৰদ লোকহিতকাৰী।
যুদ্ধাযুদ্ধ সন্ধি বিগ্রহৰ অধিকাৰী॥

নাহি ৰাগ দ্বেষ শুদ্ধচিত্ত সত্যবাদী।
নিতান্তে পূজয় দেৱদ্বিজ ভক্ত আদি॥
পৰম কৃতজ্ঞ দেশ কালক জানয়।
মহা তত্ত্বগামী ধৰ্ম্ম কাৰ্য্যে প্ৰবৰ্ত্তয়॥

হেনয় লক্ষণযুক্ত ভৈলা সেনাপতি।
বিপ্ৰৰ চৰিত্ৰ কহোঁ শুনিয়ো সম্প্ৰতি॥
সাৰ্ব্বভৌম নামে ভৈলা ৰাজ পুৰোহিত।
চাৰিবেদ চৈধ্য শাস্ত্ৰ সবাতে পণ্ডিত॥

শ্ৰুতি স্মৃতি বেদ বেদাঙ্গৰ তত্ত্ব জানে।
জানয় বিশেষ চতুঃষষ্টি কলা মানে॥
বাৰ কন্ধ ভাগৱত পুৰাণ যতেক।
সপ্তকাণ্ড ৰামায়ণ ভাৰন্ত প্ৰত্যেক॥

অঠৰয় তন্ত্ৰ কাব্যগণ যতযত।
গীত বাদ্য আদি কৰি সবাতে পাৰ্গত॥
বাঁহ কাঠ আদি কৰি আনো যত কাম।
সবাকে জানয় এতে সাৰ্ব্বভৌম নাম॥

ধ্যান মন্ত্ৰে তুষিলেক পাৰ্ব্বতী গোঁসানী।
যেহি বোলে সেহি হোৱে বাক্য নহে হানি॥
পৰম গহন ধৰ্ম্ম শাস্ত্ৰত পাৰ্গত।
নৃপতিক ধৰ্ম্ম শিক্ষা দেন্ত নানামত॥

আতপৰে দৈবজ্ঞৰ শুনা যেন নয়।
শ্ৰীধৰ যাহাৰ নাম প্ৰকাশ কৰয়॥
গ্ৰহ নক্ষত্ৰৰ গতি ৰাশি হোৰা গ্ৰন্থ।
ভূত ভবিষ্যত বৰ্ত্তমানক জানন্ত॥

মহাশান্ত মতি ধীৰ পৰম পণ্ডিত।
নৃপতিৰ হিত মাত্র বাঞ্ছে প্রতিনিত ॥
নৃপে যত ধৰ্ম্ম কাৰ্য্য কৰে নিৰন্তৰ।
গণিয়া কহয় তিথি নক্ষত্র বাসৰ ॥

কালচক্র গণি শুভ অশুভ যতেক।
নৃপতিৰ আগে গৈয়া কহন্ত প্রত্যেক ॥
অশুভ হৰয় গ্রহগণ যত যত।
সমস্তকে পূজা কৰে নৃপৰ সম্মত ॥

আত পৰে বৈদ্যৰ চৰিত্র শুনিয়োক।
যাহাৰ কাৰণে সবে গুচে ৰোগ শোক ॥
বেদ শাস্ত্র জানে ব্যাধি চিনয় নিশেষ।
মহৌষধি গুণগণ জানয় বিশেষ ॥১৮০॥

সবে ব্যাধি নষ্ট কৰে ঔষধৰ বলে।
অভিচাৰ মন্ত্র যন্ত্র জানয় সকলে ॥
সাম যে অথৰ্ব্ব বেদ শান্তি কৰ্ম্ম যত।
ভোজনৰ হিতাহিত জানন্ত সমস্ত ॥

সবে গুণান্বিত সিতো পৰম প্রধান।
যাত পৰে বৈদ্য আৰ নাহি আন থান ॥
নৃপৰ তাম্বুলী যেন শুনা আত পৰে।
শাস্ত্রত পণ্ডিত ধৰ্ম্ম জানে নিৰন্তৰে ॥

পৰম নীতিজ্ঞ ধীৰ সুচাৰু বচন।
প্রসিদ্ধে জানয় তাম্বুলৰ গুণগণ ॥
অহোৰাত্রে তাম্বুলক সদা যোগাৱয়।
নৃপতিত পৰে অন্য দেৱ নজানয় ॥

হেনয় লক্ষণ যুক্ত তাম্বুলী নৃপৰ।
সুপকাৰ লক্ষণ শুনিয়ো আতপৰ॥
কুলীন গম্ভীৰ জিতেন্দ্ৰিয় সত্যবাদী।
সন্তগুণ শাস্ত্ৰ দৃষ্টে কৰে কৰ্ম্ম আদি॥

গৌৰবৰ্ণ দেহা প্ৰিয় বাক্যে সদা ৰতি।
সুকোমল নখ কেশ স্নিগ্ধ স্বচ্ছ আতি॥
বৈদ্য শাস্ত্ৰ বিশাৰদ দ্ৰব্য গুণ জানে।
যথা প্ৰিয় বস্তু হোৱে নৃপৰ ভোজনে॥

বাত পিত্ত কফ শ্লেষ্মা যেন নলজ্ময়।
ভোজনৰ দ্ৰব্য সেহি মতে মিলাৱয়॥
যি তিথিত যি ব্যঞ্জন খাইতে নিষেধন।
সবাকে জানয় সুপকাৰ শুদ্ধ জন॥

ভণ্ডাৰীৰ লক্ষণ শুনিয়ো অনন্তৰ।
সমস্ত কৰ্ম্মতে শ্ৰেষ্ঠ নাহি যাৰ পৰ॥
দেৱ দেৱী পূজনে সদাই যাৰ চিত।
শৌচাচাৰ জানে সৰ্ব্ব শাস্ত্ৰত পণ্ডিত॥

অলুব্ধক জিতেন্দ্ৰিয় ব্ৰতে নিষ্ঠ মন।
দম্ভ মোহ বিবৰ্জ্জিত লাৱন্য বচন॥
আয় ব্যয় দুইতো সমভাৱে প্ৰৱৰ্ত্তয়।
নৃপৰ ভণ্ডাৰী হেন জানিবা নিশ্চয়॥

আত পৰে শুনা মজিন্দাৰৰ লক্ষণ।
পৰম পণ্ডিত ধৰ্ম্ম শাস্ত্ৰে যাৰ মন॥
কুলীন গহীন সত্য ধৰ্ম্ম গুণান্বিত।
দৰ্শন মাত্ৰকে বুজে ৰাজাৰ ইঙ্গিত॥

সন্ধি বিগ্রহক মিত্রলাভ সুহৃদ্ভেদ ।
মন্ত্রণা জানয় সিদ্ধান্তৰ পৰিচ্ছেদ ॥
লঘুহস্ত জিতাক্ষৰ জানে শৌচাচাৰ ।
হেনয় লক্ষণ যুক্ত ৰাজমজিন্দাৰ ॥১৯০॥

নৃপৰ চাৰৰ শুনা লক্ষণ যেনয় ।
ইঙ্গিততে বুদ্ধি মন তত্বক বুজয় ॥
মহা বলৱন্ত ভেশধাৰী প্রিয়বাদী ।
সত্যতেসে প্রৱর্ত্তয় নহে অপ্রমাদী ॥

যি দেশত যেহি কার্য্য হৱে উপগত ।
নিশেষ জনাই গৈয়া ৰাজাৰ আগত ॥
হেনয় লক্ষণ চাৰ অনেক আছয় ।
সংক্ষেপে কহিলোঁ পদ বাহুল্যক ভয় ॥

দ্বাৰীৰ লক্ষণ কহো হৱে যেন মত ।
অহোৰাত্রে নিবাস কৰয় দুৱাৰত ॥
পৰম ধার্ম্মিক শৌচাচাৰে সদা ৰতি ।
নৃপতিৰ হিতক বাঞ্ছয় প্রতিনিতি ॥

সুখ দুখ প্রাণীৰ বুজয় নিৰন্তৰ ।
নৃপৰ আগত গৈয়া কহে পূর্ব্বাপৰ ॥
বিদেশৰ দূতগণ দ্বাৰে উপস্থিত ।
তাৰ তত্ব বুদ্ধি গৈয়া কহে নৃপতিত ॥

ইসবক আজ্ঞা কৰি শিৱৰ নন্দন ।
বিষয়া পাতিবে প্রতি কৰিলন্ত মন ॥
ধর্ম্মিষ্ঠ নীতিজ্ঞ বুদ্ধি বলৱন্ত চাই ।
যুদ্ধত প্রপন্ন সংগ্রামক আগুৱাই ॥

গণনাতো গণি ভাল ভাল ভৃত্য যত।
বিষয়া পাতিবে লৈলা সভাৰ মধ্যত॥
বিংশতি পাইকৰ অধিকাৰী ঠাকুৰীয়া।
শতেকৰ অধিপতি পাতি শইকীয়া

সহস্রৰ অধীকাৰি পাতিলা হাজাৰী।
উম্‌ৰাও তিনি হাজাৰৰ অধিকাৰী॥
বাইশ উম্‌ৰাৰ পতি নবাব পাতিলা।
এহিমতে ভাগে ভাগে আদেশ কৰিলা॥

বৃদ্ধ বালকক এৰি যুবত যতেক।
ভাগে ভাগে গণি গণি বুজিলা প্রত্যেক॥
বাৰন্ন যে লক্ষ সৈন্য পঞ্চিশ হাজাৰ।
সমূহে লেখিলে সৈন্য অসংখ্য অপাৰ॥

হস্তী ঘোঁড়া গৰ্দ্ধভ মহিষ উট যত।
অসংখ্য আছয় তাৰ লেখা কৈবোঁ কত॥
এহি মতে সৈন্যগণ কৰি নিৰন্ধন।
অসমক মাৰিবাক কৰিলন্ত মন॥

শুনা মন্ত্রীসব মোৰ আদেশক ধৰাঁ।
গজ বাজি সৈন্য সব শীঘ্রে সাজ কৰাঁ॥
নৃপতিৰ শুনি হেন প্রচণ্ড বচন।
অস্ত্রে শস্ত্রে সৈন্যসব সাজিলা তেখন॥২০০॥

হস্তী ঘোঁড়া আদি যত যুদ্ধৰ সম্ভাৰ।
উট বলধিত লৈয়া খৰচ অপাৰ॥
সৈন্যসব সঙ্গে লৈয়া পাচে নৰেশ্বৰ।
গড়গাওঁ মাৰিবাক চলিলা সত্বৰ॥

অধৰ্ম্মত মতি নাই ধৰ্ম্ম ব্যতিৰেকে।
ৰাজ্য লুটিবাক প্ৰতি বাধা কৰিলেকে ॥
আপোনাৰ খৰচ আনিছে যত যত।
তাকেসে ভুঞ্জোক সবে মোহোৰ সম্মত ॥

এহি বুলি চলি যান্ত শিৱব কুমৰ।
ত্ৰিদশ সহিতে যেন দেৱ পুৰন্দৰ ॥
অসংখ্য কটক সৈন্য লেখা জোখা নাই।
সৈন্যৰ হিঙ্গনি পান্থ ধূলি উৰি যাই ॥

কতো দিন যান্তে পাইলা গাওঁৰ সমুখ।
ধুকাইল খৰচ ভৈল সমস্তৰে দুখ ॥
মনে মনে গুণে পাচে শিৱৰ তনয়।
ৰাজ্য লুটিবাক দিলে অধৰ্ম্ম হৰয় ॥

নেদিলেও মৰে দেখো মোৰ সৈন্যগণ।
মন্ত্ৰীক সম্বুদ্ধি ৰাজা বুলিলা বচন ॥
শুনা মন্ত্ৰীসব মোৰ বিশেষ উপাই।
ধৰ্ম্ম বিনে মোৰ অধৰ্ম্মত মতি নাই ॥

নকৰোহোঁ ৰণ ফিৰি বেহাৰক যাওঁ।
অধিক খৰচ আনি লেঢ়াই লগাওঁ ॥
অসমক মাৰিয়া কৰিবো বুন্দামাৰ।
শুণি মন্ত্ৰীগণে প্ৰশংসিলা বাৰম্বাৰ ॥

এহি হৌক বুলি সবে পাশ্চাত আসিলা।
কান্ত নামে নগৰত আনন্দে ৰহিলা ॥
নগৰ প্ৰকাশে যেন কৈলাস সমান।
দক্ষিণ পশ্চিম পূব দ্বাৰ তিনি খান ॥

অগ্নি কোণে দেবীগঞ্জ আছয় সাক্ষাত।
নামত কমতেশ্বৰী দেবী আছে তাত ॥
গন্ধে পুষ্পে ধূপে দীপে যিজনে পূজয়।
মনৰ কমনা সিদ্ধি অৱশ্যকে হয় ॥

পাষাণে ইষ্টকে মঠ কৰিছে নির্ম্মাণ।
দ্বিতীয় কৈলাস যেন শোভে থান খান ॥
পাৰিষদ সমে হৰি লিখিছে সাক্ষাত।
হৰ গৌৰী নন্দী ভৃঙ্গী লিখি আছে তাত ॥

ইন্দ্র আদি দিকপাল লিখিয়া আছয়।
বাহন সহিতে সবে প্রকাশ কৰয় ॥
মৎস্য কুর্ম্ম আদি কৰি দশ অৱতাৰ।
শ্রীকৃষ্ণক লিখিছন্ত গোপিনীবিহাৰ ॥২১০॥

লক্ষ্মী স্বৰস্বতী লিখি আছন্ত তহিত।
অনন্তক লিখিছন্ত কচ্ছপে সহিত ॥
বাসুকিক আদি কৰি অষ্ট নাগগণ।
সুতলৰ বলি ৰাজা কৰিছে লিখন ॥

অপেস্বৰা লিখিছে লিখিছে পাৰিজাত।
বিষ্যাধৰ গন্ধর্ব্ব লিখিছে অসংখ্যাত ॥
আদিত্যক আদি কৰি নৱগ্রহগণ।
গাৱে গাৱে সমস্তকে কৰিছে লিখন ॥

গৰুড়ক আদি কৰি পক্ষী সমস্তয়।
ভাগে ভাগে সমস্তক লিখিয়া আছয় ॥
মৃগন্দ্রক আদি কৰি পশুগণ যত।
যাৰ যেন বর্ণ তাক লিখিছে সমস্ত ॥

চতুঃষষ্টি যোগিনী আৱৰ ভূতগণ ।
প্ৰমথ ভৈৰৱ লিখি আছে জনে জন ॥
জ্যোতিৰ প্ৰভাৱে চক্ষু মেলন নযাই ।
তাম্ৰ কাংস ৰজতে শোভয় ঠাই ঠাই ॥

হীৰা মৰকত কতো বৈদূৰ্য্য বাখৰে ।
ফটিক কাঞ্চনে দ্বীপ্তি কৰে নিৰন্তৰে ॥
মুকুতা মুৰাৰি থোপা আঁৰি আছে তাত ।
দণ্ড ছত্ৰ চামৰ প্ৰকাশে অসংখ্যাত ॥

অগৰু সুৰভি গন্ধে দিশ আমোদিত ।
পুষ্পৰস পিয়া ভ্ৰমৰাই কৰে নৃত্য ॥
প্ৰাতসৰে পৰা বিপ্ৰগণে পূজা কৰে ॥
বেদ স্তুতি চণ্ডী পাঠ পঢ়ে উচ্চস্বৰে ॥

পূজা অবসানে বিপ্ৰগণে কৰে জপ ।
সেহি বেলা উপস্থিত বিশ্বসিংহ নৃপ ॥
কুশ হস্ত হৈয়া বসি বিষ্ণুক সুমৰি ।
গোঁসানীক পূজা কৰে মুল মন্ত্ৰ স্মৰি ॥

বলি দিয়া স্তুতি কৰি প্ৰণাম কৰয় ।
বেদ মন্ত্ৰ পঢ়ি বিপ্ৰগণে আশীষয় ॥
নটে ভাটে গায়নে বায়নে গাৱে গীত ।
এহি মতে গোঁসানীক সেৱে প্ৰতিনিত ॥

উত্তৰে আছয় শিৱ বাণেশ্বৰ নাম ।
যাক সেৱি পাৱে ধৰ্ম্ম অৰ্থ মোক্ষ কাম ॥
থানৰ মহিমা যত কহন নযাই ।
অদ্ভুত মহিমা উপমাৰ ঠাই নাই ॥



থানে থানে আছে তাত দিব্য সৰোৱৰ।
উৎপল কুমুদ পদ্ম আছে নিৰন্তৰ ॥
থলে আছে থলপুষ্পগণ অসংখ্যাত।
পদ বাহুল্যক ভয়ে নিলিখিলোঁ আত ॥২২০॥

অসংখ্যাত বিপ্রে পূজা কৰন্ত সদাই।
তাল যন্ত্র আদি বাদ্য অপৰ্য্যাপ্ত বাই ॥
নটে ভাটে প্রার্থীগণে পৰি কৰে স্তুতি।
সেহি সময়ত বিশ্বসিংহ নৰপতি ॥

ষোড়শোপচাৰে পূজা আপুনি কৰয়।
ব্ৰহ্মমন্ত্ৰ জপি মূলমন্ত্ৰ উচ্চাৰয় ॥
দণ্ডৱতে পৰি স্তুতি কৰন্ত বিস্তৰ।
তাহান স্তুতিত তুষ্ট হৱন্ত শঙ্কৰ ॥

পূজা অবসানে ব্ৰাহ্মণক দেন্ত দান।
অতিথি লোকক গৈয়া কৰন্ত সম্মান ॥
সমস্তকে তুষি পাছে শুনয় পুৰাণ।
হৰিৰ চৰিত শুনি কৰয় ভোজন ॥

শুচি আচমন হৈয়া তাম্বুল ভুঞ্জয়।
শত পদ গৈয়া মধ্য চৌৰাত বহয় ॥
সম দম দয়া ভেদ নীতি প্ৰৱৰ্ত্তয়।
যাক যথা যোগ্য সুধি সিদ্ধান্ত কৰয় ॥

কতিপয় দিনমান এহি মতে আছে।
আত অনন্তৰে কথা শুনিয়োক পাচে ॥
একদিনা কাৰ্ত্তিক মাসত নৰপতি।
মধ্যনিশা ভাগে পূজা কৰি ভগৱতী ॥

অমাৱস্যা তিথি মধ্যৰাত্রি সময়ত।
ৰণ কৰিবাক প্রতি সঙ্কল্প মনত॥
মন্ত্র জপি ধ্যান কৰি চক্ষু মুদি ৰৈলা।
নিজৰূপে মহাকালী উপস্থিত ভৈলা॥

মহাকালী বোলে পুত্র শুনিয়ো বচন।
ৰণ এড়ি বিবাহ কৰিতে কৰা মন॥
মোৰ বৰে অষ্টাদশ পুত্র হৈব জাত।
মহাবলবন্ত সবে জগত প্রখ্যাত॥

তঞি ৰণ কৰিতে লাগয় কোন্ গুণি।
তযু পুত্রগণে সবে জিনিব ধৰণী॥
মহাকালী বাক্য শুনি পাচে নৰেশ্বৰ।
ভকতি প্রণতি স্তুতি কৰিলা বিস্তৰ॥

দণ্ডৱতে পৰি নমস্কাৰ কৰিলন্ত।
পূজা কৰি বলিদান অসংখ্য দিলন্ত॥
পৰম সন্তোষে কালী কৈলাসক গৈলা।
আত অনন্তৰে শুনা যেন কথা ভৈলা॥

একদিনা পাত্র মন্ত্রী সবাকে চপাই।
আজ্ঞা কৰিলন্ত দিব্য সভা মাঝে যাই॥
বোলে পাত্র মন্ত্রীলোক শুনিয়ো বচন।
বিচাৰি আনিয়ো কন্যা বত্রিশ লক্ষণ॥২৩০॥

ৰাজাৰ আদেশ সবে কৰি শিৰোগত।
বিচাৰ কৰিতে গৈলা সমস্তে ৰাজ্যত॥
নেপাল দেশত ৰত্নকান্তি নামে কন্যা।
পৰম সুন্দৰী তেহে ৰূপে গুণে ধন্যা॥

হেমপ্ৰভা পদ্মাৱতী দুই বৰনাৰী ।
গৌড় দেশ মধ্যে তাঙ্ক পাইলন্ত বিচাৰি ॥
চন্দ্ৰকান্তি পূৰ্ণকান্তি হেমকান্তি ৰতি ।
কামৰূপে চাৰি কন্যা পাইলা মহাসতী ॥

কাশ্মীৰ দেশত পাইলা তিলোত্তমা নাম ।
পৰম সুন্দৰী সৰ্ব্বগুণে অনুপাম ॥
চন্দ্ৰা চন্দ্ৰাননা জয়া বিজয়া জয়ন্তী ।
কাশী দেশে পাইলা পাঞ্চ কন্যা ৰূপৱন্তী ॥

ললিতা লাৱণ্যবতী নামে পদ্মমালা ।
শোণিতপুৰত তিনি কন্যা পাইলা ভালা ॥
শতৰূপা কাঞ্চনমালিনী কন্যা দুই ।
দৰ্শন মাত্ৰকে মহাজনো মোহ যাই ॥

মিথিলাত দুই কন্যা পাইলন্ত বিচাৰি ।
পৰম ৰূপসী দুই যেন বিদ্যাধৰী ॥
বাসৰ সাজাইয়া আনি থৈলা ভিনে ভিনে ।
সমস্তকে বিহা কৰাইলন্ত একে দিনে ॥

গন্ধৰ্ব্ব বিবাহে বিহা কৰাইলা সাক্ষাত ।
নৃত্য গীত বাদ্য ভণ্ড বজাই অসংখ্যাত ॥
ব্ৰাহ্মণ দৈবজ্ঞ সন্ত মহন্ত যতেক ।
দানে মানে সমস্তকে তুষিলা প্ৰত্যেক ॥

দুঃখী ভিখী দেশান্তৰী ব্ৰহ্মচাৰীগণ ।
অদৰিদ্ৰ কৰি সমস্তকে দিলা দান ॥
বস্ত্ৰ অলঙ্কাৰ দান দিলা ভাল মত ।
তাসম্বাক নেলেখিলোঁ সংক্ষেপ পদত ॥

ব্ৰহ্মাণ্ডৰ বিভূতি ভৈলেক একঠাই ।
যতেক ঐশ্বৰ্য্য ভৈলা লেখা জোখা নাই ॥
নাহি দণ্ডবাদ প্ৰজা আনন্দে বঞ্চয় ।
দেশতো ভৈলন্ত লক্ষ্মী অক্ষয় অব্যয় ॥

অষ্টাদশ মন্দিৰ সজাইলা ভাল মতে ।
জনে জনে ভাৰ্য্যা সব থৈলন্ত তহিঁতে ॥
পৰম আনন্দে কতিপয় দিন আছে ।
পুষ্পোৎসৱ বিবাহ কৰাইলা তাত পাচে ॥

গৰ্ভাধান কৰিলন্ত সমস্তে ভাৰ্য্যাত ।
পাচে দশ মাসে সমস্তৰে পুত্ৰ জাত ॥
ৰত্নকান্তি ভাৰ্য্যা হন্তে যিতো পুত্ৰ ভৈলা ।
দৈবজ্ঞে গণিয়া নৰসিংহ নাম থৈলা ॥২৪০॥

হেমপ্ৰভা হন্তে যিতো পুত্ৰ উতপন ।
গণিয়া দিলন্ত নাম নৰনাৰায়ণ ॥
পদ্মাবতী হন্তে যিতো পুত্ৰ উতপতি ।
তান নাম শুক্লধ্বজ থৈলন্ত সম্প্ৰতি ॥

চন্দ্ৰকান্তি পুত্ৰ যিতো আতি সুকোমল ।
তাহান থৈলন্ত নাম গোহাঁই কমল ॥
পুৰ্ণকান্তি পুত্ৰ যিতো পৰম প্ৰধান ।
তাহাঙ্ক গণিয়া নাম থৈলন্ত ময়দান ॥

হেমকান্তি হন্তে যিতো পুত্ৰ জাত ভৈলা ।
তুলাৰাশি হেতু ৰামচন্দ্ৰ নাম থৈলা ॥
ৰতি হন্তে যিতো পুত্ৰ পৰম বীৰিঙ্গ ।
কুম্ভ ৰাশি পদে নাম থৈলা সুৰসিংহ ॥

৩

তিলোত্তমা গৰ্ভ হন্তে যিতো পুত্ৰ জাত।
মানসিংহ নাম থৈলা জগতে প্ৰখ্যাত ॥
চন্দ্ৰা ভাৰ্য্যা হন্তে যিতো পুত্ৰ উপজিল।
সিংহ ৰাশি হেতু তান মেচা নাম দিল ॥

চন্দ্ৰাননা হন্তে জন্ম ভৈলা পুত্ৰ যিতো।
গণিয়া পঢ়িয়া নাম থৈলা বৃষকেতু ॥
জয়া ভাৰ্য্যা হন্তে যিতো পুত্ৰ উতপন।
তাহান থৈলন্ত নাম ৰাম নাৰায়ণ ॥

বিজয়া ভাৰ্য্যাৰ গৰ্ভে যি পুত্ৰ ভৈলন্ত।
পণ্ডিত সকলে নাম অনন্ত থৈলন্ত ॥
জয়ন্তী মহিষী হন্তে ভৈলা যিতো সুত।
দীপসিংহ তান নাম থৈলন্ত প্ৰস্তুত ॥

ললিতা বনিতা হন্তে যিজন কুমৰ।
দৈবজ্ঞ সকলে নাম থৈলা হেমধৰ ॥
লাৱণ্যবতীৰ গৰ্ভে যি পুত্ৰ শোভন।
তাহান থৈলন্ত নাম মেঘ নাৰায়ণ ॥

পদ্মমালা হন্তে যিতো তনয় বেকত।
গণিয়া তাহান নাম থৈলন্ত জগত ॥
শতৰূপা হন্তে পুত্ৰ যিজন জন্মিলা।
মঙ্গল পূৰ্ব্বকে ৰূপচাঁদ নাম দিলা ॥

কাঞ্চনমালিনী গৰ্ভে যিতো পুত্ৰ ভৈল।
মঙ্গল কৰিয়া তান নাম সূৰ্য্য থৈল ॥
একদিনা বিশ্বসিংহ ৰাজা গুণে মনে।
কাহাক পাতিবোঁ ৰাজা হৈব কোন জনে ॥

এহি মতে গুণি গান্থি আছা নৃপবৰ ৷
সেহি দিনা আসি দেখা দিলন্ত শঙ্কৰ ॥
শঙ্কৰ বদতি পুত্ৰ নকৰিবি ভয় ।
যিজন হৈবন্ত ৰাজা দেখিয়ো প্ৰত্যয় ॥২৫০॥

অষ্টাদশ দ্ৰব্য আনি কৰি এক স্থান ।
ভিনে ভিনে টোপোলা বান্ধিবা বিদ্যমান ॥
মৃত্তিকাৰ টোপোলাক যিজনে নিৱয় ।
সেহি জনে ৰাজা হৈব নাহিকে সংশয় ॥

এহি বুলি সদাশিৱ ভৈলা অন্তৰ্ধ্যান ।
বিশ্বসিংহে কৰিলন্ত কথাৰ প্ৰমাণ ॥
সোণাৰূপা তাম্ৰ কাংস সেতু ৰাঙ্গ সীহা ।
মুকুতা পিতল মাটি যৱধান লোহা ॥

কপাস সৰিষ মাষ অস্থি ভস্ম কাষ্ঠ ।
গুপ্তভাবে টোপোলা বান্ধিলা কৰি নিষ্ঠ ॥
যজ্ঞ কৰি সভাৰ মধ্যত থাপিলন্ত ।
পুত্ৰ সকলক পাচে আদেশ দিলন্ত ॥

শুন পুত্ৰসব মোৰ আদেশ বচন ।
জনে জনে টোপোলাক আন এতিক্ষণ ॥
ৰাজাৰ বচন শুনি পাচে পুত্ৰগণে ।
টোপোলাক আনিয়া দিলন্ত জনে জনে ॥

স্বৰ্ণৰ টোপোলা নৰসিংহে আনিলন্ত ।
বিদেশত ৰাজা হৈব আজ্ঞা কৰিলন্ত ॥
মল্লদেবে মৃত্তিকাৰ টোপোলা আনিলা ।
এন্তে ৰাজা হুইব বুলি আদেশ কৰিলা ॥

শুক্লধ্বজে আনিলন্ত লোহাৰ টুপলী।
বোলে যুবৰাজ হৈব এহেঁ মহাবলী॥
অস্ত্রত শস্ত্রত ইতো হৈবন্ত পাৰ্গত।
ৰণধৰ্ম্ম সমস্তকে জানিব সাম্প্রত॥

যব ধান্য আনিলন্ত গোহাঁই কমল।
বোলে শুক্লযশ হৈব সুকৃতি নিৰ্ম্মল॥
আলি মঠ পুষ্কৰ কৰিব থানে থান।
গোহাঁই কমলক দিলা এতেক বিধান॥

ৰূপৰ টোপোলা ৰামচন্দ্রে আনিলন্ত।
ভণ্ডাৰৰ অধিকাৰ তাঙ্ক পাতিলন্ত॥
সেতুৰ টোপোলা আনিলন্ত ময়দান।
শিল সাকোঁ বান্ধিবে বুলিলা থানে থান॥

মেচায়ে আনিলা যিতো সীহাৰ টুপলি।
বুলিলা বন্দুকী হৈব ইতো মহাবলী॥
ৰাঙ্গৰ টোপোলা সুৰসিংহে আনিলন্ত।
সোণাৰীৰ অধিকাৰ তাঙ্ক পতিলন্ত॥

পিতলৰ টোপোলা আনিলা বৃষকেতু।
কমাৰ কহাঁৰ অৰ্পিলন্ত তান হেতু॥
হৰিসিংহে কাংসৰ টোপোলা আনিলন্ত।
গায়নবায়ন যত তাহাঙ্ক দিলন্ত॥২৬০॥

মাষৰ টোপোলা নিলে ৰামনাৰায়ণ।
তাঙ্ক দিলা সূত্ৰ সভা কৰি নিয়োজন॥
সৰিষাৰ টোপোলাক আনিলা অনন্ত।
তেলী সকলৰ অধিকাৰ পাতিলন্ত॥

অস্থিৰ টোপোলা আনি দ্বীপসিংহে দিলা।
হস্তী ঘোঁড়া গৰু পশু পক্ষী তাঙ্ক দিলা॥
তামৰ টোপোলা নিলা যিতো হেমধৰ।
বোলে নীতি প্ৰৱৰ্ত্তাইব ব্ৰাহ্মণসবৰ॥

কপাসক আনিলন্ত মেঘনাৰায়ণ।
তাঙ্ক দিলা ধোবা তাঁতী যত জোলাগণ॥
মুকুতাক আনিলা যি জন সূৰ্য্যবৰ।
তাহাঙ্ক দিলন্ত যত আছে সদাগৰ॥

কাষ্ঠৰ টোপোলা গোট জগতে আনিলা।
যত দেবালয়গণ তাঙ্ক সমৰ্পিলা॥
ভস্মৰ টোপোলা ৰূপচাঁদে আনিলন্ত।
পঞ্চশস্য আদি যত তাহাঙ্ক দিলন্ত॥

সন্ন্যাসী বৈৰাগী দুঃখী ভিখী দেশান্তৰী।
তাসম্বাক পূজা কৰিনিহি আজি ধৰি॥
এহি মতে ভাগে ভাগে আজ্ঞা কৰিলন্ত।
মল্ল শুক্ল দুইকো পঢ়িবাক পঠাইলন্ত॥

পিতৃৰ চৰণ দুই ভাই বন্দিলন্ত।
পঢ়িবাক লাগি বাৰাণসীক গৈলন্ত॥
ব্ৰহ্মানন্দ সন্যাসীক পাইলা দৰিশন।
সেহি স্থানে পঢ়িয়া ৰহিলা দুইজন॥

সন্যাসীও দায়া কৰি দুহাঙ্কো ৰাখিলা।
গুৰুৰ বচনে দুয়ো শাস্ত্ৰ অভ্যাসিলা॥
ব্যাকৰ্ণ পুৰাণ শ্ৰুতি স্মৃতি মীমাংসাৰ।
শিকিলন্ত অন্ত্ৰশাস্ত্ৰ অথৰ্ব্ব বেদৰ॥

সম দম দায়া ভেদ ন্যায় নীতি যত।
জ্যোতির্ব্বেদ তর্কশাস্ত্র শিকে নানামত ॥
একমনে পঢ়ে দুয়ো ত্যজি আন কাম।
ভণে সূৰ্য্যখড়ি ডাকি বোলা ৰাম ৰাম ॥২৬৮॥

---

# ৰতিকান্ত দ্বিজ।

[এই জন কবি মঙ্গলদৈ অঞ্চলৰ এজন ব্ৰাহ্মণ আছিল। তেওঁৰ পূৰ্ব্বপুৰুষ আদিৰ বিষয়ে কোনো কথা এতিয়াও জানিব পৰা নাই তেওঁ দৰঙ্গ ৰজাৰ সভাৰ এজন বিখ্যাত পণ্ডিত আছিল। তেও ৺ খড়্গনাৰায়ণ ৰজাৰ আদেশত "ৰাজবংশাৱলী" নামেৰে এই ঐতিহাসিক কাব্যখনি ৰচনা কৰে। ১৭২৪ শকত অৰ্থাৎ ১৮০২ খৃষ্টাব্দত এই কাব্যখনৰ লিখা শেষ কৰে। তেওঁ এই পুথিত বাজেও আৰু অন্য কেইজন মনে কৰিবৰে সৈতে লগলাগি ১৭১৭ শকত ব্ৰহ্মবৈবৰ্ত্ত পুৰাণৰ অসমীয়া পদ্য ভাঙ্গনি ৰচনা কৰে। তেওঁৰ লগৰীয়া কবি কেই জনৰ নাম আছিল, নন্দীশ্বৰ দ্বিজ, বিশ্বেশ্বৰ দ্বিজ, খড়্গেশ্বৰ দ্বিজ, আৰু নৰোত্তম দ্বিজ। ব্ৰহ্মবৈবৰ্ত্ত পুৰাণৰ ৮ম আধ্যায়ৰ আৰম্ভৰ পৰা শ্ৰীকৃষ্ণ জন্ম খণ্ডৰ শেষলৈকে ৰতিকান্ত দ্বিজই লিখে আৰু বাকী অংশ আন আন কেইজন কবিয়ে ভাগ কৰি লিখে। তেওঁবিলাকে ব্ৰহ্মবৈবৰ্ত্ত পুৰাণ লিখোঁতে দৰঙ্গত হয়নাৰায়ণ ৰজা আছিল। ৰতিকান্ত ১৭১৭ আৰু ১৭২৪ শকৰ ভিতৰেও বৰ্ত্তমান আছিল। তেওঁ অসমীয়া সাহিত্যৰ বৰ্ত্তমান যুগৰ আদি ভাগৰ এজন প্ৰধান কবি আছিল।]

## ৰাজবংশাৱলী।

জয় নমো কৃষ্ণ দেৱ দৈবকী নন্দন।
মেঘ শ্যাম তনু পীত বস্ত্রে বিতোপন ॥
হিয়াত শ্ৰীবৎস লক্ষ্মী মাৱ প্ৰকাশন্ত।
কোটি সূৰ্য্য সম কণ্ঠে কৌস্তুভ শোভন্ত ॥১॥

অমল কমল দল লোচন যুগল।
প্ৰসন্ন বদন পূৰ্ণ চন্দ্ৰৰ মণ্ডল ॥
শঙ্খচক্ৰগদাপদ্মধাৰী চাৰি হাত।
হেনয় কৃষ্ণক মই কৰোঁ প্ৰণিপাত ॥

নমো নৰ নাৰায়ণ দেৱী সৰস্বতী।
ৰাজ বংশাৱলী পদ ৰচিবোঁ সম্প্ৰতি॥
পদ ৰচনাত যদি হৱয় দুষণ।
হৰিৰ স্মৰণে হৌক দোষ বিমোচন॥

হৰিক স্মৰণে অবাক্যকো শুদ্ধ কৰে।
ৰঙ্গ মনে মহন্তেও সদাই আদৰে॥
কামৰূপে যত ৰাজা হুইছে উতপন।
তাসম্বাৰ চৰিত্ৰক কৰোহো বৰ্ণন॥

প্ৰথমে ব্ৰহ্মাৰ পুত্ৰ সম্বৰ অসুৰ।
ৰঙ্গামাটি নামে তৈতে বান্ধিলন্ত পুৰ॥
তাত পাচে মহীৰঙ্গ দানবৰ ৰাই।
বেলতলা থানে পাত কৰি ভৈলা যাই॥

তাহাৰ নন্দন ভৈলা ঘটকা অসুৰ।
শৰণীয়া পৰ্ব্বতত বান্ধিলন্ত পুৰ॥
তান্ত হন্তে হাটকা অসুৰ জাত ভৈলা।
নৰক অসুৰে হাটকক সংহাৰিলা॥

নৰকৰ পুত্ৰ ভগদত্ত নাম ভৈলা।
তাৰ পৰা ধৰ্ম্মপাল কোমৰ জন্মিলা॥
তান পুত্ৰ ৰত্নপাল নামে নৰপতি।
তাহাৰ তনয় সোমপাল মহামতি॥

কামপাল নামে সোমপালৰ নন্দন।
পৃথুপাল ভৈলা তান্ত হন্তে উতপন॥
এহি মতে ঊনবিংশ পীড়ি নৰকৰ।
ৰাজা হুয়া পৃথিবী ভুঞ্জিলা নিৰন্তৰ॥

সুবাহু ভৈলন্ত ৰাজা সবাৰো শেষত।
তপ কৰি আছে হিমালয় পৰ্ব্বতত ॥
সুবাহুৰ তনয় সুবৰ্ণ নামে আসি।
কলিৰ যুগত ৰাজ্য কৰিলা হৰিষি ॥

তাহাক অসুয়া কৰি মন্ত্ৰীয়ে মাৰিলা।
জিতাৰি নামত এক ক্ষত্ৰিয় আসিলা ॥
ভক্তিভাৱে মাধৱক সেৱি ৰাজা ভৈলা।
কুবেৰাচলত পাত কৰি ৰাজ্য খাইলা ॥১০॥

জিতাৰিয়ে আদি ৰামচন্দ্ৰ ভৈলা অন্ত।
এহিমতে চতুৰ্দ্দশ পুৰুষ গৈলন্ত ॥
ৰামচন্দ্ৰ পুৰে এক আছিল সুন্দৰী।
ৰমিলা লৌহিত্যে তাঙ্ক স্নান কালে ধৰি ॥

লৌহিত্যৰ বীৰ্য্যে জাত ভৈলা আৰিমত।
ৰাজা হুই পাত কৰিলন্ত বৈহাৰত ॥
তৈৰ পৰা আসি ৰামচন্দ্ৰক সংহৰি।
কামৰূপ থানে ৰৈলা মাটি গড় কৰি ॥

যি ঠাইত আৰিমতে বান্ধিলা নগৰী।
বৈদ্যগড় বুলি তাকে কহে নৰ নাৰী ॥
কতো দিন অনন্তৰে ফিঙ্গুৱা কোঞৱৰ।
গড়ৰ উত্তৰে সিন্ধি দিলা ভয়ঙ্কৰ ॥

আৰিমত ৰাজাৰ ভাৰ্য্যাক নিলা হৰি।
ভাৰ্য্যা সমে কণ্টকে গাৰিলে তাঙ্ক ধৰি ॥
এতেকে প্ৰতাপপুৰে বান্ধিলা নগৰ।
অদ্যাপিয়ো আছে বিশ্বনাথৰ উপৰ ॥

একাদশং ষষ্টি শকে ৰাজ্যক ভুঞ্জিলা।
নাৰাঙ্গ নামত তান তনয় জন্মিলা ॥
কুশাঙ্ক নামত তাৰে জন্মিলা কোঞৰ।
কুশাঙ্কৰ তনয় মৃগাঙ্ক নৰেশ্বৰ ॥

চতুৰ্দ্দশ চন্দ্ৰ চন্দ্ৰ শকত মৃগাঙ্ক।
ৰাজ্য ভোগে নাহি সুখ যাতো অপুত্ৰক ॥
পণ্ডিত ব্ৰাহ্মণ এক দৰঙ্গে আছিলা।
তাঙ্ক ৰাজা পাতি জয়সিংহ নাম দিলা ॥

জয়সিংহ ৰাজা তিনি বৎসৰ ভুঞ্জিলা।
চতুৰ্দ্দশ চন্দ্ৰ চাৰি শক থিতি ভৈলা ॥
অত্ৰান্তে ৰাজ্যক বাৰ ভূঞাই ভুঞ্জিলা।
শুনিয়োক তাত পাচে যেমন কৰিলা ॥

গৌৰত হুচান নামে পাচ্ছা যে আছিলা।
তাহাৰ নন্দন ফুলতান নামে আইলা ॥
দ্বাদশ হাজাৰ তুৰ্কি ত্ৰয়োদশ তাজি।
সঙ্গে লৈয়া আসিলন্ত মছলন্দ গাজি ॥

কানু নামে দেৱানকো আনিলা লগত।
বাৰ ভুঞা মাৰি ৰাজ্য লৈলন্ত সমস্ত ॥
লৌহিত্য উত্তৰে থান কৰিয়া লৈলন্ত।
গৰুড়াচলত ফুলতান মৰিলন্ত ॥

পাচে তাৰ মন্ত্ৰী যোদ্ধামন্য নিৰন্তৰ।
পাচ্ছাৰ বিয়োগে ৰাজ্য চাৰি গৈলা ঘৰ ॥
চতুৰ্দ্দশ দ্বাষষ্টি শকৰ থিতি ভৈলা।
পুনৰপি বাৰ ভূঞা হুয়া প্ৰবৰ্ত্তিলা ॥২০॥

ইসব কথাক মই এই মানে থওঁ।
বিশ্বসিংহ নৃপতিৰ জন্ম কথা কওঁ॥
আছিলন্ত চন্দ্ৰবংশী নৃপতি হৈহয়।
সহস্ৰ অৰ্জ্জুন নামে তাহাৰ তনয়॥

মৃগয়া কৰিয়া ফুৰিলন্ত বনে বনে।
সঙ্গে চলিলন্ত অসংখ্যাত সেনাগণে॥
অকস্মাতে পাইলা জমদগ্নিৰ আশ্ৰম।
ফলে পুষ্পে পৰিস্কাৰ অতি মনোৰম॥

সহস্ৰাৰ্জ্জুনক ঋষি আসিবা দেখিলা।
সসৈন্যে ভোজন কৰাই ঋষি শুশ্ৰূষিলা॥
অৰ্জ্জুনে দেখিয়া তাঙ্ক বিস্ময় মানিলা।
কামধেনু আছে বুলি সূচকে কহিলা॥

অৰ্জ্জুনে ঋষিক মাতি ধেনুক খুজিলা।
নেদন্ত ঋষিয়ে দেখি বলে কাঢ়ি নিলা॥
ফল পুষ্প বিচাৰিয়া ৰাম আসিলন্ত।
অৰ্জ্জুনে হৰিলা ধেনু ঋষি কহিলন্ত॥

ক্ৰোধে খেদি যাই ৰামে অৰ্জ্জুনক মাৰি।
কামধেনু আনিলন্ত নগৰ বিচাৰি॥
সহস্ৰ অৰ্জ্জুন পুত্ৰ হাজাৰেক আছে।
পিতৃ বধ দেখি গুণি ৰহিলন্ত পাচে॥

সবে মিলি এক দিনা কৰি আলোচন।
আমাৰ পিতৃক ৰামে কৰিলা নিৰ্যান॥
তাহানো পিতৃক মাৰি সুজো পিতৃঋণ।
এহি মতে মন্ত্ৰণা কৰয় ৰাত্ৰিদিন॥

সবাৰো কাম্পয় হৃদি ৰামৰ ভয়ত।
দূত পঠাই চাইলা ৰাম নাহি আশ্ৰমত ॥
সেহি চেগে খেদি জমদগ্নিক কাটিলা।
শিৰ গুটী নিয়া সবে সজাগে থাকিলা ॥

স্বামীৰ মৰণ দেখি পাচে ৰেনুকাই।
কোথা গৈলা ৰাম বুলি ডাকে আৰ্ত্তৰাই ॥
অৰণ্যৰে পৰা শুনি মাতৃৰ ক্ৰন্দন।
শীঘ্ৰে আসিলন্ত জমদগ্নিৰ নন্দন ॥

দেখন্ত পিতৃক কাটি শিৰক নিলন্ত।
হাতত পৰশু ধৰি দেখিবা পাইলন্ত ॥
তাসম্বাৰ শিৰসব কাটি পেলাইলন্ত।
চকিলাত বাৰ জন পলাই ৰহিলন্ত ॥

ক্ষত্ৰী হুয়া যাতো সিতো পলায়া ৰহিলা।
এহি হেতু মদ্যে মাংসে সকলে ভুঞ্জিলা ॥
মেচ বুলি তাসম্বাৰ জাতি কহিলন্ত।
শিৰক চিন্তিয়া সবে তথা ৰহিলন্ত ॥৩০॥

সবাহাতে শ্ৰেষ্ঠ দমাম্বুযে যাৰ নাম।
স্বামী ভাৰ্য্যা দুয়ো শিৰ চিন্তে অবিশ্ৰাম ॥
পূজাত ভক্তিক দেখি দেব মহেশ্বৰ।
অঙ্গ ৰূপে জন্মিলন্ত দমাম্বুৰ ঘৰ ॥

চাৰি শূন্য চৈধ্য শকে জনম লভিলা।
হাড়িয়া মণ্ডল নাম সমস্তে ঘুষিলা ॥
থুলন্তৰ মেচ গোট কৃষ্ণ বৰ্ণ কাই।
পৰ্ব্বতত ফুৰে সিতো কাকো শঙ্কা নাই ॥

ৰমা নামে কোচ এক তথা আছিলন্ত।
এক মনে ভক্তি ভাবে গৌৰীক চিন্তন্ত॥
বশিষ্ঠ ঋষিৰ শাপে জগত জননী।
ৰমাৰ দুহিতৃ হৈয়া জন্মিলা আপুনি॥

ৰূপান্বিতা দেখি হীৰা নামক থৈলন্ত।
হাৰিয়াক লাগি সেহি কন্যা খুজিলন্ত॥
শুভক্ষণে শুভলগ্নে বিবাহ কৰিলা।
বাহ্রয় গ্রামৰ লোক সবাকে মাতিলা॥

সবে আসি হাড়িয়াক মণ্ডল পাতিলা।
ভোজ ভাত খায়া সবে আনন্দে চলিলা॥
সেহি ধৰি বাহ্র গ্রামে ভৈলা অধিকাৰী।
কাহাকো নেদয় কৰ এহি সীমা ধৰি॥

পূৰ্ব্বত মানাহ সোণকোষ পশ্চিমত।
উত্তৰে ধৱলগিৰি দক্ষিণে লৌহিত্য॥
খুটাঘাটে বাহ্র ঘৰ গিৰি ভদ্ৰতৰ।
আলোচিলা গাৰি দিবে দেখিয়া লোকৰ॥

সবে হন্তে আলোচিয়া হুয়া এক ঠাই।
বনৰ মাঝত গাৰি কাটিলন্ত যাই॥
প্ৰভাততে মেছগণে পন্তা ভাত খাই।
দুপৰতো ভাত লৈয়া ভাৰ্য্যাসব যাই॥

দিন গোট কৰ্ম্ম কৰি তথাত থাকয়।
গধুলি সময়ে পুনু গৃহক আসয়॥
এহি মতে মেছগণ কতো দিন আছে।
দেখি মহেশ্বৰে ছল কৰিলেক পাচে॥

এক দিনা ছদ্ম বেশে মহেশ আসিয়া।
আৰক জোৰাৰ বেল গুৰিত বসিলা॥
হাড়িয়া মণ্ডল হেন ৰূপ আছে ধৰি।
পথক নিহালি চান্ত শিব বেঙ্কা কৰি॥

টোপলী ভাতক হস্তে লৈয়া হীৰা যাই।
হাড়িয়া মণ্ডল হেন দেখিয়াছে ঠাই॥
মুৰ টিপিয়াই মাতিলন্ত মহেশ্বৰে।
অন্য লগ ছাৰি হীৰা গৈলন্ত সত্বৰে॥৪০॥

শোধে হীৰা আত একেশ্বৰে আছা কিয়া।
হৰে বোলে আছে মোক ক্ষুধাই পিড়িয়া॥
আথে বেথে মেছিনী কৰিলা ভাত ঠাই।
আৰক জোৰাৰ পানি আনি দিলা যাই॥

ভাত দিলা খাই হৰে হীৰাক ৰমিলা।
তাৰ পৰা উলটিয়া গৃহক আসিলা॥
কপাস তলিত মেছে খাইবে নপাই ভাত।
ক্রোধে বেগে আসি বসি মুণ্ডে দিলা হাত॥

সোধন্ত হীৰাই আজি কিসক আসিলি।
মণ্ডলে বোলন্ত কেনে ভাত নি নেদিলি॥
হেন শুনি হীৰাই বোলন্ত তাক চাই।
আৰক জোৰাৰ তীৰে ভাত আছা খাই॥

বেলৰ মূলত তই আছিলি বসিয়া।
গাৰিক চলিলি তাতে মোহোক ৰমিয়া॥
দিনৰ শৃঙ্গাৰে মই লজ্জাক লভিলোঁ।
গাৰিক নগৈলোঁ তাৰ পৰা উলটিলোঁ॥

হেন শুনি ভৰচিয়া শুতিয়া থাকিলা।
তাহাক মহেশে যাই স্বপ্ন দেখাইলা॥
অৰে শুন কত তই নিদ্রা আছা কৰি।
মোহোক বোলয় হৰ ভস্ম জটাধাৰী॥

তোহোৰ স্বৰূপে মই হীৰাক ৰমিলোঁ।
অন্নকো ভুঞ্জিলো বৰ তৃপিতি লভিলোঁ॥
বোলা যদি ঈশ্বৰেও আচৰে ইমত।
পূৰ্ব্বে বশিষ্ঠৰ শাপ আছয় আমাত॥

এতেকে মোহোৰ অংশে জন্মিব কুমৰ।
সেই পুত্রে পৃথিবীত হৈব নৰেশ্বৰ॥
নিয়মে থাকিবি তই থিৰ কৰি চিত।
এহি বুলি মহেশ্বৰ ভৈলা অন্তৰ্হিত॥

এমন স্বপ্নক মেছে দেখিয়া নিদ্ৰাত।
মেছনীত কৈয়া ক্রোধ এৰি খাইলা ভাত॥
শুদ্ধ ধাৰণাক ধৰি হীৰা ৰহিলন্ত।
শূন্য তিনি চৈধ্য শক যেতিয়া ভৈলন্ত॥

প্রথম বিষুৰ দিনা উপজিলা শিশু।
এতেকে ৰাজ্যত নাম উঠিলন্ত বিষু॥
ৰাজ্য চিহ্ন চক্র সব শৰীৰে আছয়।
তপ্ত সুবৰ্ণৰ বৰ্ণ কাৰ্ত্তিকৰ নয়॥

মেছ বীৰ্য্যে পাচে এক পুত্ৰ উপজিলা।
তাৰ নাম শিশু বুলি মণ্ডলে মাতিলা॥
বৰ গোৰখীয়া বিশু ভৈলা গোৰখৰে।
যাক যিবা আজ্ঞা কৰে আচৰে সত্বৰে॥৫০॥

এক দিনা গোৰখীয়া সবক মতিলা।
দেখহু শৰৎ কালি দুর্গোৎসব ভৈলা ॥
ফৰিঙ্গ ধৰিয়া আন তাকে বলি কৰি।
দুর্গোৎসব পূজা কৰো মাঙ্গল্য আচৰি ॥

গোৰখীয়া হাতে ফৰিঙ্গক ধৰি দিলা।
কাকোৱা বাঁহৰ চোঁছ ধৰিয়া কাটিলা ॥
ওভটাই লৰু পুটি গুৰিতে পূজিলা।
তুষ্ট হৱা মহামায়া বুলি প্রণমিলা ॥

বিচাৰি ফৰিঙ্গ নাপাইলন্ত একজনে।
বোলে তই ফৰিঙ্গক নানিলি কেমনে ॥
তোকে বলি কৰি কাটি সেৱোহো ভবানী।
চোঁছৰ ৰেপতে কাটিলন্ত গল খানি ॥

ওভোটা লৰুৰ গোৰে তাকে অর্চ্চিলন্ত ॥
লৰুয়ে ওভোটা বাঁহ হুয়া ৰহিলন্ত।
চিকুনি দিয়া দেৱালয় ভৈলা সেই বাঁহে।
মনুষ্যে সেবন্ত যাক অদ্যাপি উৎসাহে ॥

লৰুৱে ভৈলন্ত বাঁহ দেখি সর্ব্বজনে।
নোহন্ত মনুষ্য বুলি কহে থানে থানে ॥
মহামায়া প্রসন্ন ভৈলন্ত তাঙ্ক প্রতি।
গোৰখ বালক সঙ্গে ক্রীড়িয়া ফুৰন্তি ॥

অস্ত্র শস্ত্র মল্লশ্রম অভ্যাস কৰিলা।
অসংখ্যাত শিশু তান লগতে ক্রীড়িলা ॥
বালক কালৰ পৰা অতি বলৱন্ত।
বৰাহ মহিষ গণ্ড মোচাৰি মাৰন্ত ॥

আনন্দে ক্রীড়ন্ত কিঞ্চিতেকো ভয় নাই।
হস্তীক দেখিলে তাৰ শুণ্ডে ধৰে যাই॥
আগুৱাই নেন্ত টানি পিচুৱাৰে ঠেলি।
দেখিয়া বালকগণে হাসে খল খলি॥

এবমাদি শিশু লীলা আচৰি ভ্রমিলা।
শুনা আত অনন্তৰে পাচে যি কৰিলা॥
বাৰ জন ভূঞা আছে মহীন্দ্র পৰাই।
বিবর্ত্তি ভুঞ্জন্ত ৰাজ্য কাকো শঙ্কা নাই॥

তেসম্বে সহিতে যুদ্ধ কৰিবাক মনে।
বাদ্য ভাণ্ড ৰুলি দিয়া আসিলা তেখনে॥
প্রথমে বধিলা কর্ণপুৰৰ ভূঞাক।
তাত পাচে মাৰিলন্ত খুটাঘেটীয়াক॥

বেলগুৰীয়াক প্রতি পাচে খেদি গৈলা।
ৰণভঙ্গ হুয়া অৰণ্যত প্রবেশিলা॥
এক ঘৰি মেছ অৰণ্যত ভেণ্ট পাইলা।
তিনি দিন উপবাসে ক্ষুধাই পীড়িলা॥৬০॥

এতেকে মেচীত অন্ন খুজিলন্ত যাই।
মেচিনী কুক্কুট মাংসে অন্ন ৰান্ধি দিলা।
তপত অন্নৰ গ্রাসে মুখক পুড়িলা॥
হেন দেখি মেচিনীয়ে কৰিলন্ত হাস।
তই বৰ গোৰখেও একো নজানস॥

শুনি বৰগোৰখে যে পোচন্ত মেচীত।
দুয়ো কিবা নজানোহো কহিয়ো নিশ্চিত॥
মেচি বোলে ছায়া জানে কৈবে নলাগয়।
তপ্ততে ভুঞ্জিলে মুখ অবশ্যে দহয়॥

ক্ষুধাতুৰ ভৈলে নিকি দুয়ো হাতে খাই।
জুৰাই খাইলে স্বাদ পাই ক্ষুধাও পলাই ॥
আৰু গোৰখৰ কথা পুছিলিজিতই।
শুনা এক মনে তাক তোত কহোঁ মই ॥

ভুঁয়া সমে বৰ গোৰখিয়া ৰণ কৰে।
বুদ্ধি নাই এতেকেসে সংগ্ৰামত হাৰে ॥
বল বুদ্ধি মধ্যে যাৰ বুদ্ধিবল তাৰ।
শশা হুয়ো মৃগেন্দ্ৰক কৰিছন্ত মাৰ ॥

সসৈন্যে থাকন্ত ভুঁঞা সমস্ত সজাগে।
ঢোল তাল ৰুলি দিয়া ধৰিবে নলাগে ॥
বিশ্ব ভৈলে সৈন্যে বিদাই মাগি গৃহে যাই।
এবম্বিধে ধৰিবাক লাগে তেতিয়াই ॥

তেবে চোনৰোক হেন মেচিনী বুলিলা।
বৰ গোৰখিয়া শুনি মনে আলোচিলা ॥
গোসাঁনীৰ মূৰ্ত্তি এক পহাত লভিলা।
দেখি ৰঙ্গ মন হুয়া গৃহক আসিলা ॥

আত অনন্তৰে সাত বিশ্ব আসি ভৈলা।
ভুঁয়াত বিদাই মাগি সৈন্য গৃহে গৈলা ॥
সেই চেগে খেদি ফুল গুৰিৰ ভুঁয়াক।
হঠাতে আবৰি ধৰি মাৰিলন্ত তাক ॥

সেই মতে বেজিনীৰ ভুঁয়াক মাৰিলা।
আনন্দ লভিয়া মেচিনীক প্ৰশংসিলা ॥
প্ৰতাপ নামত ভুঁয়া আছই পাৰুত।
তাঙ্ক যুদ্ধ কৰিবাক গৈলা শিৱ সুত ॥

তাৰ ভ্ৰাতৃ স্নানিবাক গৈলা লোহিত্যত ।
পথে চোপা দিয়া ধৰি কৰিলন্ত হত ॥
ভ্ৰাতৃ বধ দেখি ভয় প্ৰতাপ পাইলা ।
নাও ভৰা দিয়া অসমত সুমাই ৰৈলা ॥

এহি মতে বাৰ ভূঁয়া মাৰি সমাপিলা ।
সামান্য সকলে শিৱ পুত্ৰক বৰিলা ॥
এহি মতে ভূঁয়া মাৰি বনঙ্গ কৰিলা ।
ৰাজা হৈবে লাগি বিশ্ব প্ৰাৰম্ভ কৰিলা ॥

নিশা কালে গোঁসানায়ে স্বপ্নত কহিলা ।
নগৰ সাজিয়া মূৰ্ত্তি থাপিবাক দিলা ॥
দেউৰী পূজাৰি আনো বাদ্য ভণ্ড যত ।
দিয়া ৰাজা পাতিবাক কহিলা বিশ্বত ॥

হেন স্বপ্ন দেখি বিশ্ব জাগিযা আছিলা ।
প্ৰভাতে উঠিয়া সব লোক পাঞ্চি দিলা ॥
নগৰ সাজিযা ততে মূৰ্ত্তি থাপিলন্ত ।
দণ্ডে ছত্ৰে সিংহাসনে ৰাজা পাতিলন্ত ॥

মহাৰাজ চিহ্ন যত বিভব আছয ।
সবাহাঙ্কে শিৱ পুত্ৰে দিলেক নিশ্চয় ॥
পূজা বলি দিয়া দণ্ড ছত্ৰে নমিলন্ত ।
সবাকে শুনায়া বিশ্ব কথা কহি লন্ত ॥

আজি ধৰি আমসাৰ দেবী ভৈল ৰাজা ।
তানে প্ৰতিনিধি আমি নিয়মিবো প্ৰজা ॥
তাত পাছে শিৱ পুত্ৰে আনি সিংহাসন ।
তাতে বসি ৰাজা হৈবে কৰিলা যতন ॥



চৈধ্য শফে ব্যাল্লিশ যে শক আসি ভৈলা।
মাঘ মাস শুভক্ষণে ৰাজা হুয়া ৰৈলা ॥
এহি মত ইন্দ্র সমৰূপে ৰাজা ভৈলা।
যাৰ সীমা দণ্ড অন্থাপিয়ো জ্বলি ৰৈলা ॥

পুর্ব্বত দিকৰেই কৰতোয়া পচিমত।
উত্তৰে বিহগ নদ কল্য দক্ষিণত ॥
পুবে দক্ষিণৰ সীমা কলিয়া যে বৰ।
জিলাই নদী পশ্চিমত দক্ষিণ পাৰৰ ॥

এহি চতুৰ্দ্দ মধ্যে ভৈলেক নৃপতি।
বেহাৰ নগৰে ৰাজা কৰিলা বসতি ॥
বেহাৰ পাটত সিংহাসনে ৰাজা ভৈলা।
সেহি দিনা হন্তে বিশ্বসিংহ নাম থৈলা ॥

বাৰ ঘৰি মেচ যিতো পূৰ্ব্বত আছিলা।
তাসম্বাক আনি কাৰ্জ্জি পাতি বণ্টা দিলা ॥
বংশ কমলত সূৰ্য্য প্ৰায় নৰপতি।
দুৰ্গতি খণ্ডাইলা একাদশে বৃহস্পতি ॥

সমস্ত ৰাজাৰ শিৰোমণি নৰপতি।
হুয়া পালিলন্ত অকণ্টকা বসুমতী ॥
অসমে নেদই কৰ দেখি মহাৰাই।
লক্ষ সেমা সঙ্গে লৈ ক্ৰোধে গৈলা ধাই ॥

গাঙ্গমুখ যাই পাইলা খৰচ ঢুকাইলা।
হোসকি আসিয়া কন্তে নগৰ সাজিলা ॥
দেৱালয় কৰি তৈতে গোসানী থাপিলা।
কছাৰি পূজিতে আজ্ঞা কৰি পাটে আইলা ॥

অষ্টাদশ কোমৰ জন্মিলা নৃপতিৰ ।
তাসম্বাক পৰীক্ষাক কৰিলা ৰুচিৰ ॥
সুবৰ্ণৰ যৱ ধান্য তাম্ৰ সেতু লোহা ।
মৃত্তিকাৰো টোপলি বান্ধিলা নৰ লাহা ॥

কোমৰ সবক মাতি নিয়া আদেশিলা ।
মল্লদেৱে মৃত্তিকাৰ টোপলিক নিলা ॥
মহাৰাজা হৈব বুলি কৈলা নৰপতি ।
দেশ দেশান্তৰে ৰৈব ইহাৰ সুকৃতি ॥

লোৰ টোপলি আকলিলা শুক্লধ্বজে ।
যুবৰাজ হৈব বুলি কৈলা মহাৰাজে ॥
ধান্যৰ টোপলি গোহাইকমল নিলন্ত ।
যশস্বী হৈবন্ত বিশ্বসিংহে কহিলন্ত ॥

সুবৰ্ণৰ টোপলিক নৰসিংহে নিলা ।
বিদেশী হৈবন্ত বুলি ৰাজাই কহিলা ॥
আনো আনো কোমৰেও ইমতে নিলন্ত ।
তাসম্বাৰো কথা বিশ্বসিংহে কহিলন্ত॥

এহি মতে কোমৰ গণক পৰীক্ষিলা,
নৰ সিংহ কোমৰক লালনা কৰিলা ॥
এক দিনা নৰ সিংহে পুচিলা ৰাজাত,
কোননো তোমাৰ পিতৃ কহিয়ো আমাত ॥

অতো দিনে নও দেখোঁ পিতৃক তোমাৰ,
হাঁবেপীয়া বোলে গৃহে পিতৃ নাই যাৰ ॥
তুমিও তেমন নিকি কহিয়ো আশ্বাস ।
সিদ্ধান্ত নেদিয়া ৰাজা তেজিলা নিশ্বাস ॥

হবিষ্যান্ন খুয়া ৰাজা পিতৃক চিন্তিলা,
তিনি দিন অনন্তৰে দৰিশন দিলা ॥
ভস্মে বিভূষিত দেহা বৰ্ণ ফটিকৰ,
ব্যাঘ্ৰ চৰ্ম্ম শূল অস্থি মাল্য জটাধৰ ॥

হৰে বোলে কলি যুগে অদৃশ্য লোকৰ ।
তথাপি ভৈলাহো দৃশ্য খেদতো তোহৰ ॥
হওঁ তোৰ পিতৃ খেদ নকৰিবি মনে ।
মোৰ কৃপা বিনে ৰাজা হৈবে পাৰে কোনে ॥

দেখি বিশ্বসিংহে অতি হৰ্ষক লভিলা,
নৰসিংহক দেখাই অষ্টাঙ্গে নমিলা ॥
নমো গঙ্গাধৰ দক্ষ যজ্ঞ বিনাশন,
নমো উমাপতি সোম সূৰ্য্যাগ্নি নয়ন ॥

নীলকণ্ঠ ভস্ম মুণ্ড মালা জটাধাৰী,
খট্টাঙ্গ ত্ৰিশূল ধাৰী নমো ত্ৰিপুৰাৰি ॥
এবমাদি স্তুতি নতি কৰি সন্তোষিলা,
অজৰ অমৰ বৰ নৃসিংহে প্ৰাৰ্থিলা ॥

হৰে বোলে কলি যুগে এই বৰ নাই,
ত্ৰিতয় অবস্থা তই লভিবি সদাই ॥
প্ৰাতসত শিশু যুবা হৈবি মধ্যাহ্নত,
বৃদ্ধ অবস্থাক লভিবিহি সাযহ্নত ॥

নিশা দুই চাৰি দণ্ড মাৰিযা থাকিবি,
এবং ক্ৰমে উত্তৰ দিশত ৰাজা হৈবি ॥
এহি বৰ নৰসিংহ কোমৰে লভিলা ॥
স্বৰ্ণ হনুমন্তি দণ্ড নৃপতিক দিলা ॥

এই দুই দণ্ড যি দিশক মুখ হই,
জানিবিহি তই সিদিশত হৈবি জয় ॥
এহি বুলি অন্তৰ্ধান ভৈলা মহেশ্বৰ ॥
কহো শুনা—যিতো ভৈলা আত অনন্তৰ ॥

নৰ সিংহ কোমৰক বেথা কযে ৰাই,
এহি কথা জানি মল্ল শুক্ল দুই ভাই ॥
কষ্ট মন হুয়া বাৰানসাক চলিলা।
ব্ৰহ্মানন্দ সন্যাসায়ে শাস্ত্ৰ শিক্ষা দিলা ॥

বিদ্যা জানি দুয়ো বৰ হৰ্ষক লভিলা,
গুৰু গৃহে কতো কাল আনন্দে বঞ্চিলা ॥
বিশ্বসিংহ নৃপতিয়ে শাস্ত্ৰ নজানিলা।
ৰাজা হুই পঞ্চি সমা এবৎসৰ ভুঞ্জিলা ॥

পাচে কথা এক ৰাজা পুচন্ত বিপ্ৰত।
কিবা আছে তোমাসাৰ বৃদ্ধ আঙ্গুলিত ॥
সেবন্ত মনুষ্য গণে পৰিয়া তাহাত।
না ভাণ্ডিয়া দ্বিজ তুমি কহিয়ো আমাত ॥

তীৰ্থৰ আশ্ৰয় বুলি বিপ্ৰে নকহিলা,
শুক্ল তেজ আছে হেন হঠাতে বুলিলা ॥
ৰাজা বোলে আঙ্গুলি ফালোক বুকো চাই,
কিবা শুক্ল কিবা ৰক্ত বুঝান নযাই ॥

হাঠুৰি বটালি দিয়া ফলাইলা ভণ্ডাৰি,
শুক্ল নোহে দেখে ৰক্ত বহে ধাৰা সাৰি ॥
আঙ্গুলিত ব্ৰাহ্মণৰ বিষে ধৰিলন্ত,
বৰ বৈদ্য আনি তাঙ্ক লগাইলন্ত ॥

ব্ৰাহ্মণৰ তেজ কেহো ৰাখিবে নৰিলা,
আঙ্গুলিৰ বিষে বিপ্ৰে ৰাজাক সপিলা ॥
কোন কাৰ্য্যে ফালি চিৰি মাৰস আমাক,
মৰিবিহি ফাটি তয়ো সপিলা ৰাজাক।

এমন দোষক যদি ৰাজাই কৰিলা,
তাৰ ফলে পক্ষান্তৰে খং দেখা দিলা ॥
দেখি বিশ্বসিংহ ৰাজা ভাবনা কৰিলা,
পুত্ৰ সমস্তক মতাই আনি শিক্ষা দিলা ॥

মোৰ বংশে ব্ৰাহ্মণৰ দ্ৰোহ নাচৰিবা,
দ্ৰোহৰ সম্বন্ধে আঙ্গুলিয়ো নোটোৱাইবা ॥
মোৰ বাক্য বুলি যদি সঁজাত নপাই।
শাস্ত্ৰ চাই দেখ পৰীক্ষিতৰ বিলাই ॥

তেজপীয়া হুইছে নৃপ ব্ৰহ্ম বিত্ত হৰি,
ইন্দ্ৰো হৰিছে শ্ৰীক দেখহো বিচাৰি ॥
আৰু মেচ কোচ কছাৰিৰ কন্যা আনি।
বিহাইবা—নানিবা অন্য জাতিৰ ৰমণী ॥

মাত্তল আকৃতি হবে মনুষ্য সকল,
ছত্ৰ ভঙ্গ হুইবে গাৱে নুহিবেক বল ॥
এই ক্ৰমে পুত্ৰ সমস্তক শিক্ষাইলন্ত।
মৌনে হৰপদ চিন্তি দেহা এড়িলন্ত ॥

ৰাজ বংশাবলী কথা শুনা সৰ্ব্বজনে,
বিশ্বসিংহ হেন ৰাজা হৈবে কোন জনে,
সাক্ষাতে মহেশে আসি ভৈলা অবতাৰ।
বুঝিয়ো কাহাৰ শক্তি এমন হৈবাৰ ॥

তাহান চৰিত্ৰ হৰি নামে এৰে সৰি,
হৰি হৰ ভেদ নাই ঘষিয়ো শ্ৰীহৰি ॥

---

## ছবি।

বিশ্বসিংহ মহাৰাই স্বৰ্গ পন্থ পাইলা যাই,
পাচে নৰসিংহ ৰাজা ভৈলা।
মল্ল শুক্ল দুই ভাই গুৰু গৃহে ৰৈলা যাই,
তৈকলাগি মন্ত্ৰী পত্ৰ দিলা ॥
দুয়ো ভাই পত্ৰ পাইলা গুৰুৰ হস্তত দিলা,
পত্ৰ চাই বুলিলা সন্যাসী।
তুমি ৰাজা হৈবে পৰা শীঘ্ৰ গতি গৃহে যাবা,
আজ্ঞা পাই দুয়ো পাইলা আসি ॥
বোলে মল্ল নাৰায়ণে নৰসিংহ নৃপ মানে,
যোগ্য নুই যোগ্য হওঁ আমি।
নৰসিংহে হেন শুনি পিতৃহৰ বাক্য শুনি,
ভোটান্তে গৈলন্ত পুত্ৰসমি ॥

মল্ল শুক্ল দুয়ো ভাই ভোটান্তে গৈলন্ত ধাই,
বোলে কেনে ৰাখা মোৰ অৰি,
ভয়ে ততো মিলিলন্ত নৰসিংহে দেখিলন্ত,
মৰঙ্গ দেশক গৈলা ডৰি ॥

মৰঙ্গকো গৈলা খেদি মৰঙ্গো বৰিলা যদি,
নৰসিংহ তৈতো নাপাই ঠাই।
তাৰো পৰা চলি গৈলা নেপালে পশিয়া ৰৈলা,
তাকো খেদি গৈলা দুয়ো ভাই ॥

নেপাল দেশৰ্ব পতি বৰিলন্ত হুযা ভাতি,
নানাবিধ সম্ভাৰক লই,
নৰসিংহে হেন দেখি সগোতক হুযা আসি,
কাশী দেশে পলাই ৰৈলা গৈ ॥

দুৰ্গম পন্তক চাই নগৈলন্ত দুযো ভাই,
তৈৰ পৰা পালটি আসিলা।
পাচে নৰ নাৰাযণে বাপেকৰ সিংহাসনে,
ৰাজা হৈ প্ৰকাশ কৰিলা ॥

নাৰলি মোহৰ মাৰি চলাইন্ত আজ্ঞা কৰি,
মল্ল শুক্ল নাম বিস্তাৰিলা।
যেন ৰাম লক্ষ্মণ এক পিন্তে দুযোজন,
সোই মতে ৰাজক পালিলা ॥

অত্ৰান্তৰে নৰৰাই আজ্ঞা দিলা দুযো ভাই,
সৈন্যৰ মোহোলা কৰিবাৰ।
নৃপতিৰ আজ্ঞা পাই মোহোলা কৰিযা ঠাই,
লক্ষ চাৰি বত্ৰিশ হাজাৰ ॥

ৰজক সোনাৰি তেলি কহাৰ কমাৰ মালি,
এহি সব বাক্য কৰিলন্ত।
সৈন্যৰ গণিতা পাই জনাইলা ৰাজাৰ ঠাই,
শুনি ৰঙ্গ ৰাজাৰ ভৈলন্ত ॥

বোলে নৰ নাৰায়ণে শুনিযোক সৈন্য গণে,
পূৰ্ব্বে পিতৃ এমন কৰিলা,
অসম মাৰিবে গৈলা খৰচ তাকৰ ভৈলা,
গঙ্গামুখ হন্তে ফিৰি আইলা ॥

**১৪৫৬ এই শকত নৰসিংহ ৰাজাক খেদি নৰনাৰায়ণ শুক্লধ্বজ ৰাজা হৈছে ॥**

পিতৃৰ বাঞ্ছিত বাণী পুত্ৰে কৰৈ ভাগ্য মানি,
গোহাই কমলে সমে যাবা,
নাপাৰিবা তোৰা গালি পৰ সুখ লাগি আলি,
বান্ধি আহি আমাত জনাবা ॥

গোহাই কমলে শুনি যশবৈব মনে গুণি,
শ্ৰেষ্ঠ ভ্ৰাতৃ বচন পালিলা,
বেহাৰৰ দুপৰৰ পম্বৃত পুখৰি খানি,
আলি বান্ধি আসি জানাইলা ॥

পাচে উট গৰ্দ্দভত বলধিত শকতত,
জোৰাই জোৰাই খৰচ লৈলন্ত।
যাত্ৰা কৰি শুভক্ষণে লগে লৈয়া সৈন্য গণে,
সংগ্ৰামক ৰাজা লৰিলন্ত ॥

ব্ৰাহ্মণক দিলা দান কৰিয়া বহুত মান,
পাচে ৰাজা স্বপ্ন দেখিলন্ত ॥
স্বপ্নত বোলন্ত হৰ আপোনাৰ পূৰ্ব্বাপৰ,
কিয় তই এড়িলি আচাৰ।

মেচক চাৰিৰ জিয় নাচানলে দাস কিয়,
তোৰ এহি কুল ব্যবহাৰ ॥
স্বপ্ন দেখি নৰেশ্বৰে সোনকোষ নদী তাৰে,
কছাৰিৰ নাছন দিলন্ত।

দেব বুলি ছৰিলন্ত জয় জয় বলিলন্ত,
ৰাজা কৰযোৰ কৰি লন্ত ॥
তাসম্বাক তুষিলন্ত তাৰ পৰা লৰিলন্ত,
যাই ৰৌভাবৰিক লভিলা,

তৈতে ৰাত্রি ৰুঞ্চিলন্ত বাৰ দলে ভেণ্টিলন্ত,
তাৰ নাম বাৰদলা ভৈলা ॥
তাৰো পৰা লৰিলন্ত কান্ত যাই ৰহিলন্ত,
তাৰো পৰা সিঙ্গৰিক গৈলা।
সিঙ্গৰিৰ গোপেশ্বৰ সেবি লভিলন্ত বৰ,
ভৰলুৱা নদীতীৰে ৰৈলা ॥
ভৰলুয়া নদী বৰ, দেখন্তে লাগই ডৰ,
উৰ্ম্মি পাক সহিতে বহন্ত।
দুই স্তুতি ভয়ঙ্কৰ শুক্লধ্বজ নৰেশ্বৰ,
ঘোড়াৰেৰে এটি চেড়াইলন্ত ॥
সৰ্ব্বলোকে আছে চাই দিলা যেন উড়ি যাই,
ভৰলুৱা নদী চেৰাইলা।
এতেকে সে চিলা ৰাই নাম এই অভিপ্ৰায়,
জয় জয় তুমুল ব্যাপিলা ॥

---

পদ।

আত অনন্তৰে যেমন ভৈলা,
তাকো পদ বন্ধে কহিবে লৈলা ॥
গড়গ্ৰাম পুৰে লৰিলা ৰাই।
কাম্পান্ত ধৰণী সেনাৰ পাই ॥

ধনুশ্বৰ শেল অসিক ধৰি,
কতো হস্তী ঘোটকে ছৰি ॥
সেনাৰ ঘঞ্চালে কৰ্ণক ফাৰে,
সৰ্ব্বস্ব তেজিয়া পলান্ত নৰে ॥

বৰ গোসাই আদি মন্ত্ৰীয়ে শুনি,
লোৰ পঠা সাজি দিলন্ত গুনি ॥
আকে এক ঘাই কাটে নৃপতি ।
তেবেসে আসিব আছে শকতি ॥

দূতে নিয়া লোৰ পঠাক দিলা,
তাক বাসা ঘৰ দিয়া ৰাখিলা ॥
হবিষ্যান্ন স্নান কৰি তর্পিলা,
যুগ্ম পঠা দিয়া দেৱী অর্চ্চিলা ॥

দুতক আনিলা আগক মাতি ।
একে ঘায়ে কাটি কৰিলা খ্যাতি ॥
তাকে উৎসর্গিয়া দেৱীক দিলা ।
মণ্ড গুটি ছিল দিয়া খেদিলা ॥

শিৰ গুটি নিয়া দিলন্ত দূতে ।
স্বর্গী ৰাজা দেখি ভৈলন্ত ভীতে ॥
বিনা যুদ্ধে ভঙ্গ মানিলা মনে ।
সোমাইলন্ত চৰৈখোৰঙ্গ মানে ॥

শুনি নৰনাৰায়ণ যে ৰাই,
নৰগ্ৰামপুৰ পাইলন্ত যাই ॥
হাটি বাটি আলি চাইলন্ত ঘুৰি,
প্ৰকাশন্ত যেন ইন্দ্ৰৰ পুৰি ॥

তৈতে গৃহ সাজি ৰৈলন্ত ৰাজা ।
ভেটিলন্ত আসি অসম প্ৰজা ॥
তাসম্বাক ৰাজা নির্ভয় দিলা ।
মন সুস্থ কৰি গৃহে বঞ্চিলা ॥

চুটিয়াক পূৰ্ব্বে অসমে মাৰি।
তাৰ ৰাজ্য পাট লৈলন্ত কাঢ়ি॥
মেৰি মেৰি তাৰ আছিলা ভাই।
বৰিলা ৰাজাক ধৰিলা পাই॥

তাক কৃপাই নৰনাৰায়নে।
পাতিলন্ত বাহ বাৰিৰ থানে॥
কতো দিন ৰাজা বঞ্চিলা তথা।
আত অনন্তৰে শুনিয়ো কথা॥

স্বৰ্গৰাজা থানে পাঞ্চিলা দূত।
কহিয়ো ৰাজাত কথা প্ৰস্তুত॥
বৰে যদি আসি নজাও খেদি।
খেদিয়া যাইবোহো নবৰে যদি॥

শীঘ্ৰে দূতে যাই পত্ৰক দিলা।
পত্ৰ খানি সভা মধ্যে 'মাতিলা॥
শ্ৰী শ্ৰী মল্লদেব ৰাজেশ্বৰ।
লিখিতমিদং শূন্য নৰেশ্বৰ॥

আসিলোহো আমি তোমাৰ ঠাই।
পুৰ চাৰি কিয়া গৈলা হাৰাই॥
কিঞ্চিতো অপ্ৰিয আচাৰা নাই।
আসি দৰশন দিবাক পাই॥

নহিবা আমাক দিয়োক ৰণ।
তেবে পঞ্চগ্ৰাম হৰয় শোভন॥
আমি হাৰো কিবা হাৰা আপুনি।
দৈবৰ লিখিত বুঝিবো কুনি॥

লাভ যে অলাভ জয় অজয় ।
সম বুলি হৰি কহি আছয় ॥
শীত উষ্ণ পুনু আসে যাই ।
জয়াজয় দুয়ো এমন প্রাই ॥

নহিলে অকীর্ত্তি কহিব জনে ।
আমি নজাইবোনিকি সেইথানে ॥
প্রথম পুত্রক সবে শুনিলা ।
মিলিবাক প্রতি যুক্তি কৰিলা ॥

এক চৰু সোন দিলন্ত ৰাই ।
ৰূপ দুই চৰু দিলন্ত ছাই ॥
ষষ্টি সংখ্যা হস্তী অনাইলা ।
কুনা মিন্দ বস্ত্র তিমান দিলা ॥

তিনিশ অসম নৰ পাঞ্চিলা ।
সোন্দৰ কোৱৰকো পঠাইলা ॥
ইসব সম্ভাৰে কোমৰে যায ।
বৰিলা ৰাজাক পৰিয়া পাৱ ॥

কোমৰক লগে আনিলা ৰাই ।
সসৈন্যে আসিলন্ত ভাঠিয়াই ॥
বিংশতি আশ্বাৰি চিলাৰাই ।
লৈয়া হেৰ্ম্মেশ্বৰ দ্বাৰে যাই ॥

দুই গুটি কুব মাৰিয়া গৈলা ।
হেৰ্ম্মেশ্বৰ ৰাজা ভীতিক পাইলা ॥
সোণেৰূপে গৰাই দুগুটি ঝাৰি ।
হস্তী এটীক চাই সোনলি কৰি ॥

ৰূপে আৰু এটিক ছাইলা ৰাই।
আহি হস্তী আৰু নৈলা সুধাই ॥
বিংশতি মনুষ্য কুমৰী এটি।
মিলিলন্ত হৰ্ম্মেশ্বৰে ভেটি ॥

ৰাজযোগ্য বটা তাহান্তক দিলা।
দেশৰ প্ৰবৃত্তি বাৰ্ত্তা পুছিলা ॥
হেন বাৰ্ত্তা পাই খৈৰাম পতি।
আপুনি বৰিলা লভিয়া ভীতি ॥

বণ্টা দিয়া তাঙ্ক বুলিলা বাণী।
কি লাগে মোত মাগিও জানি ॥
মোহোৰ মাৰিবে প্ৰাৰ্থিলা ৰাই।
সেবিয়া থাকিবো তোমাৰ পাই ॥

তাঙ্ক আজ্ঞা দিলা নৰেশ্বৰ।
সেবা কৰি গৈলা নিজ ঘৰ।
কুশলে থাকিয়ো হুয়া নৃপতি ॥
মোক জানো তোৰ নছাৰে মতি ॥

এহি বুলি তাঙ্ক বিদাই দিলা।
ৰাজাক সেৱিয়া দেশে চলিলা ॥
পাচে চিলাৰাই জয়ন্তা পুৰে।
প্ৰবেশিলা যাই দৰ দৰে ॥

জয়ন্তা ত্ৰিপুৰাৰ দুই ৰাই।
মুকুতা মালাই ৰৰিলা যাই ॥
কুড়ি হস্তী কুড়ি মনুষ্য দিলা।
দণ্ডৱত হুয়া প্ৰণামিলা ॥

তাকো ৰাজযোগ্য বণ্টাক দিলা,
দেশৰ প্রবৃত্তি বার্ত্তা পুছিলা।
দুইহান্তকো ৰাজা থৈলন্ত পাতি,
অদ্যাপি কহন্ত যাহাৰ খ্যাতি ॥

পাছে ডুমৰুৱা দেশে আইলা,
তাৰ নৃপতিয়ে বৰি লৈ গৈলা।
তাৰ পৰা পাছে ছিলাৰাই।
চিৰং দেশক মাৰিলা যাই ॥

এমন প্রকাৰে ভ্রমিলা ৰাজা,
পালিলা সমস্ত দেশৰ প্রজা ॥
উৎসব মঙ্গল আনন্দ কৰি,
প্রবেশিলা যাই আপোন পুৰি ॥

অম্রাৱতী সম প্রকাশ কৰে,
হয় হস্তী ৰাৱে কর্ণক ফাৰে ॥
প্রজাৰ আন্দোলে কাম্পন্ত মহী।
দশো দিশে ৰোল গৈলন্ত বহি ॥

শঙ্খ ভেৰী কালি দুণ্ডুভি ঢোল,
বাদ্যত পৰিল স্বৰ্গৰ কোল ॥
উৰুলী পাৰিলা সুন্দৰী গণে,
ব্রাহ্মণে আশিষ কৰিলা ঘনে ॥

ভণে ৰতিকান্ত অলপ মতি,
গদাধৰ বিষ্ণুভৃত্যৰ নাতি,
গজিন্দ্রক গ্রাহে ধৰিলা জলে,
ৰহিলন্ত হৰি ভক্তিৰ বলে,
কাল গ্রাহে ধৰি অদ্যপি আছে,
ৰাম হৰি সবে ঘুষিয়ো পাচে ॥

---

# পশুৰাম দ্বিজ।

---

## ধৰ্ম্ম পুৰাণ।

দ্বিজ সকলোৱে একদিনা সুবেকত,
কৰিলেক ধৰ্ম্ম প্ৰশ্ন ব্যাঁসৰ আগত ॥
দ্বিজগণ নিগদতি ব্যাস মুনিবৰ।
পূণ্যতো উত্তম পুণ্য উত্তম ধৰ্ম্মৰ ॥

কোন নামে হন্ত ইহ কাহাক আচৰি,
অক্ষয় স্বৰ্গক পাৱে পাপক সংহৰি ॥
মৰ্ত্ত্যবাসী ব্ৰাহ্মণাদি সমস্তে বৰ্ণৰ,
অকষ্টে লভয় স্বৰ্গ কিমতে অপৰ ॥

মহন্তে হীনেও যথা লভয় স্বৰ্গক,
যেন কাৰ্য্যে দেৱতাৰো লভে গৌৰবক ॥
প্ৰসন্ন হুয়োক গুৰু আমৰা সবত,
এহি সব তত্ত্ব মোক কহিয়ো বেকত ॥

ব্যাস নিগদতি আত কৈবো পঞ্চাখ্যান,
ইহাতে তোৰাৰ প্ৰশ্ন হৈবেক বিধান ॥
পাঞ্চৰ একক কৰি নৰ সমস্তয়,
পাপ মোক্ষে স্বৰ্গে যাই নাহিকে সংসয় ॥

পিতৃ মাতৃ অৰ্চ্চা এক পতিৰ অৰ্চ্চন,
সমস্ত জনত সম মিত্ৰে অদ্ৰোহন ॥
বিষ্ণুত ভকতি এই পঞ্চ নিৰূপণ,
ইহাত ক্ৰমৰ কাল শুনা নিয়মন ॥

প্ৰথমে জনক জননীৰ সেৱা কৰ্ম্ম,
তাক উলঙ্ঘিয়া নাহি আন ক্ৰিয়া ধৰ্ম্ম ॥
পিতৃ মাতৃ সেবা দ্বাৰা যিতো ধৰ্ম্ম পায়,
তীৰ্থ যাত্ৰাদিৰ দ্বাৰা সি ধৰ্ম্ম নাযায় ॥

পিতা স্বৰ্গ পিতা ধৰ্ম্ম পিতা তপ পৰ,
পিতৃ তৃপ্তি হৈলে হোৱে দেবতা সবৰ ॥
যাৰ সেবা গুণ দ্বাৰা পিতৃ তৃপ্তি হৈল,
দিনে দিনে ভাগিৰথী সিতো স্নান কৈল ॥

সৰ্ব্বতীৰ্থৰূপ মাতা পিতা বিষ্ণুময়,
অতো সৰ্ব্বাৰম্ভে তাঙ্ক পূজিবে লাগয় ॥
মাতৃক পিতৃক যিতো কৈল প্ৰদক্ষিণ,
পৃথ্বী প্ৰদক্ষিণ পূণ্য ভৈলা তানধিন ॥

মাতৃ পিতৃ প্ৰণাম কৰন্তে যিজনৰ,
জানুকৰ দুই শিৰ ভূমিৰ উপৰ ॥
পতন হৈলেক সিতো জনৰ বিদিত।
অক্ষয় স্বৰগ সুখ ভৈল উপস্থিত ॥

সিতো দুইৰ চৰণৰ ধুলা যাবদেক,
আপোন মস্তকে ধৰে ভাৱ পৰতেক ॥
প্ৰত্যেকে ধূলাৰ মালে স্বৰ্গ ভুবনত ॥
পূজিত হৱয় সুত জানিবা নিয়ত ॥

তান দুইৰ পাদোদক পান কৰে সুত,
জন্ম কোটি শত পাপ হন্তে হৱে পূত ॥
এহিও মানব ধন্য মনুষ্য লোকত,
সৰ্ব্ব কল্মষেৰে মুক্ত হৈয়াও তাৱত ॥

বিনায়ক লোক পাৱে এক জন্ম দ্বাৰ,
পিতৃ মাতৃ পূজাৰত মনুষ্যতে সাৰ ॥
যেহি ও পুৰুষাধম মাতা পিতৰক,
বাক্যেৰে উলজ্মা কৰে মানিয়া গৰ্ব্বক ॥

যাৱে ভূত বিপ্লব কালৰ নিৰূপন ।
তাৱদে নৰকে পছে সিতো দুৰ্ব্বচন. ॥
মাতৃ পিতৃ অনৰ্চ্চিয়া যিতো সুতাধম ।
ভোজন কৰয় কোনো দ্ৰব্য মনোৰম ॥

সিতো পাপী কমি যুত নৰকে নিশ্চয় ।
কল্লান্ত কালক ব্যাপি তথাতে পছয় ॥
ৰোগী অতি বৃদ্ধ কিম্বা বৃত্তি বিৰহিত ।
নেত্ৰ কৰ্ণ বিকল হেনয় দুঃখান্বিত ॥

পিতৃ মাতৃ দুইক ছাৰি যাই কোন কাজ ।
ৰৌৰবে পছয় সিতো সুত পাপ তাজ ॥
তাত পৰে অন্ত্য জাতি ম্লেচ্ছ চণ্ডালত ।
জনম লভয় পাপী পিতৃ ত্যাগৰত ॥

স্ব মাতৃ পিতৃৰ পুত্ৰে নকৰি পোষন ।
সৰ্ব্ব পূণ্য ক্ষয় কৰে নাহি সন্দেহন ॥
পিতৃক নাৰাধি যিতো তীৰ্থকো চলয় ।
ফল নাপাৱয় ভ্ৰমে কিবৈ আলয় ॥

ইহাতে পূৰ্ব্বৰ বৃত্ত কৈবো প্ৰমাণক।
শুনা দ্বিজগণ যত্নে বাক্যৰ অৰ্থক ॥
যাহাক শুনিলে পুণ্য মোহক সাম্প্ৰত।
নাযাইবাহা তোৰা সব কৰ্ম্মৰ কাণ্ডত ॥

পুৰা এক নৰোত্তম নামত ব্ৰাহ্মন।
আছিলন্ত ভুবি খ্যাত পূণ্য আচৰণ ॥
সিতো বিপ্ৰে পিতৃ মাতৃ দুইকো অনাদৰি।
তীৰ্থ সেৱা কামে গৈল বিধি অনুসৰি ॥

তীৰ্থক সেবিয়া বিপ্ৰ ফুৰন্তে তাহাৰ।
অনন্ত তীৰ্থৰ সেৱা লভি শুদ্ধ সাৰ ॥
স্নান বাস গণ আকাশত দেন্ত চাৰি।
নিৰালম্বে বস্ত্ৰ সব শুখান্ত বিহাৰি ॥

তবে ব্ৰাহ্মণৰ মনে ভৈল অহংকাৰ।
মোৰ সম নাহি আন সিতো পুণ্যকাৰ ॥
সুতিয়া বৃক্ষৰ তলে সিতো কৰ্ম্মাধান।
ইহেন উক্তিকে কৰিছন্ত একদিন ॥

এক বকে তান মুখে ভৎৰ্স ন কৰিল,
ক্ৰোধত ব্ৰাহ্মণে সিতো বকক শপিল ॥
বিপ্ৰ শাপে ভস্ম হুয়া শৰীৰ বকৰ,
পৃথিবীত পৰিলন্ত আগতে বিপ্ৰৰ ॥

তাতো তেজ আপোনাৰ কৰিয়া মানন,
দাম্ভিক ভাৰত পূণ্যে ভৈলেক মোহণ ॥
যদি পূণ্য কাৰী হেন আম্মাত নিশ্চয়,
চিত্তৰ উচ্চকং ভৈল দম্ভৰ বিষয় ॥

তবে তান'স্মন বাস গগনে সুধায়,
ক্ষেপন কৰিলে আসে ভূমি পুনৰায় ॥
হেন দেখি ভৈল বিপ্রে বিষাদিত মন,
তদা তাঙ্ক বুলিলন্ত আকাশি বচন ॥

যায়ো বিপ্র মুক নাম পৰম ধাৰ্ম্মিক,
চণ্ডালক বিনয়েৰে পুছা ধৰ্ম্মাদিক ॥
তাহাতে জানিবি ধৰ্ম্ম তাহান বচন,
হৈবেক তোমাৰ কাৰ্য্যে ক্ষমতা সাধন ॥

আকাকাশৰ হন্তে হেন শুনিয়া বচন,
গৈলেক মুকৰ গৃহে ব্ৰাহ্মণ নন্দন ॥
সমস্ত আৰম্ভে সেৱে পিতা মাতৰক,
মুকক দেখিল বিপ্র গৈয়া মন্দিৰক ॥

শীতকালে প্রাতসতে তপ্ত জলচয়,
তৈল আৰ বহ্নি তাপ তাম্বুল নিশ্চয় ॥
সূতিবাক তুলি আৰ নেহালি কাপৰ,
বসিবাক নীচাসন তপ্ত অন্নবৰ ॥

দুগ্ধ ষড়ৰস আৰ বসন্ত কালত,
সুগন্ধি মধুক মালা আনো ভোগ্য যত ॥
উষ্ণত বিছয় সদা ভক্তি নম্র কায়,
এহি মতে সেৱে পিতা মাতাক সদায় ॥

তান দুইৰ পূজা কৰি ভুঞ্জন্ত সৰ্ব্বথা,
নিবাৰন্ত মশ আৰ সন্তাপক তথা ॥
এহি সব পূণ্য দ্বাৰা হুয়া সন্তোষিত ॥
তান গৃহ মধ্যে বিষ্ণু কৰিলন্ত থিত ॥

স্তম্ভ নাই নিৰাধাৰে আকাশ মণ্ডল,
তাত দিব্য আসাৰ মধ্যে ঢল ঢল ॥
ত্ৰিভুবণ ঈশ্বৰ নিতাদা তান্তে স্থিত,
বিপ্ৰৰূপ ধাৰী মনোহাৰী সুৰূপিত ॥

তেজময় মহাশুদ্ধ অন্যৰ অদৃষ্ট,
লক্ষ্মী সৰস্বতী দুইৰ মধ্যে ভাসে হৃষ্ট ॥
হেনয় দেখিয়া বিপ্ৰে দেখিয়া বিস্ময়,
মুকক সম্বুদ্ধি সিতো বচন বোলয় ॥

বিপ্ৰ নিগদতি মুক আসনে বসিয়ো,
আমি সমে কিছু কাল সম্ভাসা কৰিয়ো ॥
সকলো লোকৰ হিত সুধিতে তোমাত,
আসি আছোঁ মই তব নিকট সাক্ষাত ॥

মুক নিগদতি মোৰ নাহি অবসৰ,
পিতৃ মাতৃ সেৱা কাৰ্য্যে নিবদ্ধতাপৰ ॥
কেন মতে অৰ্চ্চা তোমাৰ অস্তিক,
যাইবোহো পৰেত্ৰে বাবো কৰি পূজাদিক ॥

মোৰ এহি কাল তুমি কৰি অপেক্ষণ,
দ্বাৰ দেশে থাকা বিপ্ৰ হুয়া সন্ধুক্ষণ ॥
পৰে তব আতিথ্যক কৰিবো বিহিত,
হেন শুনি বিপ্ৰ ভৈল পৰম কুপিত ॥

আগত আতিথ্য আৰু তাহাতে ব্ৰাহ্মণ,
হেনক ছাৰিয়া কোন কাৰ্য্য অধিকন ॥
ইতো কাৰ্য্যাধিক তোৰ কোন গুৰুতৰ,
কৈয়ো শীঘ্ৰে মোৰ আগে বাক্য হেতুকৰ ॥

মুক নিগদতি বিপ্ৰ কিমৰ্থে কোপস,
নহোবক মই জ্ঞান মুক বুলি কস ॥
বকতেসে তোৰ কোপ ভৈলেক অতীত,
অন্য এত নাহি জান তোৰ কোপ স্থিত ॥

তোৰ স্নান বস্ত্ৰগণ গগনে নৰয়,
নুশুখায় তথা বাস ভুমিক আসয় ॥
তাঙ্ক দেখি ভৈলি তই পৰম বিষাদ,
তোৰ অনু ভৈল আকাশিক বাদ ॥

সিতো বাক্য শুনি আইলা মোহোৰ গৃহক,
থাক থাক কৈবো মই তোহোৰ ধৰ্ম্মক ॥
অপেক্ষা না থাকা যদি পতিব্ৰতা গেহ,
যায়ো তান্ত প্ৰশ্ন কৈয়ো তোৰ কাৰ্য্য দেহ ॥

তাত পৰে চণ্ডালৰ গৃহে বাহিৰায়,
বিপ্ৰৰূপ ধাৰী বিষ্ণু বোলে সমুদায় ॥
আসা বিপ্ৰ যাইবো মই পতিব্ৰতা ঘৰ,
সিতো বিপ্ৰো বিমৰ্ষনা নকৰি কাৰ্য্যৰ ॥

বিপ্ৰৰূপ বিষ্ণু সমে বিপ্ৰ নৰোত্তম,
গৈলেক সাধ্বীৰ গেহ হৰ্ষেৰে পৰম ॥
যাহান্তে পথত বিপ্ৰে বিষ্ণু বোলয়,
কিমৰ্থে চণ্ডাল মৰে আকাশ আশ্ৰয় ॥

মহাতেজে প্ৰজ্বলিত হুয়া হৰ্ষান্বিত,
নিতান্তে থাকাসা বিপ্ৰ কহিয়ো বিদিত ॥
হৰিবোলে জানা বিপ্ৰ ইদানীক প্ৰতি,
ইতো প্ৰশ্ন কৰিবাক নোহে যোগ্যমতি ॥

পতিব্ৰতাদিক তুমি দেখিয়া বেকত,
তেবেসে মোহোক তুমি জানিবা নিয়ত॥
বিপ্ৰ নিগদতি তাত কোন পতিব্ৰতা,
কিম্বা তান ব্ৰত কোন কাৰণে নিয়তা॥

আমি সব যাও গুৰু এহি সকলক,
কৈয়ো মোত সাৱ সেবি প্ৰশ্ন উত্তৰক॥
হৰি নিগদতি নদী মধ্যে গঙ্গা দেবী,
স্ত্ৰীৰ মধ্যে শ্ৰেষ্ঠ জানা পতিব্ৰত সেবী॥

মনুষ্যৰ মাঝে নৰপতি শ্ৰেষ্ঠ হয়,
দেৱতাৰ মধ্যে জনাৰ্দ্দন কৃপাময়॥
যাক পতিব্ৰতা বোলে শুনা লক্ষণক,
নিতান্তে পতিৰ হিত ৰত নিয়ামক॥

জনক ভৰ্ত্তাৰ এহি দুই গোত্ৰ জাত,
শত শত পুৰুষক উদ্ধৰি সাক্ষাত॥
স্বৰ্গক চলিযা পতিব্ৰতা পতি সম,
আভৃত সম্প্লব কাল সুখক পৰম॥

ভোগক কৰিয়া পতি সমে ভ্ৰংসিতয,
পৃথিবীত জনমিয়া পতিক নিশ্চয়॥
সাৰ্ব্বভৌম ৰাজা কৰি তান মুখ্যভাজ,
মহিষী প্ৰধান হুয়া ভুঞ্জে ভোগ কাজ॥

পুনু স্বৰ্গে পুনু ৰাজ্যে এহি মতে সিতো,
পতিব্ৰতা ভোগ কৰে পতি সেৱা যিতো॥
এন ক্ৰমে শত জন্ম লভিয়া আছন্ত,
মোক্ষক পাৱয় পতি সমে সুবেকত॥

ব্ৰতক শুনিয়ো পতিব্ৰতাৰ লক্ষণ,
তনয়ৰ শতগুণ স্নেহ আচৰণ ॥
নৃপ শতগুণ ভয় কৰিবো পতিত,
গৌৰী তুল্য আৰাধন্ত পতিব্ৰতা স্থিত ॥

পতিৰ কোপত দাসী বেশ্যা শৃঙ্গাৰত,
ভোজনে জননী প্ৰিযা মন্ত্ৰী বিপদত ॥
ভৰ্ত্তাৰ আজ্ঞাক নলঙ্ঘয়ে মন বাক,
কায়েবেঁও কদাচিত নিয়মি দেহাক ॥

পতি যদি ভোজন কৰিল মনযোগ,
তেবেসে ভোজন কৰে পতি শেষ ভোগ ॥
যেহি যেহি শয্যা যথা স্থানত বিহিত,
পতিয়ে শয়ণ কৰে মনৰ ৰুচিত ॥

সেহি সেহি শয্যাগণ অৰ্চ্চিব যতন,
নিতে নিতে পতিব্ৰতা নাৰী নিয়মন ॥
মই বত কৰিবোতো হেন মৎসৰক,
নাযাই নকৰয় আব কাপন্য ভাৱক ॥

মোৰেসে নাপিত ইতি অবজ্ঞা ভাৱক,
মোৰ কৰ্ম্মে বশ ভৈল হেনয় মানক ॥
মোৰ সম পতি সেবা কোনে কৰিবেক,
উচ্চ মই হীন ইতো কৰ্ম্ম পৰতেক ॥

হেন অভিমান অবজ্ঞাক আদি কৰি,
নকৰয় পতিব্ৰতা নাৰী শুভচাৰী ॥
সুবেশ পুৰুস যদি দেখিলেক শান্তি,
সুত পিতা ভ্ৰাতা ৰূপ দেখে গত ভ্ৰান্তি ॥

পতিৰ সমৃদ্ধি মিষ্ট অন্নক দিৱয়,
কালে শুভ বস্ত্ৰ দেন্ত বাণা প্ৰীতিময়ী ॥
পতি ক্ৰুদ্ধ হৈলে হোৱে মৌনী সুচৰিতা,
তুষ্টিত মধুৰ বাক্য ভাষিণী বিণীতা ॥

হেনয় সমগ্ৰ গুণে যুতা মহাশান্তি,
পতিব্ৰতা লক্ষণ জানিবা লোক কান্তি ॥
এহি গুণান্বিতা সাধ্বা ইতো পতিব্ৰতা,
যায়ো তাঙ্ক বোলা কাম তোমাৰ নিযতা ॥

সেহি তো সাধুৰ অষ্ট পত্নী আছে তয়,
তাহাৰ মধ্যত বৰ বৰ্ণিনা নিশ্চয় ॥
ৰূপ যৌবনেৰে যুক্তা লজ্জাৰতা সাৰ,
যশস্বিনী শুভা নাম বিখ্যাত প্ৰচাৰ ॥

তাঙ্ক গৈযা পুছা তব হিত যাব দেক,
এহি বুলি ভগবান হৈছে পৰতেক ॥
অন্তৰ্দ্ধান ভৈল তান আগতে সাক্ষাত,
ব্ৰাহ্মণো দেখিলা গৈযা গৃহত তথাত ॥

দ্বাৰৰ কোনাত থিত আছে পতিব্ৰতা,
তাঙ্ক দেখি ব্ৰাহ্মণেয়ে পুছিলা নিযতা ॥
ব্ৰাহ্মণ বদতি মাতা মোৰ কিতো হিত,
কৈযো তুমি দেখি আছা জ্ঞানৰ দৃষ্টিত ॥

পতিব্ৰতা বদতি পতিৰ ভৰ্চ্চা কাল,
সাম্প্ৰতে হুইয়াছে মোৰ জানিবা বিশাল ॥
অতো পৰে কৈবো হিত তোমাৰ সাম্প্ৰত,
আতিথ্যক লৈয়ো বাপ হুয়া শান্ত মত ॥



ব্ৰাহ্মণ বদতি মোৰ দেহত বিদিত,
ক্ষুধা নাহিকয় নাই পিপাসা কিঞ্চিৎ ॥
অভীষ্ট মোহোৰ কৈয়ো কল্যাণী বিশেষ,
আসি আছো তব কাযে পুছিতে নিঃশেষ ॥

হেন শুনি পতিব্ৰতা বুলিল বচন,
মই বক নহো যাক কৰিলা শপন ॥
যায়ো তুলা ধাৰ প্ৰতি ব্ৰাহ্মণ সত্তম,
তাহাতে তোমাৰ হিত সুধিয়ো পৰম ॥

এহি বুলি পতিব্ৰতা গৃহ অভ্যন্তৰ,
চলিলেক শীঘ্ৰ কৰি স্বামী সেবা পৰ ॥
তাহাতো দেখিল বিপ্ৰে মুক গৃহ প্ৰায়,
গৃহ আকাশত তেজময় বিপ্ৰ কায় ॥

বিমৰ্ষিয়া বিস্ময়েৰে বাহিৰাইলা পথ,
পদুলিতে দেখিলেক বিপ্ৰ মহাৰথ ॥
আছে বহি পূৰ্ব্বে দৃষ্ট সিতো বিপ্ৰবাজ,
সম্বুদ্ধিয়া বলিলন্ত উপস্থিত কাজ ॥

যি কহিলা পথে পিতা সতীৰ ব্ৰতক,
সকলো দেখিলা মই তাবদে সত্যক ॥
কিন্তু মোৰ যথা বৃত্ত চণ্ডালো তাৰত,
সতীয়ো জানিলা কেনমতে সুবেকত ॥

বিস্ময়েৰে সমাবিষ্ট হুয়া মোহময়,
কিছু নাবুলিয়া ফিৰি আসিলা নিশ্চয় ॥
হৰি নিগদতি বিপ্ৰ সাধ্বী ধৰ্ম্মপৰা,
সবাৰো কাৰণ জানে জ্ঞান অনাবৰা ॥

অতি পুণ্য বলে সৰ্ব্বভূত প্ৰকাশন,
কৰিয়া আছয় নোহে বিস্ময় লক্ষণ ॥
তোমাক বুলিল কিবা শান্তি কৰ্ত্তব্যক,
তাহাকে বহিয়ো শুনি মোত সাম্প্ৰতক ॥

ব্ৰাহ্মণে বোলয় ধৰ্ম্ম তুলাধাৰ কাস,
সুধিবাক বুলিলন্ত মোক হিত আস ॥
হৰি বোলে আসা তবে যাওঁ তাক প্ৰতি,
যাহাতে হৰিক বিপ্ৰে বোলে হৰ্ষমতি ॥

কোন তুলাধাৰ কুত্ৰ থাকয় বেকত,
হৰি বোলে থাকে সিতো জন বহু যত ॥
হাটত বহুত দ্ৰব্য বিক্ৰয় কাৰ্য্যত,
ইতস্তত কৰি কিনি বিকিয়া সতত ॥

এহি মতে তুলাধাৰ আছে ধৰ্ম্ম পৰ,
কায় বাক্য মনে কিছু ৰিক্ৰিয়া নাকৰ ॥
নকৰে নোবোলে মিছা দৌৰ্ব্বল্য তাৰত,
সকলো লোকৰ হিত মাত্ৰতেসে ৰত ॥

সমস্ত প্ৰাণীত সম নাহি হীন পৰ,
তুল্য লোষ্ট্ৰ শিলা স্বৰ্ণ দৃষ্টি পৰশ্বৰ ॥
ধনৰত্ন জন মান স্নেহ ঘৃতাদিক,
অন্নাদি সঞ্চয় সৰ্ব্ব কৰি সমপাদিক ॥

যিতো মুখে লৱে পুনু সোহি মুখ দ্বাৰ,
ত্যাগক কৰয় বিধি ধৰ্ম্ম অনুসাৰ ॥
সত্যক তেজিয়া কিঞ্চিতেকো প্ৰাণান্তত।
অসত্যক নো বোলয় কোনো হেতুমত ॥

অতো ধৰ্ম্ম তুলাধাৰ তাঙ্ক বোলে প্ৰায়,
এহি উক্তি কৰি লৈয়া দেখিল তথায় ॥
বহুত বসক বিক্ৰি কৰিতে আছয়,
মল পঙ্কে সৰ্ব্ব অঙ্গ ব্যাপি বিৰাজয় ॥

দণ্ড আৰ কুণ্ডল পঙ্কিল হুয়াচণ্ড,
মত্তপ্ৰায়ে উনমত্ত বিবিধ ভাষণ্ড ॥
নানাবিধ মৰ্ত্তে তাঙ্ক বেঢ়িছে চৌপাস,
নাৰী আৰু পুৰুষৰ নাহি ভিন্নাভাষ ॥

কথ কথমপি বিপ্ৰে গৈয়া নিকটক,
বুলিলন্ত মধুধাৰা সম বচনক ॥
ধৰ্ম্মজ্ঞ মোহোক দিয়ো ধৰ্ম্ম উপদেশ,
যিতো হিত হোৱে মোৰ চাবিবোহো ক্লেশ ॥

তুলাধাৰ নিগদতি যাৱে জনগণ,
মোৰ সন্নিধানে থাকে তাৱদে ব্ৰাহ্মণ ॥
মোৰ স্বস্থ নাহি যাৱে ৰাত্ৰি প্ৰহৰেক,
উপদেশ দিবে নবো জানা পৰতেক ॥

এতেকে চলিয়ো তুমি ধৰ্ম্মাকৰ প্ৰতি,
বকৰ মাৰনে বাস আকাশে না গতি ॥
এহি সকলকো তাতে জানিবা নিঃশেষ,
আদ্ৰোহক যায়ো দ্বিজ চাৰি মন ক্লেশ ॥

তাতে তান উপদেশে তব সমিহিত,
হৈবেক সকল বিপ্ৰ চলিয়ো ত্বৰিত ॥
এহি বুলি তুলাধাৰ ক্ৰয় বিক্ৰয়ক,
কৰিলেক যথা মনে ধৰি নিয়মক ॥

দেখা সাধুগণ কেন ধৰ্ম্মৰ আসয়,
যিতো তীৰ্থ সেৱা কৰে চিত্ত নিৰাময় ॥
সিতো তীৰ্থে কৈল পুনু প্ৰৌঢ় অহংকাৰ,
যাত হন্তে ভব তাপ আন্মাত প্ৰচাৰ ॥

তীৰ্থৰূপে বিষ্ণু ব্যক্ত লোক পবিত্ৰক,
সিতো কিহবয় অহংকাৰৰ সাধক ॥
ব্ৰহ্মবধ আদি পাপ প্ৰায়চিত্তাত্মক,
তীৰ্থ সেৱা বিহি ছয় স্মৃতি বিধায়ক ॥

ইহেন অতুল বীৰ্য্য পাপহাৰী তীৰ্থ,
সিয়ো পাপ বীজ কইল আছে কোন ইথ ॥
এতেকে ধৰ্ম্মৰ নাহি উচ্চস্থান এক,
সৰেয়ো সাধয় ইষ্ট গতি পৰতেক ॥

কাল উপস্থিতে প্ৰাপ্ত হয়ে যিতো ধৰ্ম্ম,
অল্প হৈতে সাধে সেহি ইষ্ট পুণ্য মৰ্ম্ম ॥
যাক অধিকাৰে কালে যিধৰ্ম্ম নানিল,
গুৰু হৈতে সিতো ধৰ্ম্ম স্থান সেবা হৈল ॥

উপস্থিত ধৰ্ম্মে অল্প বুদ্ধি কাৰি নৰ,
কালে দূৰীকৃত ধৰ্ম্মে গুৰু ভাৱ পৰ ॥
সমাপক এৰি কৰে বিদূৰ সেৱণ,
সিতো নাপাৰয় পুণ্য কাম আচৰণ ॥

এতেকেসে কামাচাৰে কৰিতে ধৰ্ম্মক,
নাপাৰয় পুণ্য হেন শাস্ত্ৰ নিয়ামক ॥
কাল প্ৰাপ্ত ধৰ্ম্মতো জানিবা ইতো শেষ,
ভক্তি সে পৰম শক্তি বিখাতিত ক্লেশ ॥

ভক্তিৰো নবধা বৃত্তি জানিবা বেকত,
কৃষ্ণ সেবা ধৰ্ম্ম ইতো শুনি প্ৰথমত ॥
দ্বিতীয়ত শ্ৰুত ধৰ্ম্ম বাক্যেৰে কীৰ্ত্তন,
কৰিয়া লৈবেক তান বিধিক এহন ॥

তৃতীয়ত হৃদি পদ্মে কৃষ্ণ চৰণত,
কীৰ্ত্তিত ধৰ্ম্মক স্মৰিবেক কাৰ্য্যবত ॥
চতুৰ্থত সেহি ধৰ্ম্ম সেৱাৰ সাধণ,
ফল পুষ্প কুশাদিক কৰিব গ্ৰহণ ॥

পঞ্চমে কৃষ্ণৰ পাদ পঙ্কজ যুগল,
সিতো ধৰ্ম্ম দ্বাৰা অৰ্চ্চিবেক অবিকল ॥
ষষ্ঠত পূজাৰ অন্তে কৃষ্ণৰ চৰণ,
স্তবাদিৰে ভক্তি নম্ৰে কৰিব বন্দন ॥

সপ্তমত কৃতি ধৰ্ম্ম নিবেদি কৃষ্ণত,
দাস্য ভাৱে ৰহিবন্ত নৃপ ভৃত্যৱত ॥
অষ্টমত ধৰ্ম্ম মনে সহিতে আত্মাক,
কৃষ্ণ পাৱে সম্পিবেক অকপট বাক ॥

নবমে কৃষ্ণেৰে সমে মথিত কৰিব,
যেন তান সাহায্যত অভেদে ৰহিব ॥
হেন ভক্তি প্ৰবৃত্তিৰে যি কিছু আচৰে,
যদি ন্যূনাধিক হোন্ত কৃষ্ণ কৃপাবৰে ॥

সম্পূৰ্ণ স্বৰূপে ধৰ্ম্ম সিতো নিৰাময়,
নিজ ভৃত্য কত বুলি কৃষ্ণে স্বীকাৰয় ॥
এহি ও শাস্ত্ৰৰ ধৰ্ম্ম জানি সৰ্ব্বজন,
ধৰ্ম্মে মতি কৰি ভণা ৰাম নিৰঞ্জন ॥




# শ্ৰীকাশীনাথ তাম্বুলি ফুকন।

---

আসাম দেসৰ ডাঙ্গৰিযা গন প্ৰভৃতি বিসযাৰ নিবন্ধ॥

সম্প্ৰতি মজদানুসাৰে, বিসযাৰ নাম লিখা জাই। জি জি একে মৰ্জদাৰ সেই সকলক একে চেদৰ মাজতেই লিখা জাব; তাতে লিখাৰ আগ পাচ ক্ৰমে মৰ্জদাতো আগ পাচ আচে। সেই আগ পাচকে চেদে চেদেওঁ, এবং চেদৰ মাজত লিখা সকলোতো বুজিব।

বুৰা গোহাঁই, ও বৰ পাত্ৰ গোহাঁই, বৰ গোহাই এই তিনি জনাৰ একে মৰ্জদা; কেকোৰা দোলা আৰো আন বাহৰ উকা, মাজ পিনে নালতে একো খানি গামোচা বান্ধা, সোণৰ চুলাৰে পানি জাপি, টুপি জাপি, পাখি বিচনি, ডুখনৰ দৰে নাল লগা ঘুৰণীযা বিচনি, কেপ কৰা তলচা। কিন্তু ঘৈণী সকলে এই বোৰ দ্ৰব্যৰ একোকে নেপাই, কেবল পতিচাঙ্গি ও ডাল বৰৈ লগা সোণৰ চুলাৰে সিযা জাপি ইয়াকে পাই। এই তিনি জনাৰে জি জনা ৰাজ মন্ত্ৰী হৈ, ৰাজহত অগ্ৰচৰ ৰূপে ফুৰে, ও জকাই চুকিযা নামক মানুহ এক হাজাৰ পাই, ইযাত বাজে একো লৰ নাই। সদিয়া খোআ গোহাই, সলাল গোহাই, মৰঙ্গি খোআ গোহাই, এই তিনি জনাক দাতিয়লিয়া গোহাই বোলে। সি তিনি জনাতকৈ কিছুমান কম। বৰ বৰুয়া ও বৰ ফুকন দুযো সমান। কিন্তু গুআহাটি ডুৰ দেস কাৰণ, তাত বৰ ফুকনৰ কিচু এক্তিয়াৰ বৰ্হা; আৰু দুয়ো জনাৰ পৰ্তি চাঙ্গি ও বানতেৰে আউঠি সিযা বৰ জাপি, ৰূপৰ চুলাৰে পানি জাপি, কোন জনাক সোণৰ চুলাও দিএ; ও খেৰ পাখি বিচনি, টুপি জাপি, দীঘল নলিয়া ঘুৰনিয়াৰে আগ খৰা বিচনি, চাল কঠ বানতৰ মচুলা, ৰূপৰ বেৰি দিয়া লাখুটি। নাও বৈচা ফুকন, পানি ফুকন, ভিতৰুআল ফুকন, দুই ডেকা ফুকন, দুই দিহিঙ্গিয়া ফুকন, ন ফুকন, চেটিয়া ফুকন, এই ন জনাও সেই

সমানেই; কিন্তু উকা বৰ জাপি। নেওগ ফুকন, নিয়াই সোধা ফুকন, চাঙ্গকুঙ্গ ফুকন, এই তিনি সমান, ঐ ৯ জনাৰে নিচিনা। নিবুকিয়াল ৰাজ খোৱা, বচা ৰাজ খোআ, দুই সমান। লোহাৰ ঢেকৰ লগা চাঙ্গি মাত্র পাই। দিহিঙ্গিয়া ৰাজ খোৱা ২, সলগুৰিয়া ৰাজখোআ ২, অভই পুৰিয়া ৰাজখোআ ৩, নামডঙ্গিয়া ৰাজ-খোআ, দিখৌ মুখিয়া ৰাজ খোআ, গজ পুৰিয়া ৰাজখোৱা, দৈয়ঙ্গিয়া ৰাজখোৱা ৬ ঘিলা ধৰিয়া ৰাজ খোআ, এই ১৪ জনা একে সমান; গুআহাটিত থাকিলে পৰ্হিচাঙ্গি পাই। দুই চেটিয়া পাত্র বৰুআ, দুই ঘৰ ফলিয়া বৰুআ, চাঙ্গকুঙ্গৰ বৰুআ, এই ৮ জনা একে সমান। এই পৰ্জন্তে ৰাজুআ বিসয়া গল।

চোলা ধৰা ফুকন খাৰ ঘৰিয়া ফুকন, ঢেকিয়াল ফুকন, নাওসলিয়া ফুকন তামুলি ফুকন, এই ৫ জনা সমান। ৰুপৰ চুলাৰে পানি জাপি, পৰ্হিচাঙ্গি, খেৰ, টুপি জাপি, পাখি বিচনি, দাঘল নলিয়া ঘুৰনিয়া বিচনি, ৰুপেৰে বেৰি দিয়া লাখুটি চাল কঠ, এই সকল পাই। জদি খেৰ, বিচনি, টুপি নেপাই, তেতিয়া চোলা ধৰা খাৰ খৰিয়া, ঢেকিয়াল, এই তিনিয়ে পৰ্হি চাঙ্গি পাই; নাও সলিয়া ফুকন, তামুলি ফুকন, দুয়ে ঢেকৰ দিয়া চাঙ্গি হে পাই, চিৰিঙ্গ ফুকন, কাথ বৰুআ, স্থূলপানি বৰুআ, এই তিনি সমান। ৰুপৰ চুলাৰে পানি জাপি, পৰ্হি চাঙ্গি, ৰুপেৰে বেৰি বন্ধা লাখুটি, দীঘল নলিয়া ঘুৰনিয়া বিচনি পাই। জাল ভাৰি ফুকন, গন্ধিয়া বৰুআ, মজুমদাৰ বৰুআ, খনিকৰ বৰুআ, সেন চোআ বৰুআ, এই ৫ জনা সমান; ঢেকৰ দিয়া চাঙ্গি পাই। ৰজা জোঁআই সকল বিসই নেপাই থাকিলেও ৰুপৰ চুলা, পৰ্হি চাঙ্গি আদি বৰ ভণ্ডাৰ বৰুআ, তুল্য মৰ্জদা পাই; আৰু চাৰিও কোস বানত সিয়া কঠ লই; আৰু তিনি জনা ডাঙ্গৰিয়াৰ লৰা গোহাই বোৰহলে ৰুপৰ চুলা, ঢেকৰ দিয়া চাঙ্গি পাই, বহা কঠ ঐ ৰকম বানত সিয়া। চাঙ্গমাই বৰুআ, তিপামিয়া ৰাজখোৱা, হাতীবৰুআ ঘোৰাবৰুআ কুকুৰা চোআ বৰুআ, এই পাচ জন সমান। দোলা কাসৰিয়া বৰুআ, ২ চাওডাঙ্গ বৰুআ, ২ জৰাধৰা বৰুআ, বেজ বৰুআ, এই চই জনা সমান। দুলিয়া বৰুআ, ৭ দৰব ধৰা বৰুআ কাঠ কাটিয়া বৰুআ, মলিয়া বৰুআ, ঘিও বৰুআ, পাখি মৰিয়া বৰুআ, এই ৮ জন সমান। গজপুৰিয়া বৰুআ, সিলাকুটি বৰুআ, চৰাই মৰিয়া বৰুআ, ধেঁনু চোচা বৰুআ, জুতকিয়া বৰুআ, দুঅৰি বৰুআ, এই চইজন সমান। এই পৰ্জন্ত ভিতৰুআল। ৰাই ডঙ্গিয়া ফুকন, পৰ্ব্বতিয়া ফুকন খঙ্গিয়া ফুকন চাৰিঙ্গিয়া ফুকন, তিপমিয়া ফুকন এই পাচ জন সমান। ঢেকৰ লগা চাঙ্গি পাই। ৰাইডঙ্গিয়া বৰুআ, পৰ্ব্বতিয়া বৰুআ, খঙ্গিয়া বৰুআ, চাৰিঙ্গিয়া

বৰুআ, তিপমিয়া বৰুআ, এই পাচ জন সমান। নামৰূপিয়া বৰুআ, পুৰনি মেলিয়া বৰুআ, মাজু মেলৰ বৰুআ, সৰু মেলৰ বৰুআ, মাহি মেলৰ বৰুআ, ন মেলৰ বৰুআ, গাভৰু মেলৰ বৰুআ, কলি চেঙ্গৰ বৰুআ, এনাই ঘৰিয়া বৰুআ, এই ৯ সমান। এই পৰ্জ্জন্তে মেলডগিয়া। দেৱলিয়াৰ বৰুয়াহতক হলে সদৰত সেৱা চলোৱাহে বোলে। এই পৰ্জন্তে বিসয়াৰ তাৰতম্য মৰ্জদা বুজিবৰ কাৰণ নাম লিখাগল ইতি।

ডাঙ্গৰিয়া সকল ঘৰৰ পৰা ওলালে আগত বিলতিয়া গায়নে গাই জাই, ও কালিয়াই কালি মাৰি জাব পাই। ৰঙ্গা চুলিৰে বৰচি, চুলি লগা দাৰে লগত পালি ধৰি জাব পাই; হাতি ঘোৰাত বানত সিয়া জৰি ভৰিত নপুৰ ঘোৰাত উঠা হাল-ধিয়া পাটৰ তলচা, হাতি উঠা কাপৰ, আগত দোলা চৈবে আগুআ জাব পাই; গৰৰ চকুৰ কিছু ভিতৰ সোমালে গায়নে কালিয়াই গাব বজাব নেপাই, বাটত সৰ্গদেৱেৰে দেখা দেখি হলে সৰ্গদেও হাতিত উঠি গলে ডাঙ্গৰিয়াও হাতিত উঠি দেখা দিব পাই; সৰ্গদেও দোলাত বা ঘোৰাত গলে ডাঙ্গৰিয়াও ঘোড়াত উঠি বা কেপ কৰা তলচাৰ নুৰাত উঠি দেখা দিব পাই। আৰু ৰাজমাঁওদেওঁ, বৰ জনা আইকুঅৰী দেও পৰ্ব্বতীয়া আই কুঅৰী দেও, এই কেই জনাক সৰ্গদেৱৰ দৰেই সকলোএ সন্মান কৰে কিন্তু সিঙ্গৰি ঘৰ উঠিলেহে ডাঙ্গৰিয়া সকলে সেৱা কৰে। দাতিয়লিয়া ডাঙ্গৰিয়া তনি জনাৰে বাটত সৰ্গদেও ভেঁটাভেঁটি হোআতো এই ক্রমেই আৰু চাৰিঙ্গিয়া তিপমিয়া আদি মেল খোআ গোহাঁই দেও সকলেৰে তিনিজনা ডাঙ্গৰিয়া ভেটাভেটি হলে দোলাতে থাকি ডাঙ্গৰিয়া সকলক গোহাঁই দেও সকলে বাট এৰি দিব পাই। দাতিয়ালিয়া তিন জনাৰে যদি ঘাই তিন জনা ভেটাভেটি হই, তেতিয়া গোহাঁই দেও সকলৰ দৰেই দাতিয়লিয়া তিনি জনাই ঘাই তিন জনাক বাট এৰি দিব পাই। যদি দাতিয়লিয়া তিন জনাৰে ঐ মেল খোআ গোহাই সকল ভেঁটাভেঁটি হই, তেতিয়া বাট এৰি দিয়া দি কৈ জাই। যি হেতু সৰ্গ দেৱৰ নিজ ভাই বা পো এনে মেল খোআ গোহাই দেও সকলক সকলে বৰ্হাই গৌৰব কৰে। বৰ বৰুআ বৰ ফুকন প্রভৃতি চৰাৰ ফুকন ও খেৰ বিচনি লোআচমুআ ফুকন আদি সকলোৱে চাঙ্গিৰ পৰা নামি তিনি জনা ডাঙ্গৰিয়াক দেখা দিব পাই; চাঙ্গি লুকাব পাই, এইৰূপে ডাঙ্গৰিয়া আহি বৰ দুআৰৰ মূখতে দোলা আৰোআন দা জাঠি বৰচি আদি সকলা আহিলা এৰি, ৩ গচমান ৰঙ্গা জাঠি বৰচিৰে নগৰত সোমাই ওপৰত সোণৰ চুলাৰে পানি জাপি ধৰি আহি বৰ চৰা উঠিলেই, বৰ বৰুআ মুখ্যে জি কেই জনা চৰাৰ ফুকন পুব ফালে বহি থাকে তাৰ পৰা উঠি চৰাৰ পচিম ফালে ফকামৰ কোঠা

সোমাই বহেগৈ ; বহোতে চালে সহিতে তিনি খনিয়া কঠৰ তলিয়ৰিখন গুচাই, এবং বামত মচুলা গুচাই, বৰ কাপোৰ একো খনকে ঘুৰাই পকাই মচুলাকৈ লই ; পাচে ডাঙ্গৰিয়া আহি যি খনিতে বহে, তাৰ পোনেই পানি পাচত লেকামেৰে বেলাত ভৰি ধুই বুলনি কাপোৰত ভৰি দি আহি তলতে পিঠিয়া ওপৰত কেপ কৰা তলচা দিএ, তাতে বৰ খুটাতে পিঠি দি পচিম মুখে বহে ; পিক চোবা পেলাবলৈ আগ ফালে চুর্প কৰা পাত দিয়ে। বৰ বৰুআকে আদিকৈ চৰাৰ ফুকন অথবা ঐ চমুআ ফুকনেই ডাঙ্গৰিয়া সকলৰ নিচেই ওচৰ চাপিব লাগিলে খেৰত বহিব পাই ; কিচু দুৰ হৈ বহাত হলে চৰাৰ ফুকন লোকে ঐ ক্রমে মেলা দুখনিয়া কঠতে কাপৰৰ মচুলা লৈ বহে। ঐ চমুআ ফুকন সকল দুখনিয়া চাল কঠৰ নুৰাত বহে ; সমইমতে বুৰা গোহাঁই বৰ পাত্র গোহাঁই এই দুই ডাঙ্গৰিয়া বহা খুটা দুটাৰ মাজ পোনে পচিম ফালে ফকামৰ কোঠাত চৰাৰ ফুকনৰ সাৰিতকৈ কিচু পচিমলৈ হুহকি দুখনিয়া মেলা চাল কঠতো বহে। কিন্তু কাপৰৰ মচুলা নাই। যদি ডাঙ্গৰিয়া আগহৈ বহাত বৰ বৰুআ বা চৰাৰ ফুকন কোনো জনা পাচে আহে, তেতিয়া বৰ বৰুআ হলে ধৰা আৰ দি, ইকেই জনা হলে মানুহৰ আৰতে চৰাৰ দক্ষিণ টুপে ভৰি ধুই, খেৰত আঠু চোঙ্গাই চৰাৰ মাজেই গৈ ঐ ক্রমে পচিম ফালে মেলা কঠত বহে গৈ।

কিন্তু সর্গদেৱৰ আজ্ঞাৰে কটকি গৈ নেমাতিলে নগৰলৈ ডাঙ্গৰিয়া সকল নাহে ; এবং সর্গদেৱৰ আজ্ঞা নহলে কোনো বৰুৱা ফুকন আদি সৰকাৰী কামৰ লোক ডাঙ্গৰিয়া সকলৰ ঘৰলৈ যাব নেপাই। আৰু নিমন্ত্রণ মতে কার্জত ডাঙ্গৰিয়া সকল আহিলে, বিদাইৰ সময়ত বটাৰে পাতলি তামোল বটা ঢকাৰে ঢাকি ভিতৰ তামুলিএ সজাই দিএ, হেঙ্গদান ধৰাই নি ডাঙ্গৰিয়া সকলক দিব পাই ; তাকে দিলেই একখ্যনো বিলম্ব নকৰি ডাঙ্গৰিয়া সকল উঠি জাব পাই। আৰু ডাঙ্গৰিয়া সকল ভিতৰৰ বৰ ঘৰৰ টুপলৈ জাব পাই ; পাচে ডাঙ্গৰিয়া সকল ভিতৰ-লৈ জাই। জখলা মুখৰ মাটিতে সুদা লেকামেৰে ভৰি ধুই সোমাই জাই ; লগত খাটনিয়াৰে পাখি বিচনি খন নিএ, বৰ ঘৰ টুপতে তলচা দিয়ে, ডাঙ্গৰিয়া তাতে বহে গৈ। এইৰূপে সর্গদেৱে ডাঙ্গৰিয়াৰে কথা বার্ত্তা হোআত, বৰ ঘৰ টুপত সর্গদেও বহা কোঠালিৰ পুব ভাগৰ উত্তৰ ফাললৈ সোমাই, ৩ জন বৰ ভণ্ডাৰ বৰুআ বহে, এবং সেই মর্জদা পালে আনো বহে। এই তিনিৰ দক্ষিনে সেইটো কোঠাৰে টুপৰে জোৰাৰ চতিৰ পুব মুৰৰ খুটাৰে পৰা টুপলৈকে জুৰি উত্তৰা দক্ষিনা সাৰি কৈ চৰাৰ

ফুকন সকল বহে। ঐ চমুআ ফুকন কেইজনা হলে সেই চতিৰে পচিম মুৰৰ খটাৰ ওচৰৰে পৰা টুপলৈকে জৰি উত্তৰা দক্ষিণা সাৰিকৈ বহে। ডাঙ্গৰিয়া সকল বহাত, সর্গদেৱৰ সমুখে ঐ চমুআ ফুকন সকলৰ ওচৰতে পৰা পূর্ব লৈ জৰি পূৰ্বা পচিমা সাৰি কৈ উত্তৰ লৈ মুখ কৈ টুপতে বহে। ওজা লিগিৰা ও অনন্যআ লিগিৰা পচিম খন চালিৰ তলত বহিব পাই, বন্নুআ কেইটা লিগিৰা সর্গদেৱৰ চৰতে খাটৰ পচিম ফালে থাকে, টুপৰ সোৱাৰ ঐ চতিৰ দক্ষিণ কৈ টুপ লৈ ওলাই বহিব নেপাই। ইয়াতে যদি বৰ মেল হই, তেতিয়া হলে প্রধানে সগ.দণ্ড ওলাই সেই খাটত বহি-লেই·ঐ চমুআ ফুকন এজনাই মেল মাতিবলৈ ওজা লিগিৰাক আজ্ঞা কৈ, ওজা লিগিৰাই কুকুৰা চোআ বৰাত আজ্ঞা কৈ, কুকুৰা চোআ বৰাই বন বাতি ঘৰত থকা কুকুৰা চোআ বৰুআ ও পাচনি বৰাত আজ্ঞা কই, আৰু বন বাতি ঘৰৰ ভিতৰ টুপৰ আৰ চৰা গুচাই দিএ. পাচে বাজআ বৰুআ তামুলি পাচনি বৰত লাওমোৰ হাচটি, চৌঅৰ বিচনি, পিক বান আদি লৈ সর্গদেৱৰ ওচৰত থৈ গে। তেতিয়া লিগিৰা ওচৰত থাকিব নেপাই, কেবল তামুলি লিগিৰাটি মাত্র লুকাই ওচৰতে থাকে। আৰু ওজা লিগিৰাৰ লগতে কুকুৰা চোআ বৰুআ বহে গৈ; এবং পচিম খন চালিৰ দক্ষিণ মূৰে জে এখনি চালি থাকে তাৰ তলতে নাপিতৰ ওজা এটা তিনি জন নাপিতে সহিতে গৈ বহিব পাই। পাচে কুকুৰা চোআ বৰা এটা গৈ বৰ বৰুআ গএবহ চৰাৰ ফুকন সকলক মেললৈ জনাই আনেগে; সেই সকল আহি বহিলে মজুমদাৰৰ বৰুআই ডাঙ্গৰিয়া সকলক চাকি পৰা আনে লৈ, ডাঙ্গৰিয়া সকল বহি লেহি মেল কৰে। ডাঙ্গৰিয়া সকল চৰাত বহোতে বৰ বৰুআ সহিতে অকলো বহোঁতে যি যি ঠাইত বহে, তাৰ ক্রম পৰে লিখা জাব। কিন্তু ডাঙ্গৰিয়া সকলক বৰ ঘৰৰ টুপৰ পৰা ও যেতিয়া ভিতৰলৈ নিএ. তেতিয়া ডাঙ্গৰিয়াৰ মানুহ লগত জাব নেপাই; হাচটি, বিচনি, তলচা. ইও বৰ ঘৰ টুপতেকে থাকে। কুকুৰা চোআ বৰা কিম্বা বাজ ফলিয়া লিগিৰা এটাই কেবল কাপৰ খন নি দিএ, গাতে ডাঙ্গৰিয়া বহেগৈ। ইতি।

বৰ বৰুআ ঘৰৰ পৰা অহাত দুফালে দুই সাৰি টাঙ্গন ধৰা আছে। আগত ৰুপৰ চুলাৰে পানি জাপি, টুপি জাপি, খেৰ পাখি বিচনি, পাচনি হতিয়া বিচনি, সেই আগ খৰা ৰুপৰ বেৰি দিয়া লাখুটি, এই সকল লৈ আহি বৰ দুআৰৰ পৰা মাটিএ নগৰ সোমাই; ওপৰত পাচৰ পৰা বৰ জাপি ধৰি আহে। বৰ চৰা উঠি নিজ ঠাইত বহোতে পানি পাচত ভৰি ধুই, তিনি খনিয়া মেলা চাল কঠত বানতৰ মচলা

লৈ বহে। আগত পাতত বালি দিএ, তাতে পিক চোবা পেলাই। এই ক্রমেই সিকেই জনা চৰাৰ ফুকনো আহি আপোন আপোন ঠায়ে ঠায়ে চৰাত বহে; কিন্তু ফুকন সকলৰ টাঙ্গন ধৰা নাই। আৰু বৰ জাপি ভিতৰলৈ নানে। জেতিয়া বৰ বৰুআ ও ফুকন সকল চাঙ্গলৈ জাব লগা হই, দোলা কাষৰিয়া চৰাৰ টুপৰ সমূখে উজনিৰ টো খুটাত ধৰি ভৰি ধুই, তামোলৰ হাচটি আপোনাৰ কঁকালতে খুচি লই, সোঁ হাতে পাখি বিচনি খনি লৈ সোমাই জাই। আৰু বাটত বৰ বৰুআ অহাত মেল খোআ গোহাই দেও সকলেৰে এবং দাতিয়লিয়া গোহাই তিন জনাৰে ভেঁটা ভেঁটি হলে, বৰ বৰুআ দোলাৰ পৰা নেনামে এবং ফুকন সকলো নে নামে; বাট এৰি দিয়া দি কৈ জাই। ৰজা দেৱৰ নিচৈ পো বা ভাই এনে মেল খোআ গোহাই দেও হলে কিচু গৌৰৱ বাহে। খেৰ বিচনি লোআ চমুআ ফুকন কেই জনাৰে ভেটা ভেটি হলে, বৰ বৰুআ বৰ ফুকনৰ আগত চমুআ ফুকন কেই জনা ঠাইতে পদূলি এটা সোমাই, তেনেই বৰ জাপিৰে ঢাকে; ই কেই জনা ফুকনৰ আগত চমুআ ফুকন সকল বাট এৰি দি আতৰি জাই। এবং দাতিয়লিয়া তিনি গোহাই ও মেল খোআ গোহাই দেও সকলৰে যদি চমুআ ফুকন ভেঁটাভেঁটি হই, দোলাৰ পৰা নামে দোলা ও কিছু কাসৰিয়া কৈ নি জাপি আৰ দিয়ে। বৰ ভণ্ডাৰ বৰুআ সকলে হলে বৰ বৰুআৰ আগত দোলা লুকাই নামি দেখা দিয়ে। মেল খোআ গোহাঁই ও দাতিয় লিয়া গোহাঁই দেও সকলৰ আগতো এয়ে ক্রম; চৰাৰ ফুকনৰ আগত হলে জাপি আৰ দি বাট এৰি আতৰি জাব পাই; ইতৰ ফুকন বৰুআক চাঙ্গিৰে জোআ চৰাৰ ফুকন লোকে দেখিবলৈ পাব নেপাই। ইতি।

চমুআ ফুকন কেইজনাই ঘৰৰ পৰা অহাত আগত ৰুপৰ চুলাৰে পানি জাপি, টুপি জাপি, খেৰ, পাখি বিচনি, দীঘল নালেৰে ঘুৰনীয়া বিচনি, ৰুপৰ বেৰিৰে লাখুটি, ইয়াকে লৈ আহে। দোলা কাষৰিয়া চৰাৰ টুপৰ চৰাৰ ফুকনে ভৰি ধোআটো খুঁটাৰ নাম পচিম ফালৰটো খুঁটাৰ গুৰিতে লাখুটি ধুই ভিতৰলৈ জাই। সেই ভৰি ধোআৰ পিনে সেই চৰাৰ পচিম বাৰতে পানি জাপি আৰি থই, বাটত অহাত তিনি বৰ ভণ্ডাৰ বৰুআৰে ভেটা ভেটি হলে, বৰুআ একতিয়া হৈ ফুকনক বাট এৰি দিব পাই। ইতৰ ফুকন বৰুআই জাপি আৰ দি আতৰি জাব পাই; আৰু বৰ ভণ্ডাৰ বৰুআ তিনিক ইতৰ ফুকন বৰুআই দেখা দেখি হলে, এফলিয়া হৈ বাট এৰি দিব পাই। অপৰ এই চমুআ ফুকন কেইজনা জদি মাটিয়ে আহে, ওপৰত বৰ জাপি ধৰে; বৰখুন ও তান ৰদত তিনি বৰ ভণ্ডাৰ বৰুআ, এবং বৰুআ নামেৰে

থাকিলে ঢেকিয়াল, চোলা ধৰা, খাৰ ঘৰিয়া, ইবিলাকেও মাটিয়ে অহাত বৰ জাপি ধৰাই আছে। সদাই নোআৰে, তদিতৰে মাটিয়ে অহাত বৰ জাপি ধৰাব নেপাই। আৰু তিনি বৰ ভণ্ডাৰ বৰুআৰো ঐ ঘুৰনিয়া বিচনি ও বেৰি দিয়া লাখুটি আচে; এবং ডাঁৰকা দুৱাৰৰ বাজৰ চতিটোৰ পুবৰটোৰ খুটাতে তিনিও ভৰি ধুই সোমাই গৈ। বৰ ঘৰৰ টুপলৈ জাওতে তিনি জনা ডাঙ্গৰিয়া ও বৰ বৰুআ বৰ ফুকন আদি চৰাৰ ফুকন ও খেৰ বিচনি লোআ চমুআ ফুকন, এই সকল আৰচৰা খুনৰ পচিম মুৰে ওলাই সোমাই; তিনি জনা বৰ ভণ্ডাৰ বৰুআ গএৰহ ইতৰ ফুকন বৰুআ ঐ চৰাৰ পুব মুৰে ওলাই সোমাই। চৰাত বৰ বৰুআ বহাত ওচৰলৈ জাব লাগিলে, চমুআ ফুকন কেই জনাই তিনিখনিয়া চাল কঠৰ নুধাত বহে; এবং বৰ বৰুআৰ পানি চোআলৈ গলে চমুআ ফুকন কেই জনাক বহিব লৈ পাটি চৰা দিএ। তদিতৰ ফুকন বৰুআই আঠুলৈ বহে। ইতি।

আৰু বৰ ভণ্ডাৰ বৰুআ হলেই ৰূপৰ চুলা পগি চাঙ্গি পাই, এই দুটা দ্ৰব্য লবলৈ জনাব নেলাগে; সোনৰ খাৰু ও টেমি লবলৈ জনাব লাগে। আৰু চোলা ধৰা, খাৰ ঘৰিয়া, ঢেকিয়াল এই তিনি বৰুআ হৈ থকাত হলে বৰ ভণ্ডাৰ বৰুআৰ তুল্যই। তিনি লৰি গোহাঁই ও ৰজা জোঁআইক ৰাজকৈ নাও সলিয়া ফুকন, তামুলি ফুকন, এই কেইজনে ৰূপৰ চুলাত বাজে বাজ দ্ৰব্যলৈ জনাব লাগে; দিলেহে লব পাৰে; খেৰ বিচনি ও এইৰূপ। ইতৰ সকলে হলে ৰূপৰ চুলালৈকে জনাব লাগে। অপৰ বৰ ভণ্ডাৰ বৰুআৰ নামেৰে চমুআ ফুকন বৰুআ জন কিচুএ ভিতৰলৈ জাঁওতে, বৰ ভণ্ডাৰ বৰুআই ভৰি ধোআ খুটাটোৰ পশ্চিমটো খুটাতে ভৰি ধোএ। ইতি।

বৰ চৰাত সৰ্গদেও বহাত জি কোঠাত সৰ্গদেও বহে, সেই কোঠাৰ পৰা দক্ষিণ লৈ মাজত একোঠা এৰি, তাৰ ওচৰৰ কোঠাত চতিৰ তলতে দুই খুটাৰ মাজত পুব ফালৰ পৰা লালিকৈ বুৰা গোহাঁই, বৰ পাত্ৰ গোহাঁই, বৰ গোহাঁই, এই তিনি জনা বহে। সুদা মাটিতে আগ ফাললৈ পিকচোৰা পেলাই। বৰ গোহাই ডাঙ্গৰিয়াৰ বাম কাসৰে পৰা সদিয়া খোআ, সলাল, মৰঙ্গি খোৱা, এই তিনি বহে। কিন্তু কোনো সময়ত ইয়াতে বিপৰীতো হই; কোনো সময়ত গোটেইটো চতিৰে পুব খুটাৰে পৰা দক্ষিণ লৈ ক্ৰমে তিনটা খুটাত, বুৰা গোহাই আদি তিনি জনা বহে। তেতিয়া সেইটো চতিৰে পচিমটো খুটাৰে পৰা দখিনলৈ লালিকৈ বৰ বৰুআ আদি ফুকন ৰাজ খোআ সকল বহে। এই ক্ৰমে বহাত দাতিয়লিয়া তিনি জনা চৰাৰে দক্ষিণ

চুপাৰে জোৰাৰ চতিৰ পুবৰটো খুটাতে খাইলাতৰ খুটাতে, খঁৰিয়াল ধৰা খুটাতে, ক্ৰমে ৰহে। আৰু এই থিয় লানিৰে ৰহাত তিনি জনা ডাঙ্গৰিয়া জিতো খুটাত ৰহে, সৰ্গদেও নৰহাতো সেই জনা ডাঙ্গৰিয়া সেইটো খুঁটাতে ৰহে; ডাঙ্গৰিয়া সকল ঐ পথলিয়া দৰে বহিলে, সেইটো চতিৰে পচিম ফকামৰ খুঁটাৰে পৰা দক্ষিণলৈ সাৰি কৈ পিৰালিত বৰ বৰুআ আদি চৰাৰ ফুকন ৰাজ খোৱা ৰহে; এই সকলৰ পাচত দেও ধাই, খাইলুঙ্গ, চেটিয়া পাত্ৰ বৰুআ, ধৰ মলিয়া বৰুআ এই সকল ৰহে। এই দখিন ফালৰ চৰাৰ সভা বৰ বৰুআই নেওগ ফুকনৰ দ্বাৰাই নিৰোপন কৰাই। সৰ্গ দেও ৰহা কোঠাৰ উত্তৰ কোঠাত উদঙ্গ হয়। কিন্তু ওচৰতেহে তামুলি লিগিৰা বৰ তামুলি, ও পিকদান ধৰা, চোকৰ লোৱা, পাচনি কদাচিত হাত বিচনি লোৱা লিগিৰা এই পাচ জন ৰহে গৈ; সেই উদঙ্গ কোঠাৰ উত্তৰ কোঠাৰ চতিৰ তলতে সোমাতে বাট ৰাখি, সেই বাটেৰে পৰ কোমৰে পৰা সেই চতিৰ মূৰৰ পুবটো খুটাৰ ওচৰ খনিতে পাচনি বৰাটো ৰহে, প্ৰত্যেকে লানি কৈ বঙ্গা চুলি লগা দুই এক খন দাৰে পাচনিৰ পাল ৰহে। এই খুটাৰ পুবৰ ফালে নিচু দক্ষিণ ফলিয়া কৈ চমুআ পাচনি বৰাটো ৰহে। এই বাটৰে পচিম কোমৰে পৰা ভৰোআলেৰে লিগিৰা হতৰ পাতি ৰহে। সেই লগতেই পচিম ফালৈ লানি কৈ বাকৈ চমুআ ফুকন বৰুআও কিচু ৰহে। ঐ কামৰ লিগিৰা হত বহাটো চতিৰ পচিমটো ফকামৰ খুটাৰে পৰা উত্তৰলৈ লানি কৈ, ঐ বৰ বৰুআৰ সমাখে খেৰ বিচনি লোৱা চমুআ ফুকন সকল ৰহে। ঐ সকলৰ পাচত ভঁৰালৰ ভণ্ডাৰ বৰুআ তিনি জন ৰহে। এই সকলৰ পোনেই উত্তৰ ফালে ফকামৰ কোঠাত মেল খোআ গোহাই দেও সকল ৰহে। এঁও বোৰক মাজত কৈ লৈ তুমো কামে চমুআ পাচনি হত এই কোঠাতে ৰহে। এই উত্তৰ কোঠাৰ উত্তৰ কোঠাত পচিম ফালে সৰ্গদেৱৰ দোলা থই। পুবফালে গন্ধিয়া, ও নাগিয়া ভৰালি, সেৱা ভাৰি, এই সকল নিজ কৰম কৰে। এই ফালৰ সভা পাচনি বৰা কৰুৱা চোআ বৰুআই নিৰোপণ কৰে; খলাৰ সভাৰ নিৰোপণ হলে চেকিয়াল ফুকন বা বৰুআ, দোলা কাসৰিয়া বৰুআ, চাউডাঙ্গৰ বৰুআ, এই সকলে কৰে। কিন্তু চেকিয়াল বৰুআ বা ফুকনেহে চৰাত ৰহিব পাৰে; দোলা কাসৰিয়া বৰুআ, চাউডাঙ্গৰ বৰুআ খলাতহে ৰহিব পাই। আৰু সৰ্গদেও ৰহা কোঠাৰ পুব ফালৰ ফকামৰ কোঠাত তামুলি দাৰে বৰ তামুলি হত ৰহে। এই কোঠাৰ দক্ষিণ ফকামৰ কোঠাত উত্তৰ ফালে হেঙ্গদান ধৰা ও দক্ষিণ ফালে সভা পণ্ডিত, এই সকল ৰহে। ইয়াৰ দক্ষিণ ফকামৰ কোঠাতে গনক জোতিসিয়া

ৰহে, ইয়াৰ দক্ষিণ ফকামৰ কোঠাত কটকিইঁত ৰহে। ইয়াৰ দক্ষিণ ফকামৰ কোঠাত কাকতিইঁত ৰহে। আৰু দক্ষিণ টুপৰ উজনি ফালে খাওন্দইঁত ৰহে।· ভাটিৰ ফালে তিনজনা ডাঙ্গৰিয়াৰ হাতি মুৰিয়াইত ৰহে। ইতি

সততে সৰ্গদেও থকাত নগৰৰ বৰ চৰাটো ৰৰবৰুআ আদি চৰাৰ ফুকন জনেক দুজন নৰহি, উদঙ্গে থব নেপাই'। জদি সৰ্গদেও অন্য নগৰ বা বাহৰলৈ জাই তেতিয়া নগৰ জদিবা উদঙ্গেই তেও চৰা উদঙ্গে নেথাকে; নিয়াইসোধা ফুকনেই সততে সেই চৰাত ৰহে। আৰু সেই ন'ৰলৈ ৰজাদেও নাহে মানে সেই ফুকনেই বৰ বৰুআৰ এক্তিয়াৰি কৰম খনি চলাই। এই হেতুকে নিতে বৰ চৰাত ৰহাৰ ক্ৰম লেখা জাই। বৰপাত্ৰ ডাঙ্গৰিয়া ৰহাটো খুটাতে সদাই বৰ বৰুআ ৰহে; কিন্তু ৰোজ ৰোজ দুপৰ মাৰিলেই বৰ বৰুআ চৰাত ৰহে। দুপৰ চাৰি দণ্ড মাৰিলেই পানি চোআলৈ গৈ জিৰাই, তিনি পৰ মাৰিলেই আকও চৰাত ৰহে হি; গধুলি চাৰি দণ্ড মাৰিলেই উঠি জাই; মেলৰ নেওগ ৰৰা ইত্যাদিএ বৰ বৰুআ ৰহাৰ পোনেই খলাত দুসাৰি হৈ আঠুলৈ ৰহি কথা জোগাই। আৰু বৰ বৰুআ নিতে পৰত• পানি চোআতে থাকি, ৰাতিপুৱা চাৰি ডঁৰিয়াত ৰাজ ঘৰলৈ গৈ খাইবৈ দুপৰত নগৰ সোমাইহি। চৰাৰ ফুকন সকলে হলে থকুৰা দিয়া চৰাৰে চাৰিও ফালে ঢাকি চৰাতে পৰ দিএ, ৰাজখোআৰো এই ক্ৰম। আৰু নগৰৰ ভিতৰৰ পালি ঘৰত সোআ চাঙ্গ বা পিৰা কোনেও লব নেপাই, মাটিৰ ভেটি কৰি লই; কোনোৱে তাতে কাঠৰ চলিয়া পাটকে লই; এবং আঠুআ লব নেপাই খৰম পইজাৰ ইয়াকো লব নেপাই, বুলনি চৰাহে লই; চৰিয়া পিক পেলোৱা ইয়াকো ধাতুৰ লবনেপাই। কাঠৰেহে লব পাই। বেৰা-কাঁহি মাইহাম ইয়াত বেৱহাৰ কৰিব নেপাই, কাঁহৰ বান বা কাঁহি ইয়াত বেৱহাৰ কৰে। এবং ডৰিকা দুআৰৰ ৰাজ খনৰ বুজ বিচাৰৰ কৰ্ত্তা বৰ বৰুআ, এই কাৰণ বৰ ৰৰুআৰ নিত পৰ; ঐ দুআৰৰ ভিতৰ খনিৰ বুজ বিচাৰৰ কৰ্ত্তা, ঢেকিয়াল বৰুআ, এওৰো নিত পৰ আৰু চৰাতে বৰ বৰুআ যিটো খুটাতে ৰহে, সেইটো খুটাৰ দক্ষিন ফালে নাওবৈচা ফুকন ৰহে। ইয়াৰ দক্ষিনটো খুটাতে উত্তৰ ফালে ডেকা ফুকন, দখিন ফালে দিহিঙ্গিয়া ফুকন ৰহে; পচিম ফালে ঐ বৰবৰুআ ৰহাখুটাটোৰ পচিমটো খুটাতে ন ফুকন ৰহে; এইটো খুটাৰ উতৰৰটো খুটাতে ভিতৰুআল ফুকন ৰহে; ন ফুকন ৰহাটোৰ দক্ষিনটো খুটাতে নেওগ ফুকন ৰহে; কিন্তু বৰ খুটাতকৈ ভিতৰ ফাললৈ আগবাঢ়ি

সোমাই ববৰুৱা আদি কোনো বহিব নেপাই, ঐ বৰ খুটাকে সীমা কৰি ফকামৰ খুটাত পথলিয়াকৈ মেলাকঠতহে বহে। আৰু দক্ষিন টুপৰ পুব ফালে টুপৰ জোবাৰ খুটাৰ দক্ষিন পুব কোনতে চাঙ্গকুঙ্গ ফুকন বহে; এঁওৰে দক্ষিনেই নিয়াইসোধা ফুকন বহে। এই টুপৰ জোবাব খুটা ও তাৰে ফকামৰ খুটা এই দুইৰ মাজতে থিয়কৈ এটিয়া কঠ মেলি ফকামৰ কোঠাতে বচা ও নিবুকিয়াল দুই ৰাজখোআ বহে। জেতিয়া গুআহাটিৰ ফুকন ৰাজখোআ সকল আহে, তেতিয়া চবাৰ দক্ষিন টুপৰ ঘৰিয়াল ধৰা খুটাৰ দক্ষিন টুপতে থিয়কৈ কঠ একোটা পাৰি ৰাজখোআ সকল বহে। পানি ফুকন আদি ফুকন সকল মৰ্জ্যদাৰ আগ পাচ ক্ৰমে উজনিয়া ফুকন সকলৰ মাঝে মাঝে বহে। দৰঙ্গি ৰজা ও ৰাণি ৰজা আহিলে, দাতিয়লিয়া গোহাই তিনি জনা বহা দক্ষিণ টুপৰ জোবাৰ চতিৰ পুবৰটো খুটাতে বহে। আৰু নিতে চবাত ববৰুআ বহাত বৰ বৰুআৰ সমুখৰ উত্তৰ ফালৰ খুঁটাটোৰ দক্ষিনে ভিতৰ সোমাই ফকামৰ কোঠাত ডাঙ্গৰিয়া সকলৰ এবং চাৰি সত্ৰিয়াৰ খাটনিয়াৰ ও সভাপণ্ডিত দুই এক জন বহি কথা বাৰ্ত্তা জনাই। এই সকলৰ পুব ফালে সেই কোঠাতে ববাইতে খলাৰ পৰা আগকৰা কথাকে মুখ দি সুধি বুজাবৰ কাৰণ বৰ কটকি এটা বহে। এইটো খুঁটাৰ ওচৰকৈ পিৰালিতে মোটোকোৰা চালতে বৰাকটকিটো বহে। পচিম ফালে ভিতৰুআল ফুকন বহাৰে পৰা দক্ষিণলৈ ফকামৰ কোঠাৰ মাজে মাজে কটকি দলৈ কাকতি হঁত বহে। ইতি বুৰঞ্জিসাৰে সষ্ঠ খণ্ডং।

## সপ্তম খণ্ড।

বৰ সবাহত মহন্ত সকলৰ নিৰ্মালি লোআত সৰ্গদেও বৰ চৰাৰ বহা কোঠাৰ অগ্নিকোনৰ খুটাতে সৰুকৈ ভেটি এটি কৰাই তাতে দস্তুৰ মতে বহে। চাৰি সত্ৰিয়া সকলে সৰ্গদেৱৰ সিৰতে নিৰ্মালি দিয়েহি—তাতকৈ নাম সকলে হাতত দিএহি। তাতকৈ নাম সকলে ভকতৰ হাতৰ পৰা আপুনি নিৰ্ম্মালিৰ সৰাই নি আগ বৰ্হাই দিএহি, সৰ্গদেৱে সেই সৰাইৰ পৰা আপোন হাতে লই; তাতকৈ নৰম সকলে নিলগতে দেখা দি আস্ৰিৰ্ব্বাদ কৰে। সৰ্গদেৱৰ পাচনিহঁতে নিৰ্ম্মালিৰ সৰাই আনি আগ বৰ্হাই দিএহি, সৰ্গদেৱে আপোন হাতে লই। আৰু চাৰি সত্ৰিয়া অধিকাৰ হলে সৰ্গদেৱৰ আগত বহিবলৈ কলাপাতৰ ওপৰত বগা

কামলি পাই ; ডেকা অধিকাৰে জোৰ কলাপাত পাই। বৰ চৰাত হলে উতৰ টুপৰ পৰা একোঠা সোমাই, তাতে চাৰি কঠতে কাপৰৰ তলচা বৰগাক লৈ বহে। ইতৰ সকলে কামলি দিলেহে পাই ; নিদিলে কোনো সকলে কলাপাত পোআও-আচে। নোপোআও আছে। এবং সৰ্গদেৱক সাখ্যাত কৰাত চাৰি সত্ৰিআক বাপু, তাতকৈ নাম মহন্ত, তাতকৈ নাম মেধি, এই ক্ৰমে বোলে। এই মহন্ত সকল বৰবৰুআৰ তাৰে চোকৰ ধৰা বৰাৰ দ্বাৰা চলাচল কৰে। গুআহাটিত হলে সত্ৰিয়া বৰুআ এটা বৰ ফুকনৰ তাতে থাকি চলকৰ কৰে। পৰবতিয়া গোসাঁই সকলক গৰ ভিতৰলৈ অনাত সৰ্গদেৱৰ চুলিয়াই পৰি চাঙ্গিৰে বা বিদেশী নলকিৰেই আনে, আগত বাখৰ পতা সোনৰ চুলাৰে পানি জাপি আনে। দুআৰৰ মুখৰ বাওলিৰ ভিতৰ দুআৰ ঘৰৰ বাহিৰে সেই খনিতে সেই চাঙ্গি এৰে ; তাতে ঘোৰাত উঠি বানত গিয়া বৰজাপি ওপৰত ধৰাই গোসাঁই ঘৰৰ জখলা মুখৰ চাউডাঙ্গ চৰাৰ ওচৰলৈকে আহি, তাতে ঘোৰাৰ পৰানামি পইজাৰেৰে জখলা মুখলৈ গৈ, তাতে পইজাৰ পিক পেলোআ ডাবৰ এৰি, গোসাই ঘৰৰ টুপতে বঙ্গা গঙ্গাত বহে গৈ। আগতে কাসৰিয়াকৈ নিৰ্ম্মালিৰ সৰাই ও উপহাৰৰ সৰাই থই ; এক কাসৰে তাওকিনে গামোচাই থই। পাচে সৰ্গদেও আহি সেই টুপতে বানতত বহি, গোসাইক সেৱা কৰে। গোসায়ে মুৰতে নিৰ্ম্মালি দি ধৰি সৰ্গদেৱক আশীৰ্ব্বাদ কৰে। এনেতে চোলাধৰা ফুকনে, জদি ফুকন নেথাকে, গোসাই ঘৰিয়া কৰ্ম্ম কাৰক ফুকনেই গোসাইক ভেটাই, আৰু ঘৰত সততে গোসাই বহাত ওপৰত পানকটা চন্দোআৰ তৰে। পছ মৰিয়া গোসাই সকলৰো এয়ে ক্ৰম ; কিন্তু সোনৰ চুলাৰ বাখৰ, ও ঐ চন্দোআৰ, বহাত বঙ্গা কামলি, ও নলকি, এই কেই বিধ নাই ; বগা কামলিতহে বহে। আৰু পৰ্ব্বতিয়া গোসাই ঘৰৰ নাতি গোসাইৰো পৰ্ব্বতিয়া গোসাইৰ দৰেই ক্ৰম। এই নাতি গোসাই ঘৰৰে পছ মৰিয়া গোসাই সকল সিস্য। এই হেতুকে ঐ তাৰতম্য থাকিল, এবং ৰাজ ঘৰত কদাচিত একত্ৰে বহা হলেও মাজত ঠকুৰা লগা আৰচৰা দিএ।

## বিসয়া পতাৰ স্থানৰ নিয়ম।

তিনি জনা ডাঙ্গৰিয়া পাতিৰ লাগিলেই, বৰ চৰাৰ উতৰ টুপৰ ঘৰিয়াল ধৰা খুঁটাতে ধৰাই বা ওচৰতে থিয় কৈ সৰ্গদেৱৰ আজ্ঞা সুনালেই কাপৰ দিএ, তাতে ডাঙ্গৰিয়া বহে, অন্য বোৰ মানুহ দস্তুৰ মতে আঠুলৈ বহে। পাচে কথা সুনুআ সকলে

কৰ লগা তাৰত কথা কই; তাতে ডাঙ্গৰিয়াই প্ৰত্যুত্তৰ প্ৰাৰ্থনা সৰ্গদেৱলৈ সেই কথা সুনুআ সকলৰ দ্বাৰাই জনাই। তাৰ পৰা উঠি চৰাৰ মাজৰ নিজ ঠাইত তলচাত বহে গৈ; কিন্তু কোনো জনা নিজ ঠাইত নবহি, সেই উঠাতেই ৰাজ ঘৰলৈ জাই গৈ। যাওতে যদি পূৰ্ব্ববৰে পৰা অনাই প্ৰস্তুতে থই, দোলাত জাবগৈ পাই; জদি দোলা প্ৰস্তুতে নেথাকে, ৰাজসালৰ ঘোৰা দিএ, তাতে উঠি ঘৰলৈ যাই। দাতিয়লিয়া তিনি জনাক চৰাৰ দক্ষিণ টুপৰ ঘবিয়লধৰা খুঁটাৰ কাসৰতে সি তিনি জনাক ক্ৰমেই পাতে। বৰ বৰুআ বৰ ফুকন আদি গুআহাটিয়া উজনিয়া দুয়ো দল চৰাৰ ফুকনক পাতিব লগাত প্ৰথমে সপত খুআই; এই সপত খুউআ কৰম প্ৰথমেই ডাঙ্গৰিয়া ৩ জনা ও দাতিয়লিয়া তিন জনা এই চই জনাতো আচে। পাচে বৰ বৰুআ বহা খুটাৰ চতিটৰ সোঁ মাজতে সৰ্গদেৱৰ আজ্ঞা সুনালেই খেৰ দিএ, তাতে আঠুলৈ বহে। অন্য মানুহো আঠুলৈ বহে। পাচে কথা সুনুআ সকলে কব লগিযা খনি কই; তাকে শুনি হোআ জনাই প্ৰত্যুত্তৰ প্ৰাৰ্থনা সৰ্গদেৱলৈ জনাযেই নিজ ঠাইত দস্তুৰ মতে বহে গৈ। আৰু ডাঙ্গৰিয়া সকলৰ এজনা জিয়া হৈ থকাতে এজনাক পাতিব লাগিলে, বৰ কটকি এটা গৈ আগেএ ঘৰতে সৰ্গদেৱৰ আজ্ঞাৰে ডাঙ্গৰিয়া ভাঙ্গি দোলা আৰো আন কাহি আনিলেহে পাচে এজনাক পাতিব পাই। কিন্তু তিনি জনা ডাঙ্গৰিয়াৰপৰা ৰৰবৰুআক ৰাজকৈ দুয়োদল চৰাৰ ফুকন পৰ্জন্তে পাতিব লগা হলেই বৰবৰুআ চৰাত বহি থকাতেহে পাতিব পাই। আৰু এই পৰ্জন্তে পতাত পাতিবলৈ জোআ বৰুআ ফুকন এতিয়াকৈ জাব নেপাই; মজুমদাৰ বৰুআ, ও খেৰ বিচনি পোআ চমুআ ফুকন, আন ফুকন বৰুআও জাক পাঁচে, মুঠে দুই তিনি চাৰি ইমান বৰুআ ফুকন কথা সুনাবলৈ জাই। ৰাজখোআ সকলক হলে, চৰাৰ দক্ষিণ টুপে কথা সুনাই পাতিএই বা নৌ পাতোতেই ৰৰবৰুআ জতে থাকে ততে গৈ, কথা সুনুআ গৰাকিয়ে বৰবৰুআত জনাই থব পাই। চেটিয়া পাত্ৰ বৰুআ ঘৰ ফলিয়া এই দুইক টুপৰ জোৰাৰ পচিম ফালৰ ফকামৰ কোঠাত পাতে, ঐ টুপতে চাঙ্গকুঙ্গ বৰুআ ইতকো পাতে। ঐ তিনি জনা ডাঙ্গৰিয়াৰে পৰা দুয়ো দল চৰাৰ ফুকন পৰ্জন্তে কথা সুনাই পতাতেহে অকলেই বা লগেৰেই মজুমদাৰ বৰুআই কথা সুনুআ নিয়ম; তদিতৰক হলে অন্য ফুকন বৰুআইও কথা সুনাই। কদাচিত মজুমদাৰৰ বৰুআকো পাঁচে। খেৰ বিচনি পোৱা চমুআ ফুকন সকলক চৰাৰ উতৰ টুপে পাতে; পাচে বৰবৰুআত কৈ থইগৈ। তিনি বৰভণ্ডাৰ বৰুআ, জালভাৰি ফুকন, গন্ধিয়া বৰুআ, মজুমদাৰ বৰুআ, খনিকৰ বৰুআ, সেনচোআ বৰুআ, দুই দোলা কাসৰিয়া বৰুআ, তিপমিয়া ৰাজখোআ,

হাতি বৰুআ, ঘোৰা বৰুআ, এই সকলক দোলা কাসৰিয়া চৰাৰ টুপতে পাতে।• দুই চাউডাঙ্গৰ বৰুআক উজনি জখলা মুখৰ চাউডাঙ্গৰ চৰাত পাতে। বৰবাট ঘৰৰ মাজ কোঠা চাঙ্গৰ ওপৰতে কুকুৰা চোআ বৰুআ, পাচনি বৰা, বৰ তামুলি, এই সকলক পাতে; এই ঠাইতে কুকুৰা চোৱা বৰা এটাই দুআৰি বৰুআটো পাতি বাজ দুআৰতকৈ দিএগৈ। বৰ বাট ঘৰৰ পেটে পুব ফালে চাঙ্গমাই সালৰ নিচাঙ্গতে চাঙ্গ মাইবৰুআ, জবাধৰা বৰুআ, বেজৰৰুআ, এই সকলক পাতে। তিনি দুলিয়া বৰুআক নেওগ বৰাইতকো সৰ্গদেৱৰ দোলা ঘৰত পাতে। এতদ্ভিন্ন বিসয়া খনি এবং মেলডগিয়া ফুকন বৰুআ খনিকো ডাবকা দুআৰাত পাতে। দেৱলিয়া সেৱা চলোআ ইতক ঐ দুআৰৰ বাজ খনিতে পাতে। ঐ ঠাইতে হাজৰিকা ইতকো পাতে। মেলডগিয়াৰ টেকেলাৰ বৰুআ, নেওগ, বৰা, এই বোৰক লেখাৰু কুকুৰাচোআ বৰাই নিজ মেল ঘৰ কিম্বা দোলা ঘৰতে নিজমেলৰ আইকুঅৰীদেও বা গোহাই দেৱৰ আজ্ঞাৱে পাতে। কুকুৰা চোআৰ নেওগবৰা এই বোৰক বৰ বাটঘৰতে ওজা লিগিৰাই সৰ্গদেৱৰ আজ্ঞাৱে পাতে। চাউডাঙ্গৰ সইকিয়া বৰা ইতক ঐ চাউ-ডাঙ্গ চৰাতে পাতে; দোলাকাসৰিয়া বৰা ও বৰ নেওগ ইহতক ঢেকিয়াল বৰুআ দোলা কাসৰিয়া বৰুআৰ পালিৰ মুখৰ ওলাই বহা ঘৰটিতে পাতে। আৰু মেল ডগিয়া ও বৰবৰুআ, বৰফুকন, ও ডাঙ্গৰিয়া সকলৰ বিসই, ও বিলাতত বাজে নেওগ, টেকেলা বৰা বোৰ সৰ্গদেৱৰ আজ্ঞাৱেহে হই। হাতি ঘোৰাৰ দুই বৰবৰা গুআহাটিৰ দুই বৰবৰা উজনিৰো দুই বনুআ বৰা, এই বোৰ সৰ্গদেৱৰ আজ্ঞাৱেহে হই। কিন্তু কাৰিৰ সইকিয়া খনি মাত্ৰ উজনিয়াৰ বৰবৰুআই পাতে, ভাটিৰ খনি বৰ ফুকনে পাতে। জুৰাৰ বৰা খনি গামেলৰ বৰুআ ফুকনেই পাতে।

তজবিজ মতে অপৰাধিক দণ্ড কৰাৰ নিয়ম। সৰ্গদেৱে হলে জি ৰকমে দণ্ড কৰাৰ ইচা হই তদৰুপে কৰে, ইয়াত নিয়ম নাই। ডাঙ্গৰিয়া সকলে ধুমেৰে খুন্দি প্ৰাণ মাৰে, ও তোম বান্ধি পানিত ডুবাই প্ৰাণ মাৰে, অন্য প্ৰকাৰে এবং অস্ত্ৰাঘাতে প্ৰাণ মাৰিব নেপাই। আৰু চকু কাহে, নাক কান কাটে, আঠুৰ ঘিলা কাহে। বৰবৰুআই হলে তেওকে মুখ্য কৰি ফুকন বৰুআ বাজখোআই আপোন আজ্ঞাৱে পতা ভঙ্গা কৰিব পৰা বিসয়া ও তাতকৈ নাম পাইকান, এই সকলক নাক কান কাটে। ইয়াতকৈ ওপৰ লোকক সৰ্গদেৱৰ আজ্ঞা পালেহে গতা গবাল, কোৰ, ঢকা এনে দণ্ড কৰিব পাৰে। চবাৰ ফুকন খেৰ বিচনি পোআ চমুআ ফুকন, বৰভণ্ডাৰ বৰুআ আদি মেল ডগিয়া ফুকন বৰুআ পৰ্জন্ত, এই সকলে হলে বৰ বৰুআৰ দৰেই

দণ্ড কৰে। কিন্তু নাক কাটিব নোআৰে। আৰু টেকেলা ফুলিয়া এই দুই খেলত বাজেহে পৰা খনি দণ্ড কৰিব পাৰে। এই খেলৰ মানুহক গতা গৰাল, কোব, ঢকা, এনে দণ্ডহে কৰিব পাৰে। ফুৰদেসাধিকাৰ কাৰণ বৰ ফুকনে হলে ডাঙ্গৰিয়া সকলৰ দৰেই ডণ্ড কৰে। চোৰক হলে কাটে; ও অস্ত্ৰৰে প্ৰাণ মৰা দণ্ড, উজনিত হলে চাউডাঙ্গে কৰে, ভাটিত হলে বৰকে কৰে,' ইতি।

বৰবৰুআ ফুকন আদি ফুকন বৰুআতকৈ এই সকলৰ স্ত্ৰীৰ মৰ্জদা কিচু অধিক; এইহেতু তাকো লেখা জাই। এই সকলৰ ঘৈনীএক ইতক সৰ্গদেৱৰ ঘৰত অমুক ফুকননি বা বৰুআনি বোলে। ডাঙ্গৰিয়া কেইজনাৰ হলে অমুক ডাঙ্গৰিয়াৰ ঘৈনি বোলে। ডাঙ্গৰিয়া বোৰৰ ঘৈনি সকলৰ পৰ্হি চাঙ্গি, আৰু নগৰৰ ভিতৰলৈ যেতিয়া জাই, বৰখুন বা বদ নিবাৰনাৰ্থে সকদৈয়া সিয়া জাপি মুৰত লৈ, উজনি খন চাউডাঙ্গৰ দুআৰে সোমাই; সেই ফালৰ চাউডাঙ্গৰ চৰাতে ৰহেগৈ। লগৰে বনুআ এজনাএ কলাপাত দুখন নিব পাই, তাকে পাৰি দিযে, তাতে ঘৈনি ৰহে। কুঅৰা বোৰৰ ঘৰলৈ গলেও সেই ক্ৰমেই পাত দিএ। তাতে ৰহে। বৰ বৰুআ, বৰ ফুকন, কিম্বা চৰাৰ ফুকন অথবা খেৰ বিচনি পোআ চমুআ ফুকন, এই সকলৰ বৰুআনি বা ফুকননি সকল জোআতো পৰ্হি চাঙ্গিৰেই গৈ, নগৰ সোমোআত মাটিয়ে মুৰত সিয়া জাপি লৈ, ঐ দুআৰেই সোমাই ঐ চৰাতে ডাঙ্গৰিয়া সকলৰ ঘৈনি সকলৰ নাম হৈহে এখনিয়া কলাপাতত ৰহে। এই ক্ৰমেই চমুআ ফুকননিহতো ক্ৰমে নাম সাৰিত ৰহে। কুঅৰা সকলৰ ঘৰতো এই ক্ৰমেই এখনিয়া পাতত বহিবলৈ দিএ; তদিতৰ ফুকননি বৰুআনি বহাত পাত নাই। মাটিতেহে ৰহে। ঐ উজনিখন চাউডাঙ্গৰ দুআৰকে কালুগয়া দুআৰকো বোলে। লিগিৰি দুআৰো বোলে, মাটি ঘৰৰ দুআৰো বোলে। নামনি খন চাউডাঙ্গৰ দুআৰকে কমলা বৰিয়া দুআৰো বোলে। গোসাঁই ঘৰৰ দুআৰো বোলে। দোলা কাসৰিয়া চৰাৰ টুপৰ সমুখৰ খনকে ডঁৰিকা দুআৰ বোলে। নগৰৰ বাজে গৰৰ পুবৰ খনকে পানি দুআৰ বোলে; দখিনৰ খনকে বৰ দুআৰ বোলে। পচিমৰ খনকে ন দুআৰ বোলে। উতৰ ফালে দুআৰ নাই। পিচ ফাল দেখি ঘৰ কাৰেঙ্গ বোলে। আৰু জে ঐ সিয়া জাপি লই, তাতে বানতৰ ওপৰত অনেক বৰনীয়া সুতা এবং ৰুপ সোণৰ গুণাৰে বন কৰা বৰ ২ জৰু লগাই, ওপৰ টুপত পোআল মনিৰে গথা ডাল পাত লগোআ সোনৰ চলাতে গচ কৰি দিএ। এই ৰুপে সোণৰ চুলাৰে সিয়া জাপিকে ডাঙ্গৰিয়া বোৰৰ ঘৈনি সকলে ও বৰ বৰুআ, ও বৰ ফুকন চৰাৰ ফুকন

চমুআ ফুকন, এবং তিনি বৰ ভণ্ডাৰ বৰুআ, এই সকলৰ ঘৈনি বোৰেও লই। কিন্তু দুই একখান বনৰ তাৰতম্য কৰি চুলাও জৰু লই, আত বাজে চমুআ জালভাৰি ফুকন আদি ৫ জন, ও মেল ডগিআৰো ফুকন কেই জন, এই সকলৰ ঘৈনি বোৰেও সমই মতে তাৰতম্য ৰূপে ঐ চুলাও লই, জৰু লই। ইতৰ সকলৰ ঘৈনি বোৰে ঐ চলাতে ডাল পাত হিনকৈ চপা একো পাত লই। তদিতৰ সকলে ৰূপৰে চপা লগোআ লোআও আচে। লৰ নোপোআও আচে। ইতি বুৰঞ্জি সাৰে সপ্তম খণ্ডং।




# অৰুণোদয়।

জাত্রিকৰ জাত্রা।

The Pilgrim's Progress.

এই জগতৰ অৰণ্যৰ মাজে মই ফুৰি জাওঁতে জি এখন ঠাইত এটা গাঁত আছিল, এনে ঠাই পালোঁহি। তাতে পৰি সুই থাকোঁতে এক সমাজিক দেখিলোঁ। গাত ফটাচটা কাপৰ পিন্ধি, আপোনাৰ ঘৰৰ ফাললৈ পিঠি দি, হাতত এখন পুথি ধৰি, পিঠিত বৰ গধুৰ বোকোচা বন্ধা থিয় হৈ থকা এটা মানুহক দেখিলোঁ। তাক চাই থাকোতে পুথি মেলি পঢ়িবৰ দেখিলোঁ; আৰু পঢ়ি চাই সি কঁপি কঁপি কান্দি বলৈ ধৰিলে। পাচে আৰু নিজম দি থাকিব নোআৰাত সি বৰ অসন্তোস মাতেৰে এঁটাহ পাৰি বুলিলে, মই কি কৰিম?

এনে অৱস্থা হলত সেই মানুহ ঘৰলৈ গৈ আপোন লৰা তিৰোতাই নুবুজিবলৈ জিমানলৈকে পাৰিছিল আপোনাৰ পেটত দুখ দমনকৈ ৰাখি থৈছিল. কিন্তু অসন্তোস বাঢ়ি গলত সৰহ কাল ৰাখিব নোআৰিলে; এই হেতুকে ক্রমে তিৰোতা আৰু লৰাৰ আগত পেট ভাঙ্গি এই ৰূপে কবলৈ ধৰিলে, বোলে অ মোৰ প্রিয়া, আৰু মোৰ পেতৰ লৰাটিহঁত, তোমালোকৰ অতি বেথাৰ মিতিৰ জি মই, মই সৰ্বনাস হৈছোঁ; কিয়নো মোৰ ওপৰত এটা বোজাই হেঁচি ধৰি আছে; আৰু মই বাতৰা পাই স্বৰূপকৈ জানিছোঁ, আমাৰ এই নগৰ স্বৰগৰ জুইৰে পুৰি জাব; সাৰিবলৈ জদি কোনো উপাই নোলাই, সেই ভয়ঙ্কৰ বিনাসৰ কালত তুমি মোৰ ঘৈনি, আৰু মোৰ প্রিয় লৰাটিহঁত, তোমালোকো মোৰে সৈতে বৰ দুখেৰে সৈতে সৰ্বনাস হবা; এতিয়া হলে একো উপাই নেদেখোঁ। এই কথা সুনি তাৰ পৰিয়ালৰ বৰ উৰুমি লাগিল; তাৰ কথা স্বৰূপ বুলি পতিয়ালে, এনে নহই; তাৰ মুৰত পাগল বায়ু সোমাই বলিয়া কৰা জানিলে। তাতে গধুলি বেলি হোআত টোপনিত মুৰৰ বায়ু সান্ত হব বুলি আসা কৰি বেগাই খাটত সুআই থলে, কিন্তু দিনত জেনে দুখ, ৰাতিও তেনে

এই কাৰনে টোপনিএ নধৰি দিঘল নিস্বাস, চকুৰ লোএৰে নিসা নিয়ালে। পাচে ৰাতিপুআলত তোমাৰ কেনে হৈচে বুলি সিহঁতে সুধিলে। সি কলে, বোলে, কেৱল বেয়া। পাচে সিহঁতক আগৰ কথা কবলৈ ধৰাত সিহঁতৰ টান মন হৈ আওকান কৰিলে; আৰু চোকা কঠিন বেৱহাৰেৰে ইয়াৰ ৰোগ গুচাম বুলি মনেৰে পাঙ্গিলে; কেতিয়াবা তাক নিন্দা কৰে, কেতিয়াবা ডাবি দিএ, কেতিয়াবা এৰি, তাৰে সৈতে একো নকই। এই হেতুকে সিহঁতলৈ মৰম লাগি, সিহঁতৰ নিমিত্তে প্রার্থনা কৰিবলৈ আৰু আপোন দুখৰ সোক কৰিবৰ নিমিত্তে সি আপোনাৰ কোঁটালি সোমাই, সোমাই থাকিবলৈ ধৰিলে। আৰু কেতিয়াবা পুথি পঢ়ি, কেতিয়াবা প্রার্থনা কৰি, খেতি পথাৰত অকলসৰে ফুৰি ফুৰি থাকে। এই ৰূপে কেতখনি দিন কাল নিয়ালে। পাচে এদিনা পথাৰত ফুৰি আপোন আচাৰৰ দৰে পুথি পঢ়ি মনে বৰ অসন্তোস হোআ তাক দেখিলোঁ, আৰু পঢ়ি চাওতে আগৰ দৰে ফুটাই এঁটাহ পাৰি বুলিলে, পৰিত্রান পাবলৈ মই কি কৰিম? আৰু ইফালে সিফালে চাই লৰ মাৰি জাব খোজা জেন তাক দেখিলো; কিন্তু কোনবাটে যাম, ইয়াক বুজিব নোআৰি বৈ আছিল। তেতিয়া উপদেসক নামে এজন মানুহক তাৰ ওচৰলৈ জাবৰ দেখিলোঁ সি তাত সুধিলে বোলে তুমি কিয় কান্দিচা? সি কলে, হে আতা, মোৰ হাতত জি পুথি আচে, তাৰে বুজিচোঁ, মই মৰিবলৈ দণ্ডৰ আগ্যা আচে তাৰ পাচে সোধলৈ আহিবলগা, তাক কৰিবলৈ মোৰ ইচা নাই, ইয়াকো কৰিবলৈ সক্তি নাই, মই বিবেচনা কৰি ইয়াকে জানো।

তেতিয়া উপদেসকে কলে, জিয়াই থকাত কত দুখ আচে, ইযাকে দেখি, কিয় মৰিবলৈ ইচা নাই? তাতে সেই মানুহে উত্তৰ কৰিলে, কাৰন এই, মোৰ পিঠিত জি ভাৰ আচে, সি মোক মৈদামতকৈ তললৈ নিব, আৰু মই পতালত পৰিম, ইয়ালৈ মোৰ ভয়। হে আতা, মই যদি বন্দিসালত সোমাবলৈ জুগুত নহওঁ, তেন্তে সোধলৈ আৰু তাৰপৰা দণ্ডলৈকো জাবলৈ কোনো মতে সমর্থ নহওঁ; এই বিলাক কথা ভাবিএই কান্দোঁ।

তেতিয়া উপদেসকে কলে, তোমাৰ জদি এনে অৱস্থা হই, কি কাৰনে থিয় হৈ বৈ আচা? সি উত্তৰ কৰিলে, কোনপোনে জাবলাগে, তাক মই নেজানোঁ। তেতিয়া উপদেসকে তাক এখন মুৰিওআ চাল দিলে, তাৰ ভিতৰ ফালে এনে লিখা আছিল, "আগলৈ হবলগা ক্রোধৰ পৰা পলাইজাবা।" সি তাক পঢ়ি উপদেসকলৈ একে ঠৰে চাই সুধিলে, কোন ফাললৈ পলাব লাগে? তাতে

উপদেসকে এখান বহল পথাৰৰ সি ফাললৈ আঙ্গুলিৰে পোনাই দেখুআই বুলিলে, সৌখন সৰু দুআৰ দেখিচানে? সি কলে, নেদেখোঁ তেতিয়া আকও সুধিলে, সৌ খিন্তে জলি থকা দিপ্তি, তাক দেখিচানে? সি বুলিলে, মই দেখোঁ জেন কৰে। তেতিয়া উপদেসকে কলে, সেই দিপ্তি তোমাৰ চকুত লগাই ৰাখি তালৈ পোনাই গৈ থাকিবা, তেহে দুআৰ দেখিবা; তাত চপৰিয়ালে তুমি কি কৰিবলাগে, তাক তোমাত কোআজাব।

সেইৰুপে মই সমাজিকত দেখোঁতে সেই মানুহে লৰিবলৈ ধৰিলে। আপোনাৰ ঘৰৰ পৰা বৰ আঁতৰ নৌ হওতে লৰা তিৰোতাই তাক জোআ দেখি, ৰিঙ্গিয়াই উভতি আহিবলৈ মাতিলে; কিন্তু সি কানত সোপা দি, পৰম আয়ুস, পৰম আয়ুস, অনন্ত পৰম আয়ুস বুলি লৰিগৈ, পাচলৈ নেচাই পথাৰৰ মাজলৈ পলাই গল।

আৰু সেই মানুহৰ চুবুৰিয়া চিনাকিবোৰে তাক চাবলৈ ওলাই, এই ৰুপে লৰিবৰ দেখি, কোনো কোনোএ ইতিকিঙ্গ কৰিলে, কেতবোৰে ভয় দেখাই থমকাব ধৰিলে, কেতবোৰে ৰিঙ্গমাৰি উভতি আঁহা বুলি মাতিলে। সিহঁতৰ মাজত দুজনে বলেৰে সৈতে তাক ধৰি আনিবলৈ ঠাৰৰ কৰিলে; সিবিলাকৰ এটাৰ নাম মইমতালি, এটাৰ নাম তবল। তেতিয়া সেই মানুহ তাৰ পৰা বৰ দুৰ হল; কিন্তু সেই দুজনে খেদিবলৈ মন থিৰ হৈ তাৰ পাচে পাচে লৰি গৈ অলপ কালতে তাৰ ওচৰ পালেগৈ। তেতিয়া সেই মানুহে সিবিলাকত সুধিলে, বোলে, হেৰা চুবুৰিয়া লোক, কি কাৰনে আহিচাহঁক? তাতে সিহঁতে কলে, আমাৰ লগত উভতি জাবলৈ তোমাক মিনতি কৰিবৰ নিমিতে আহিচোঁ। কিন্তু সি বুলিলে, সেই কথা কেতিয়াও হব নোআৰে; কিয়নো জি নগৰত ময়ো জনম পালোঁ, সেই বিনাস নগৰত তোমালোক থাকা; সি নস্ট হব লগা, ইয়াক মই এতিয়া নিচয়ে জানোঁ। তোমালোকে তাত থাকি কাল ক্রমে মৰিলেই, মৈদামতকৈও তল হোআ গন্ধক আৰু অগ্নি থকা ঠাইত পৰিবাগৈ। এই কাৰনে মোৰ প্রিয় চুবুৰিয়াবিলাক, এই কথাত মনজুৰ হৈ মোৰ লগত চলি আঁহাহঁক।

তাতে মইমতালিয়ে বুলিলে, কি! আমাৰ মিতিৰ, কুটুম, সুখভোগ আটাইকেএৰি তোমাৰ লগত জাম নে? তেতিয়া সেই মানুহ, (জাৰ নাম খ্রিষ্টিয়ান,) সি এই উতৰ কৰিলে, হই, ভাই, এৰিব লাগে; কিয়নো মই জি সুখ ভোগ বিচাৰিচোঁ, তাৰ একন মানেৰেও তোমালোকে এতিয়া ভোগ কৰা সকলো

বস্তু তুল্য কৰিবলৈ জোগ্য নহই। তোমালোক মোৰ লগত জদি জোআ, আৰু এই পথতে থাকা, তেন্তে মোৰে সৈতে সেই সুখভোগৰ সমান ভাগি হবা; কিয়নো জি ঠাইলৈ জাঁও, তাতে সকলোলৈ অঁটা বস্তু আৰু তাতকৈও অধিক আচে। আঁহা মোৰ কথা মিচানে সঁচা, তাৰ প্রমান দেখিবাহকঁ।

মইমতালিয়ে বোলে, বাৰু, তুমি জি বস্তু পাবৰ নিমিতে সকলোকে এৰিচা, সেই সেই বস্তু কি ?

খ্রিষ্টিয়ান। মই জি বিচাৰি গৈচোঁ, সেয়ে অখই, আৰু নিৰ্মল, আৰু অমৰ অধিকাৰ বাব; তাক স্বৰগত সাঁচি থোআ হৈচে; জিবিলাকে বিচাৰে, সিবিলাকৰ নিয়োজন কৰা সময়ত তাক দিয়া হবৰ নিমিতে নিৰ্বিঘিনি ৰূপে ৰখা হৈচে। জদি দেখিব খোজা, তেন্তে মোৰ পুথি পঢ়ি চোআ।

তাতে মইমতালিয়ে বুলিলে, থুচ, তোৰ পুথি খন পেলাই দে; আমাৰ লগত উভতি আহিবি নে নাহিবি, তাকে ক।

সি উত্তৰ দিলে, মই জাব নোআৰোঁ, কিয়নো লাঙ্গলত মোৰ হাত দিয়া হল।

মইমতালি। তেন্তে আঁহা, তৰল ভাই, ইয়াক এৰি গুচি জাঁও; এনে এবিধ বাতুল ভাবি থোআ মানুহ আচে; সিহঁতে জেতিয়া মনত কোনো কথা ধৰে, তেতিয়া কাৰ্জৰ কাৰন দেখুআব পৰা সাতো জনতকৈ সিহঁত আপোনাৰ দ্রিষ্টিতে গিয়ানি হই।

তাতে তৰলে কলে, নিন্দা নকৰিবা, ভাই, এই উত্তমলোক খ্রিষ্টিয়ানে কোআ কথা জদি সঁচা হই, তেন্তে সি জি বস্তু বিচাৰিচে, সেয়ে আমাৰ বস্তুতকৈ উত্তম; চুবুৰিয়াৰ লগত জাবলৈ মোৰো মন গৈচে।

মইমতালি। কি! আৰু এনে বলিয়া মানুহ আচে নে? মোৰ কথা সুনি উভতি আঁহা। এনে পাগল মানুহে তোমাক কলৈ নিব, কোনে কব পাৰে? ঘুৰি আঁহা, ঘুৰি আঁহা, গিয়ান ৰূপে কৰা।

খ্রিষ্টিয়ান। ন হই, ন হই, তৰল বন্ধু, মোৰ লগত আঁহা, মই জি জি কথা কৈচিলোঁ, তাৰ বাহিৰেও অনেক অনেক ঐশ্বৰ্জ আচে। মোৰ কথাত জদি বিস্বাস নকৰা, তেন্তে এই পুথি পঢ়ি চোআ; আৰু তাৰ ভিতৰত জি জি লিখা আচে, সি সত্য হোআৰ প্রমানৰ নিমিতে জচোআ, জি জনে তাক ৰচনা কৰিলে, তেওঁ আপোনাৰ তেজেৰে তাক নিচই কৰিলে।

তেতিয়া তৰলে বুলিলে, হেৰা মইমতালি ভাই, মোৰ মন প্ৰায়ে থিৰ হল; এই সাধু লোকৰ লগত জাবলৈ মোৰ ইচা হৈচে; তেওঁৰ জি দসা, মোৰো সেই দসা হব। কিন্তু হে লগৰ সখি, সেই বাঞ্চিত ঠাইলৈ তুমি বাট জ্ঞানা নে?

খ্ৰিষ্টিয়ান। উপদেসক নামে এজন মানুহে আমাৰ আগত থকা জি এখন সৰু দুআৰ, তালৈ মোক বেগাই জাবলৈ দিলে, তাতে আমি বাটৰ কথা সিকিবলৈ পাম।

তৰল। তেনেহলে আঁহা ভাই, আমি জাঁও। তাতে দুয়ো একেলগে জাবলৈ ধৰিলে; কিন্তু মইমতালিয়ে কলে, ময়ো আপোনাব ঠাইলৈ গুচি জাম; এনে অগিয়ান মানুহৰ লগ হবলৈ মোৰ ইচা নাই।

পাচে মই সেই সমাজিকত চাই দেখিলোঁ, মইমতালি উভতি গলত খ্ৰিষ্টিয়ান আৰু তৰলে পথাৰে দি জাওঁতে কথোপকথন কৰি ইজনে সিজনে কথা কবলৈ ধৰিলে।

খ্ৰিষ্টিয়ান। হেৰা ভাই তৰল, এতিয়া তুমি কেনে হৈ আচা? তুমি মোৰ লগত গমন কৰিবলৈ ধৰাত মোৰ বৰ আনন্দ। পৰলোকৰ জি কথা এতিয়া অদ্ৰিস্য হই, তাৰ প্ৰতাপ আৰু ভই মই জি ৰূপে মনত গম পালোঁ, সেই ৰূপে মইমতালিএও গম পোৱা হলে, সি এইমান বেগতে আমালৈ পিঠি দি গুচি নগল হেঁতেন।

তৰল। হেৰা প্ৰিয় সখি খ্ৰিষ্টিয়ান, আমি দুইবো বাহিৰে ইয়াত আন কেও নাই দেখি, আমি জি ঠাইলৈ গৈচোঁ, তাৰ কি বস্তু, আৰু কি প্ৰকাৰে তাক ভোগ কৰিম, এই সকলোকে কিচু বহুল ৰূপে মোক বুজাই দিয়া।

খ্ৰিষ্টিয়ান। সেই সকলো কথা মুখেৰে কোআতকৈ মনেৰে মই ভালকৈ বুজিব পাৰোঁ, তথাপি তুমি সুনিবলৈ ইচা কৰা দেখি, মোৰ পুথিৰ পৰা তাৰ কিচুমান কথা পৰ্হি সুনাম।

তৰল। কিন্তু তোমাৰ পুথিত জি লিখা আচে, সেই কথা বিলাক নিচয়ে স্বৰূপ বুলি জানিচা নে?

খ্ৰিষ্টিয়ান। হই, তাক মই নিচয়ে জানোঁ; কিয়নো জি জনে মিচা কব নোআৰে, তেওঁৰ দোআৰাই এই পুথি কৰা হৈচে।

তৰল। ভাল কৈছা, তেনেহলে সেই ভোগ কৰিব লগা কি কি বস্তু আচে?

খ্রিষ্টিয়ান। বসতি কৰিবলৈ অনন্ত ৰাজ্য আচে; আৰু আমাক দান কৰিবৰ নিমিত্তে অনন্ত পৰম আয়ুস আচে; সেই ৰাজ্যত আমি সর্বকালে নিবাস কৰি থাকিম।

তৰল। ভাল কৈচা; আৰু কি?

খ্রিষ্টিয়ান। আৰু আমাক পিন্ধাই দিবলৈ তেজস্বি কিৰিটি, আৰু জি বস্ত্রে আকাসত থকা সুর্জৰ নিচিনাকৈ আমাক কান্তিমন্ত কৰিব, এনে বস্ত্রও আচে।

তৰল। এই সকলো অতি উত্তম, তাত বাজে আৰু কি কি আছে?

খ্রিষ্টিয়ান। তাত ক্রন্দন বা কোনো দুখৰ লেস্থ নহব; কিয়নো সেই ঠাইৰ জি জন গৰাকি, তেও আমাৰ সকলো চকুৰ লো মচি গুচাব।

তৰল। আৰু তাত আমাৰ লগৰ নিবাসি কোন কোন হব?

খ্রিষ্টিয়ান। জিবিলাকক চাবলৈ তোমাৰ চকুৰ জলক ধৰে, এনে চিৰাফ আৰু কিৰুব দুত সকল আচে; আৰু আমাৰ আগেয়ে তালৈ জোআ হেজাৰ হেজাৰ, অজুত অজুত লোকে সৈতে দেখা দেখি হম; সিবিলাকৰ মাজত কোনো হিংসক নাই, সকলোৱে মৰম বেপা কৰোঁতা আৰু পবিত্র; ইস্বৰৰ সাখ্যাতে অহা জোআ কৰে, আৰু অনুগ্রহৰ পাত্র হৈ তেওঁৰ আগত সর্বদাই থাকে। তাত বাজে সোনৰ কিৰিটি পিন্ধা ব্রিধ লোক, আৰু সোনৰ বিন বোআ পবিত্র কন্যাবিলাককো দেখিবলৈ পাম; আৰু সেই থানৰ প্রভুলৈ প্রেম কৰাৰ কাৰনে জি মানুহবিলাক জগতৰ লোকৰ দোআৰাই ডোখৰ ডোখৰকৈ কটা গৈচিল, জুইত পোৰা বা জন্তুএ খোআ, বা সাগৰত পেলোআ হৈ মৰিল, সেই সকলোবিলাক সুখি হৈ বস্ত্র পিন্ধা দি অমৰনক পিন্ধি থকা দেখিম।

তৰল। অস, এনে কথা সুনা মাত্রকে আনন্দেৰে মন পুলকিত হল। কিন্তু ভাই, সেই সুখ ভোগ কৰিবলৈ পাম নে? আমি তাৰ ভাগি কি উপায়েৰে হব পাৰিম?

খ্রিষ্টিয়ান। সেই দেসাধিকাৰ প্রভুএ এই পুথিত তাক লিখাই দিছে; তাৰ পৰমার্থ এই, সেই সুখ পাবলৈ আমি যদি স্বৰূপকৈ ইচাহে কৰোঁ, তেন্তে তেওঁ তাক বিনামোলে দিব।

তৰল। বাৰু, প্রিয় সখি, এই কথা সুনাত মোৰ বৰ আনন্দ; আহাঁ, বেগাই জাঁওহঁক।

খ্রিষ্টিয়ান। ভাই, মোৰ পিঠিত থকা বৰ গধুৰ বোকোচাৰ নিমিত্তে ইচাৰ দৰে বেগাই জাব নোআৰোঁ।

তেতিয়া মোৰ সেই সমাজিকত দেখিলোঁ, দেখোঁ, সিহঁতে কথোপকথন কৈ এঁটালতে পথাৰৰ মাজৰ বৰ দলদলনি এডোখৰৰ ওচৰ পাই মন নকৰাকৈ অকস্মিতে সেই উহত পৰি বোকাত লাগি থাকিল। সেই দলদলনিৰ নাম নিৰ্ভাৰসা, তাতে সিহঁতে কেতখিনি কাল থপথপাই বগাই জোআত গোঁটেই গা বোকা হল; আৰু খ্রিষ্টিয়ানৰ পিঠিত গধুৰ বোকোচা থকা কাৰনে ক্ৰমে দলৈ সোমাবলৈ ধৰিলে।

তেতিয়া তৰলে সুধিলে, বোলে, হেৰা সখি খ্রিষ্টিয়ান, এতিয়া হলে কত আছা?

খ্রিষ্টিয়ান। হই ভাই কত পৰিলোঁ, মই কব নোআৰোঁ।

তাতে তৰলে বেজাৰ পাই সখিএকক খঙ্গ কৰি বুলিলে, জি সুখৰ কথা এইমান বেলি কই আছিলা, সেইতো হইনে? প্ৰথমতে জাত্ৰা কৰিবলৈ ধৰাতেই জদি এনে দুৰাৱস্থা হই, তেন্তে সেস নহৈ মানে কিমান দুৰ্গতি সহিব লাগিব? এই বেলি জদি প্ৰান বখ্যা পাই ওলাব পাৰিম, মই ভাগি নোহোআকৈ তুমি অকলেই সেই সুন্দৰ ৰাজ্য ভোগ কৰিব পাৰিবা। এই কথা কৈ সি বলেৰে দুই এক বাৰ জঁপিয়াই দলদলনিৰ জিটো পাৰে তাৰ ঘৰ আছিল, সেই পাৰলৈ ওলাই গুচি গল; পাচে খ্রিষ্টিয়ানে আৰু তাক্ নেদেখিলে।

এই ৰুপে খ্রিষ্টিয়ান এৰা হলত, অকলে সেই নিৰ্ভাৰসা দলদলনিত বাগৰি ফুৰি আছিল; তেওঁ সি আপোনাৰ ঘৰৰ পৰা দুৰ হোআ জি পাৰত সৰু দুআৰ আছিলে, সেই পাৰেহে উঠিবলৈ স্ৰম কৰিলে। ত্ৰমে বামৰ ওচৰ পালেগৈ; কিন্তু বোকোচাৰ কাৰনে উঠিব নোআৰিলে। তেতিয়া মই সমাজিকত চাই দেখিলোঁ, উপকাৰক নামে এজন মানুহ তাৰ ওচৰলৈ গৈ সুধিলে, ইয়াত তুমি কি কৰিচা?

তাতে খ্রিষ্টিয়ানে উত্তৰ কৰিলে, হেৰাদেও, আগলৈ হব লগা ক্ৰোধৰ পৰা পলাই জাবৰ নিমিতে উপদেসক নামেৰে এজন লোকে সৌখিন্তে থকা সৰু দুআৰলৈ জাব দিলে; তালৈ জাওঁতে এই বোকা খনত পৰিলোঁ।

উপকাৰক। পাৰি দিয়া গৰ নিৰিচাৰিলা কিয়?

খ্রিষ্টিয়ান। ভয়েৰে পলাই, পোনে জি বাট পালোঁ, সেই বাটে আহি দত পৰিলোঁ।

উপকাৰক। তেনেহলে মোক হাত দিয়া।" তাতে সি হাত দিলত উপকাৰকে ধৰি সুকান মাটিত তুলি থৈ, তুমি আপোনাৰ বাটে জোআ বুলি কলে।

তেতিয়া তাক তোলা জনৰ ওচৰলৈ মই গৈ সুধিলো, হে আপ, বিনাস নগৰৰ পৰা সৌ সৰু দুআৰলৈ জোআ বাট এই পোনে আহিছে দেখি, দুখিয়া জাত্রিকে নিৰ্বিঘিনিএ জাবৰ নিমিতে এই ডোখৰ মাটি কি কাৰনে ভাল কৰা নহল?

তেতিয়া তেওঁ কলে, এই বোকা ঠাই ভাল কাৰবলৈ অসাধ্য; মাটি কি কাৰনে এইমান বেয়া, তাক কও সুনা। প্পাপ চিন্তা কুলৰ পৰা জি মলি ফেন আদি কৰি ওলাই, অৰ্থাত কোনো পাপিয়ে চেতনা পাই আপোনাৰ অপৰাধ আৰু নৰকৰ জোগ্য দোস জানিলত তাৰ মনত জি ভয়, নিৰসা, আৰু আকুল হোআ সংসই জনমে সেই সকলো চাৰিও ফালৰ পৰা বৈ, সদাই এই চাপৰ ঠাইত গোটখাই পৰেগৈ, তাৰ কাৰনে নিৰ্ভৰসা দলদলনি বোলে।

এই ডোখৰ মাটি এই ৰূপে বেয়া হৈ থাকিবলৈ ৰজাৰ ইচা নাই; আৰু ৰাজ বৰ ৰবাৰ আগ্যাৰ দোআৰাই তেওঁৰ বনুআবিলাকে তাক কিচু ভাল কৰিব পাৰে কিচাৰে, এই নিমিতে সোনেস বচৰতকৈ অধিক কাল এই সৰু ডোখৰ মাটিত বন কৰি আচে; ইয়াত খোআ বস্তু একুৰি হেজাৰ গাৰিৰ ৰ্ম্মজাতকৈ কম নহৈ, তাক মই নিচেই জানো, হই, তাক নিৰত কৰিবৰ নিমিতে ৰজাৰ অধিন হোআ সকলো ঠাইৰে পৰা লাখ লাখ উতম উপদেসকে আনি ইয়াত সৰকালে দিয়া হৈচে, আৰু টান মাটি কৰিবলৈ তাতকৈ ভাল বস্তু নাই বুলি জনা লোকে কই, কিন্তু এতিয়ালৈকে নিৰ্ভাৰসা দলদলনি হৈ আচে; আৰু সিহতে জি জি নকৰোক, তেও এই দৰে হৈ থাকিব।

বিধান কৰ্তাৰ আগ্যাৰে এই দলদলনিৰ মাজে দিও কেতবিলাক ভাল সকত গৰ পাৰি থোআ হৈচে হই; কিন্তু বতৰ বেয়া হোআ কালত এই ঠাইতে মলি ফেন অধিককৈ বাহিঁ জোআত প্রায়ে গৰ দেখা নেজাই; তথাচ দেখিবলৈ পালেও মুৰ ফুৰনি ধৰাত মানুহে আঁতৰতে ভৰি দি তলত পৰে; এই ৰূপে গৰ থাকিলেও বোকাত মগ্ন হৈ জাই। কিন্তু দুআৰৰ ভিতৰত সোমাব পাৰিলে মাথোন তাৰ পৰা মাটি ভাল।

এই ৰূপে সমাজিকত চাই থাকোঁতে সেই সময়ত তৰলে আপোনাৰ ঘৰ আকও পোআ দেখিলোঁ, তাতে তাৰ চুবুৰিয়াবিলাকে দেখিবলৈ গোট খাই কেতবোৰে তাক উভতি অহা দেখি বুধিমন্ত মানুহ বুলি কলে; খ্রিষ্টিয়ানৰ লগ লৈ প্রান সঙ্কতত পেলোআৰ কাৰনে কেতবোৰে তাক অজলা বুলিলে; আন কোনোএ তাৰ একো সাহ নাই দেখি নিন্দা কৰিব ধৰিলে, বোলে, জাত্রাৰ আৰম্ভন কৰিবলৈ তুমি

সাহিয়াল হৈ আছিলা; মই সেই দৰে কৰা হলে অলপমান দুখ পোআৰ কাৰনে দুহকি আহিবলৈ এই মান অধম নহলোঁ হেঁতেন। এনে কথা স্তুনি তৰলে লাজ পাই তল মুৰ কৰি' সিহঁতৰ মাজত বহি থাকিল; কিন্তু পাচে সি অলপমান সাহ পালত সিহঁতে তাৰ কথা এৰি, সাখ্যাত নোহোআ জি খ্রিষ্টিয়ান, তেওঁক নিন্দা কৰিবলৈ ধৰিলে। তবলৰ বিবৰনত এই কথা মাথোন।

জাত্রিকৰ জাত্রা, ২ অধ্যা।

The Pilgrim's Progress, Chapter 2.

পাচে খ্রিষ্টিয়ান অকলেই ফুৰি জোআৰ সময়ত এটা মানুহক দুৰৈৰ পৰা পথাৰ পাৰ হৈ আহিবৰ দেখিলে। পাচে ওচৰ চাপোঁতে দুইৰো বাট জোৰা খোআ ঠাইতে দৈবজোগে একে কালে সমুখা সমুখি হল। সেই মানুহৰ নাম স্রিজুত সংসাৰ-গিয়ানি, তেওঁ সাৰ্বিবিক-বুধি গাঁৱত থাকে; সেয়ে বৰ গাঁও, খ্রিষ্টিয়ান আগেয়ে থকা ঠাইৰ ওচৰ। সেই জনে খ্রিষ্টিয়ানক দেখি তাৰ কথাত কিচু উমান ধৰিলে; কিয়নো বিনাস নগৰৰ পৰা খ্রিষ্টিয়ান ওলাই জোআৰ কথা কোআ-কুই কৰাত বৰকৈ খিয়াতি হল; অকল আপোন নগৰত নহই, আনঠাইলৈকে বিয়াপিব ধৰিলে। সেই নিমিতে সংসাৰ-গিয়ানিএ তাক ইমান স্রমেৰে জোআ আৰু তাৰ হুমুনিয়াহ কেঁকনি দেখি, তাৰ কিচু ভু ধৰি কথোপকথন হবলৈ এই ৰূপে আৰম্ভন কৰিলে।

হেৰা ভকত, ভাৰেৰে ইমান দুখিত হৈ কলৈ জোআ?

খ্রিষ্টিয়ান! ভাৰেৰে অতি দুখিত হৈচোঁ হই বাপু, মই ভাবিচোঁ, মোতকৈ দুখিত প্রানি কেতিয়াও নাচিল। আৰু কলৈ জোআ বুলি তুমি জে স্তুধিচা, তাকো কঁও, বাপু স্তুনা; সোঁৱা জি সৰু দুআৰ মোৰ আগত আচে, তালৈকে আহিচোঁ; কিয়নো সেই ঠাইতে মোৰ এই গধুৰ বোজা গুচাবৰ উপাই স্তুনিম, ইয়াকে মোক বুজাইচে।

সংসাৰ গিয়ানি। তোমাৰ লৰা তিৰোতা আচেনে?

খ্রিষ্টিয়ান। আচে হই, কিন্তু এই ভাৰেৰে দুখিত হোআৰ কাৰনে আগৰ নিচিনাকৈ এতিয়া সিবিলাকত সন্তোস নেপাওঁ; মনেৰে সেই বিলাক নথকা জেন হৈচোঁ।

সংসাৰ গিয়ানি। মই জদি তোমাক কিচু বুধি দিওঁ, তাক তুমি লবা নে?

খ্রিষ্টিয়ান। জদি ভাল হই, লম; কিয়নো ভাল বুধিত মোৰ প্রয়োজন আচে।

সংসাৰ গিয়ানি। তেনেহলে মই এই বুধি দিচোঁ, তোমাৰ ভাৰ অতি বেগেৰে গুচাবলৈ উপাই কৰা; তাক নকৰা মানে তোমাৰ মন কেতিয়াও থিৰ নহব, আৰু ইস্বৰে তোমাক অনুগ্রহ কৰি জি জি বস্তু ভোগ কৰিবলৈ দিচে, সেই সকলোকে তুমি সুখেৰে ভোগ কৰিব নোআৰিবা।

খ্রিষ্টিয়ান। এবা, এই ভাৰ গুচুআ উপাইহে মই বিচাৰিচোঁ, কিন্তু মই আপুনি গুচাব নোআৰোঁ, আৰু আমাৰ দেসৰ ভিতৰত মোৰ কানৰ পৰা তাক গুচাবৃ পাৰা কোনো মানুহ নাই; এই কাৰনে তাৰ পৰা মুকুত হবৰ নিমিতে মই তোমাত পুৰ্বে কোআৰ দৰে এই বাটে দি আহিচোঁ।

সংসাৰ গিয়ানি। তোমাৰ ভাৰৰ পৰা মুকুত হবলৈ কোনে তোমাক এই বাটে জাব দিচে?

খ্রিষ্টিয়ান। জি জনক অতি উত্তম ভদ্র লোক জেন দেখোঁ, এনে জনাই জাব দিলে, তেওঁৰ নাম উপদেসক, মোৰ মনত পৰিচে।

সংসাৰ গিয়ানি। অস, এনে আলচ দিয়াৰ কাৰনে সি সাওপোআ হওক। সি জি বাটে জাবলৈ দিচে, তাতকৈ সঙ্কট বিঘিনি হোআ বাট প্রিথিবিত আৰু নাই; তাৰ আলচেৰে জদি চলা, মোৰ কথা স্বৰূপ বুলি জানিবা। এতিয়াও তাৰ কিচু প্রামান পাইচা, মই বুজিচোঁ, তোমাৰ গাত নিৰ্ভাৰসা দলদলনিৰ বোকা দেখিচোঁ; কিন্তু সেই বাটে জোআ মানুহৰ দুখবোৰৰ মাজত, সেই দলদলনি আৰম্ভন মাথোন। মোৰ কথা সুনা, মই তোমাতকৈ বয়সিয়া; জি বাটে তুমি গৈচা, তাতে ভাগৰ, আৰু স্রম, ভোক, পিয়াহ, সঙ্কট, নাঙ্গটা হোআ তৰোআল, সিংহ আৰু নাগবোৰ, এন্ধাৰ, মৰনকো, আৰু ইয়াত বাজেও কি কি দুখ পাবা, তাক কব নোআৰি। এই সকলো কথা নিচেই স্বৰূপ, অনেক সাখিএ থিৰ কৰিচে। আৰু কি কাৰনে অচিনাকি মানুহৰ কথা সুনি বিবেচনা নকৰাকৈ এই দৰে আপোনাক নষ্ট কৰা?

খ্রিষ্টিয়ান। কিয়? তুমি জি জি দুখ দেখালা, সেই আটাইতকৈও মোৰ পিঠিত এই জি বোজা, সি বৰ ভয়ঙ্কৰ; সেই বোজাৰ পৰাহে মই মুকুত হব পাৰিলে, বাটত জি দুখ নহওক, তালৈ মোৰ একো চিন্তা নহই জেন বুজোঁ।

সংসাৰ গিয়ানি। আগেয়ে কেনেকৈ এই ভাৰ পালা?

খ্রিষ্টিয়ান। মোৰ হাতত এই জি পুথি, তাক পঢ়িহে পালোঁ।

সংসাৰ গিয়ানি। এৰা, মই তাকে ভাবিচোঁ, লোকত জেনেকৈ ঘটিচে, সেই দৰে তোমাতো ঘটিল, সিহঁতৰ সক্তিৰ বাহিৰে জি ওখ গধুৰ কথা, তাক পৰ্সিব খোজাত তোমাৰ দৰে চিন্তাকুলত পৰে; পাচে সেই চিন্তাকুলেই মানুহক অমানুহ কৰে, জেনেকৈ তোমাকো কৰা দেখিচোঁ, আৰু তাত বাহিৰে জিহকে নেজানে, তাক পাবৰ নিমিতে সকলো বিধ সঙ্কটৰ নিৰাস্ৰইলৈ খেদাইচে।

খ্রিষ্টিয়ান। মই জিহকে পাব খোজোঁ, তাক জানো, এই গধুৰ বোজাৰ পৰা জিৰনিহে বিচাৰোঁ।

সংসাৰ গিয়ানি। কিন্তু এই জি বাটত এইমান সঙ্কট আচে, তাতেই কিয় জিৰনি বিচাৰা? কিয়নো মোৰ কথা স্নুনিবলৈ তুমি সহিব পাৰা হলে, তেন্তে জিহকে ইচা কৰা, এই বাটৰ সঙ্কটত নপৰাকৈ তাক পাবলৈ মই উপাই বুজাব পাৰিলোঁ হেঁতেন। অকল এইটোই নহই, তোমাৰ ওচৰতে উপাই আচে; তাৰেই সেই এটাই আপদৰ হাত সাৰি, তুমি অতি কুসল, মিত্ৰিৰ চেনেহ, আৰু সান্তনা পোআ হবা।

খ্রিষ্টিয়ান। মিনতি কৰিচোঁ, আতা, সেই গোপনিয় কথা মোক বুজাই দিয়ক।

সংসাৰ গিয়ানি। তেনেহলে সৌখিন্তে নিতি নামে জি গাওঁ আচে, তাত বিধান সিখ্যক নামেৰে এক মহাজন থাকে; তেওঁ গিয়ানৱন্ত, জসস্যা পোআ, আৰু তোমাৰ ভাৰৰ নিচিনা জি বোজা, তাক মানুহৰ কানৰ পৰা গুচাবলৈ তেওঁ সমৰ্থ; ময়ো দেখিলোঁ, তেওঁ এইৰূপে লোকক ভালেমান হিত কৰে। তাত বাজে ভাৰত জিবোৰৰ মন বিগিয়ান হৈ গৈচে, সিহঁতকো স্বস্ত কৰিবলৈ তেওঁ নিপুন। মই কোআৰ দৰে তেওঁৰ ওচৰলৈ গৈ এতিয়াও উপকাৰ পাব পাৰা। তেওঁৰ ঘৰ এডাঁৰতকৈ দুৰ নহই; তেওক যদি ঘৰত নোপোআ, তেন্তে স্নুঅলা নামে তেওঁৰ এজন স্নুঅনি ডেকা পুতেক আচে; তেওঁ বাপেকেৰে প্ৰায়ে সমান কৰিব পাৰে। মই কৈচোঁ, সেই ঠাইতে ভাৰৰ পৰা মুকলি হবা; পাচে যদি তুমি আগৰ নিবাসি ঠাইলৈ জাবলৈ ভাল নেদেখা, আৰু ময়ো তালৈ পাঁচিবলৈ মন নকৰোঁ, তেন্তে এই গাঁওলৈ আহিবৰ নিমিতে তুমি লৰা তিৰোতালৈ বাত্ৰা দিবা; সুদা ঘৰ অনেক আচে, তাৰ এটা সস্তাৰূপে ভেৰন দি লব পাৰিবা। সেই খন গাঁৱত খোআ বোআৰো সস্তা আৰু উতম; আৰু তাতকৈও জিহেৰে তোমাৰ দিনৰ সুখ সাধ্য হব, তোমাৰ সকলো চুবুৰিয়াবিলাক ভদ্ৰ লোক, সুখিয়াতি আৰু সদ আচাৰ প্ৰবৰ্তা মানুহ হব।

এই কথা সুনি খ্রিষ্টিয়ান সংসয়ত পৰি কিচু কাল ৰৈ থাকি, পাচে থিৰ কৰি মনতে বুলিলে, এই জন মহন্ত লোকে জি কৈচে, সেয়ে জদি স্বৰূপ হই, তেন্তে তেওঁৰ বুধি লোআ মোৰ ভাল। ইয়াকে ভাবি আকও তেওঁত এই ৰূপে সুধিলে, বোলে, আতা, সেই উতম লোকৰ ঘৰলৈ কোন পোনে বাট ?

সংসাৰ গিয়ানি। সৌআ কিচু ওখ ঢোকা পৰ্ব্বত দেখিচা নে ?

খ্রিষ্টিয়ান। হই ভালকৈ দেখিচোঁ।

সংসাৰ গিয়ানি। বাৰু, সেই পৰ্বতৰ দাতিএই জাব লাগে; প্রথমতে জি ঘৰ পাই, সেয়ে।

এতেকে খ্রিষ্টিয়ান আপোনাৰ পথৰ পৰা এফলিয়া হৈ, উপকাৰ পাবৰ নিমিতে স্রিজুত বিধান-সিখ্যকৰ ঘৰলৈ জাবলৈ ধৰিলে; কিন্তু দেখো, জেতিয়া পৰ্বতৰ ওচৰ পালে, তেতিয়া তাক বৰ ওখ জেন দেখে; আৰু বাটৰ ওচৰে জি ফাল আচিল, সি অতি আওনিয়া গৰা, আৰু তাৰ মুৰত পৰে বুলি ভই লাগি, খ্রিষ্টিয়ানে আৰু জাবলৈ সাহ নেপাই, কি কৰিম বুলি নেজানি থোহ মোহ কৈ থিয় হৈ থাকিল। আৰু তেতিয়া তাৰ বোজা আগতকৈও গধুৰ জেন বুজে; আৰু পৰ্বতৰ পৰা জুইৰ সিখা ওলোআত, সি পোৰে বুলি বৰ ভই কৰিলে; তাতে খ্রিষ্টিয়ানৰ গাৰ ঘাম ওলাবলৈ ধৰি সি কঁপি কঁপি আচিল। তেতিয়া সংসাৰ গিয়ানিৰ আলচ লোআৰ কাৰনে তাৰ মনত বৰ খেদ হৈচিল। এনে সময়ত উপদেসকক তালৈ পোনাই ওচৰলৈ আহিবৰ দেখিলে, তেওঁক দেখি খ্রিষ্টিয়ানৰ মুখ লাজেৰে তেজ জেন ৰঙা হৈ গল। পাচে উপদেসক ক্রমেৰে চাপি চাপি তাৰ ওচৰ পালত গম্ভিৰ আৰু ভয়ানক বদনেৰে তালৈ চাই, তাৰ দোস বুজাবলৈ ধৰি বুলিলে, এই ঠাইত কি কৰা, খ্রিষ্টিয়ান ?

সেই কথা সুনি খ্রিষ্টিয়ানে কি উতৰ দিম, তাক নেজানি বোবা হৈ থাকিল। তেতিয়া উপদেসকে আৰু বুলিলে, মই জি মানুহ বিনাস নগৰৰ গৰৰ বাহিৰে কান্দি থকা দেখিলোঁ, তুমি সেইটো নোহোআনে ?

খ্রিষ্টিয়ান। হই প্রিয় আতা, সেই মানুহ হওঁ।

উপদেসক। সেই সৰু দুআৰলৈ মই তোমাক বাট দেখুউআ নাই নে ?

খ্রিষ্টিয়ানে বোলে, হই, প্রিয় আতা।

উপদেসক। তেন্তে কি কাৰনে এইমান বেগতে বাটৰ পৰা এফলিয়া হৈ গৈচা ? কিয়নো এইটো তোমাৰ বাট নহই।

খিৃষ্টিয়ান। নিৰ্ভাৰসা দলদলনি পাৰ হলত এজন মহন্ত লোকৰ লগ পালোঁ, সমুখে থকা গাওঁত মোৰ বোজা গুচাব পাৰা এজন লোক পোআ জাব বুলি, মোক এই কথা বুজাই পতিওআলে।

উপদেসক। সেই জন কেনে মানুহ?

খিৃষ্টিয়ান। এজন মহন্ত লোক জেন দেখোঁ; মোক সৰহ কথা কৈ, সেসত তাৰ বুধি লবলৈ মোৰ বিস্বাস কৰালে, এই হেতু এখেলৈ আহিচোঁ; কিন্তু এই পৰ্বত পাই, বাটৰ ওচৰত গৰাৰ সিল এই দৰে ওলমি থকা দেখি, মোৰ মুৰত পৰিব জেন বুজি একে বেলিএ থমকি ৰলোঁ।

উপদেসক। সেই মহন্তে তোমাক কি কলে?

খিৃষ্টিয়ান। তই কৈলৈ জা, এই কথা মোত সুধিলে, ময়ো তাকে কলোঁ।

উপদেসক। আৰু তাত বাজে সি কি কলে?

খিৃষ্টিয়ান। পাচে তোৰ লৰা চোআলি আচেনে নাই ইয়াক সোধাত মই তাকো কলোঁ; কিন্তু মোৰ পিঠিত থকা ভাৰৰ কাৰনে আগৰ নিচিনাকৈ সিবিলাকত সন্তোস নেপাওঁ বুলি কৈচোঁ।

উপদেসক। পাচে আৰু কি কলে?

খিৃষ্টিয়ান। মোৰ ভাৰৰ পৰা মুক্তি পাবলৈ বেগতে উপাই কৰিব দিচে; তাতে মই কলোঁ, তাৰ পৰা জিৰনি পাবলৈ মোৰ ইচাহে; আৰু মুক্তিৰ ঠাইলৈ কি ৰুপে জাব পাৰিম, এনে সিখ্যা পাবৰ নিমিত্তেহে মই সোখন সৰু দুআৰলৈ জাবলৈ ধৰিচোঁ, ইয়াকে মই তাক বুলিলোঁ। তেতিয়া আপুনি মোক জি বাটত জাব দিলে, সেই বাটতকৈ উত্তম, চমু, আৰু এইমান আপদ নথকা এটা বাট দেখুআম বুলি মোত কলে; আৰু জি মহাজনে এনে ভাৰ গুচাব জানে, তেওঁৰ ঘৰলৈ এই বাট পোনাইচে বুলি কলে। তাতে তাৰ কথা পতিয়াই, বেগতে ভাৰৰ পৰা জিৰনি পাওঁ কি চাওঁ এই আসাৰে সেই বাটৰ পৰা এফলিয়া হৈ এই বাটত সোমালোঁ; কিন্তু এই ঠাই পোআত ইয়াৰ কথা জি ৰুপ হৈচে, তাক সত্য ৰুপে জানি, মই আগেয়ে কোআৰ দৰে আপদৰ ভয়ত থমকি ৰলোঁ, কিন্তু এতিয়া মই কি কৰিব লাগে, তাক নেজানোঁ।

তেতিয়া উপদেসকে কলে, তুমি কিচু কাল ৰবা, মই তোমাত ইস্বৰৰ কথা বুজাম। তাতে খিৃষ্টিয়ান থিয় হৈ কঁপি কঁপি বৈ থাকিল, পাচে উপদেসকে কলে সাৱধান হোআ, তোমালোকে উপদেস দিয়া জনৰ কথা সুনিবলৈ বিমুখ নহবা;

কিয়নো পৃথিবিত থকা উপদেসকৰ কথা সুনিবলৈ বিমুখ হোআবিলাকে জদি নে সাৰিলে তেন্তে স্বৰ্গৰ উপদেসকৰ পৰা বিমুখ হলে, আমি সিহঁততকৈ কিমান নিচয়েৰে নেসাৰিম! আৰু ইয়াকো কলে, পুন্যৱন্ত জন আপোনাৰ বিস্বাসৰ দোআৰাই জিব; কিন্তু ধৰমৰ পৰা জদি উলটে, তেন্তে সেই জনত মোৰ আত্মাই সন্তোস নহব। আৰু সেই কথাৰ অৰ্থ তাৰ গাত পেলাই এই ৰুপে বুজালে, জি মানুহে এনে দুৰৱস্থালৈ খেদি গৈচে, সেই জন তুমিএই; সৰ্ব্বোপৰি জনৰ আদেস হেলা কৰিবলৈ আৰম্ভন কৰিলা; আৰু কুসলৰ পথৰ পৰা তোমাৰ ভৰি হোহোকাই নিয়াত তুমি প্ৰায়ে আপোনাৰ বিনাসৰ সঙ্কটত পৰিলা।

তেতিয়া খ্ৰিষ্টিয়ান মৰাৰ দৰে তেওঁৰ ভৰিত পৰি কান্দি কান্দি বুলিলে, হাই হাই, সাওপোআ জি মই, মই সৰ্বনাস হলোঁ! ইয়াকে দেখি উপদেসকে তাৰ সোঁ হাতত ধৰি তুলি তাক বুলিলে মানুহবিলাকৰ সকলোবিধ পাপ আৰু নিন্দা সিহঁতলৈ খেমা হব; অবিস্বাসি নহৈ বিস্বাসি হোআ। তেতিয়া খ্ৰিষ্টিয়ানে এফেৰিমান পুনৰ উসাহ লৈ উঠি আগৰ দৰে উপদেসকৰ ওচৰত থিয় হৈ কঁপি আচিল।

তেতিয়া উপদেসকে আৰু বঢ়াই কলে, জি কথা মই তোমাত কওঁ, তালৈ অতি সাৱধানে মন দি সুনা। জি মানুহে তোমাক ভুলালে, সি কোন, আৰু জি মানুহলৈ তোমাক পঠালে, সেই জনো কোন, ইয়াকে তোমাত বুজাম। জি জনে তোমাক লগ পালে, সি সংসাৰ গিয়ানি। তাৰ নাম স্বৰুপ; কিয়নো সংসাৰৰ ভাৱে জি উপদেস, সি তালৈহে মন দিয়ে, সেই কাৰনে গিৰ্জা কৰিবৰ নিমিত্তে সদাই নিতি গাঁৱলৈ জাই। আৰু সেই সংসাৰিক উপদেস পেৰেঙ্গনি অৰ্থাত প্ৰভুৰ প্ৰাচিতৰ কথাৰ পৰা মানুহক এৰুআই দেখি, তাক ভাল পাই; এই হেতুকে তাৰ সংসাৰিক মন হোআত মোৰ স্বৰুপ ধৰম পথক লুটিয়াবলৈ জতন কৰে। সেই মানুহৰ আলচত তুমি অতি ঘিন কৰিব লগা তিনটা কথা আচে; ১, বাটৰ পৰা তোমাক আঁতৰোআ; ২, পেৰেঙ্গনিলৈ তোমাৰ মন অনিচা কৰাবলৈ জি জতন; ৩, মৰন জনমোআ নিয়মলৈ পোনোআ বাটত তোমাৰ ভৰি ঘুৰাই চলোআ।

প্ৰথমতে। সি বাটৰ পৰা তোমাক জে আঁতৰালে তাৰ এনে কৰম ঘিন কৰিব লগা; অকল সেয়ে নহই, তুমি জে সন্মত হৈচিলা, তাকো ঘিন কৰিব লাগে; কিয়নো সেই কৰম কৰাত তুমি সংসাৰ গিয়ানি মানুহৰ কথাৰ নিমিত্তে ইস্বৰৰ কথা তিয়াগ কৰিলা। প্ৰভুএ কৈচে, ঠেক দুআৰেদি সোমাবলৈ জতন

কৰা, মই জি সৰু দুআৰ দেখিলোঁ, সেইটো; কিয়নো জি দুআৰ আৰু বাটেদি পৰম আয়ুসলৈ জাই, সেই দুআৰ দুৰ্গম, বাটো ঠেক, আৰু তাক পোআ মানুহ তাকৰ। সেই সৰু ঠেক দুআৰ, আৰু তালৈ জোআ বাট, দুইৰো পৰা সেই দুষ্ট মানুহে তোমাক আঁটৰাই সৰ্বনাসৰ কাসৰলৈ আনিলে; এতেকে তাৰ আঁতৰোআ কৰম ঘিন কৰা, আৰু তুমি তাৰ কথা সুনাত আপোনাকো ঘিন কৰা।

দুতিয়তে। তোমাৰ মন পেবেঙ্গনিলৈ অনিচা কৰাবলৈ তাৰ জি জতন, তাকো ঘিন কৰিব লগা; কিয়নো মিচৰ দেসৰ সকলো সম্পতিতকৈও তাক প্ৰিতি কৰা আৱস্যক। তাত বাজে সকলো ঐস্বজৰ ৰজাই তোমাত কৈচে, জি কোনোএ আপোনাৰ প্ৰান ৰাখিব খোজে, সি তাক হেৰুআব; আৰু কোনোএ জদি মোৰ ওচৰলৈ আহি আপোনাৰ বাপেক, মাক, তিৰোতা, লৰা, ভাই ভনি বিলাক, আৰু আপোনাৰ প্ৰানকো অপ্ৰিয় বুলি নেমানে, সি মোৰ সিস্য হব নোআৰে। এই হেতুকে সত্য জনাই জিহৰ অৰ্থে কৈচে, তাৰ বাহিৰে তুমি পৰম আয়ুস নোপোআ, তাৰেই তোমাৰ মৰন হব, এনে উপদেস জদি কোনো জনে তোমাক লোআব খোজে, তেন্তে তুমি সেই উপদেস অৱস্য ঘিন কৰিব লগা, ইয়াকে মই কৈচোঁ।

ত্ৰিতিয়তে। মৰন জনমোআ নিয়মলৈ জি বাট পোনাইচে, সেই বাটত তোমাৰ ভৰি ঘুৰাই নিয়াকো ঘিন কৰিব লাগে। এই কথা বুজিবৰ নিমিতে সি জি জনৰ ওচৰলৈ তোমাক পঠিচিলে, সেই জন কোন, আৰু তোমাৰ ভাৰ গুচাবলৈ সি কেনে অসমৰ্থ তাক বিবেচনা কৰা।

জিৱনি পাবৰ নিমিতে জি জনলৈ তোমাক পঠিচিলে, সি বেটিৰ গৰ্ভত ওপজা জন; সেই বেটি এতিয়ালৈকে আপোনাৰ লৰাহতে সৈতে বন্দি হৈ আচে; উপমাৰ দোআৰাই সেই তিৰিৰ অৰ্থ, এই জি চিনই পৰ্বত তোমাৰ মুৰত পৰে বুলি ভই কৰিলা, তাক বুজাই। তাই আৰু লৰাইতো জদি বন্দি হৈ থাকে, তেন্তে সিহঁতৰ দোআৰাই তুমি মুকুত হব পাৰিম বুলি কেনেকৈ আসা কৰিচা? এই হেতুকে ভাৰৰ পৰা মুকলি কৰিবলৈ এই বিধান সিখ্যকৰ সাধ্য নাই। এতিয়ালৈকে কোনো মানুহ তেওঁৰ দোআৰাই কেতিয়াও মুকলি হোআ নাই, আৰু আগলৈকো হবলৈ অসম্ভও। বিধানৰ কৰমেৰে পাপৰ ভাৰ গুচাব নোআৰা; কিয়নো বিধানৰ কৰমৰ দোআৰাই কোনো প্ৰানি পুন্যৱন্ত লিখা হব নোআৰে। এই হেতুকে সেই সংসাৰ-গিয়ানি মহন্ত এটা পৰদেসি লোক, আৰু বিধান-সিখ্যক মহাজন হলে সি ভাঁৰি কোআ, তাৰ পুতেক সুঅলাও কপটিয়া, তোমাক উপকাৰ

কৰিব নোআৰে। মোৰ কথা পতিযাবা, সেই অগিযানি মানুহ বিলাকৰ জি জি ডাঙ্গৰ কথা সুনিলা, সেই সকলো কথা একো নহয়, মই দেখুউআ পথৰ পৰা তোমাক ওলটাই, পৰিত্ৰান হেৰুআবলৈ তোমাক ভুলাবৰ উপাই মাথোন কৰিচে। এই ৰূপে কৈ এটালত তেওঁৰ কথাত প্ৰমান হবৰ নিমিতে আকাসলৈ বৰ মাতেৰে ৰিঙ্গিআই জাস্না কৰিলে, তেতিযা ওপৰে থকা পৰ্ব্বতৰ পৰা জিহেৰে খ্ৰিষ্টিযানৰ গোটেই গাৰ নোম সিযৰিলে, এনে অগ্নি আৰু আকাসি বানি ওলাল। • জি মাত সুনা গৈচিল, তাৰ বচন এই, জিবিলাক বিধানৰ কৰমৰ অধিন সেই বিলাক সাও-পোআ হই, কিযনো এনে লিখা আচে, বিধানৰ পুথিত লিখা জি কৰম, সেই সকলো কৰম জিজনে নিচিন্দৰূপে পালন নকৰে, সি সাওপোআ হই।

এই সকলো কথা সুনি মৰনৰ বাহিৰে আন একোলৈ এসা নথকাত খ্ৰিষ্টিযানে বৰ সোকেৰে কান্দিবলৈ ধৰিলে, আৰু জি বাটত সংসাৰ গিআনিৰ লগ পাইচিল, সেই কালকে সাও দি তাৰ কথা সুনাৰ কাৰনে আপোনাক বলিযাতকৈ এহেজাৰ গুন অগিযান বুলিলে, আৰু সেই মহন্তুন জিকথা কেবল সংসাৰিক স্বভাবৰ পৰা কলে, সেই কথাই জে তাক সত্য পথৰ পৰা ওলোটোআব পাৰিচিল, ইযাকে মনত ভাবি অতি লাজ পোৱা হল। তাৰ পাচে সি আকও উপদেসকত মাত লগাই এইৰূপে সুধিলে।

খ্ৰিষ্টীযান। হে আতা, আপোনাৰ মনে কি ধৰে? মই এসা কৰিবৰ ঠাই আচে নে? আৰু এতিযা উলটিগৈ সেই সৰু দুআৰত সোমাব পাৰিম নে? নাইবা মোৰ এই অপৰাধৰ কাৰনে মোক তিযাগ কৰি, লাজ দি তাৰ পৰা ওভোটাই খেদাব? এই মানুহৰ আলচ সুনাত মই মনত বৰ খেদ কৰিচোঁ কিন্তু মোৰ পাপ খেমা হব পাৰিব নে?

তেতিযা উপদেসকে কলে, তোমাৰ অপৰাধ বৰ ডাঙ্গৰ হই কিযনো তুমি দুই পাপ কৰিলা, তুমি উত্তম পথ এৰিলা, আৰু তাত বাজে নিসেধ হোআ পথত গমন কৰিলা, তথাপি দুআৰৰ গৰাকিএ তোমাক গ্ৰহন কৰিব, কিযনো মানুহ বিলাকলৈ তেওঁৰ অতি অনুগ্ৰহ আচে। এই কথা মাথোন সোঁৱৰা, আৰুও জেন এফ-লিয়া নোহোআ, এই নিমিতে সাবধান কৰা কি জানি তেওঁৰ ক্ৰোধ অলপ মাথোন জলিলে, তুমি পথৰ পৰা নষ্ট হবা। তেতিযা খ্ৰিষ্টীযান ঘুৰি উভতি জাবলৈ ধৰিলে, আৰু উপদেসকে তাক চুমাদি এবাৰ মিচিকাই ইস্বৰে তোমাক আসির্বাদ কৰোক বুলি বিদাই দিলে। তেতিযা সি বেগেৰে সৈতে জাবলৈ ধৰিলে, বাটত থকা কোনো

মানুহক কথা নকলে, আৰু কোনেও জদি তাত কিবা সোধে, তেও সি উত্তৰ কৰিবলৈ মন নিদিএ। নিসেধ হোআ ঠাইতে জোআ এজনৰ নিচিনাকৈ গল; আৰু সংসাৰ গিয়ানিৰ বুধিৰে চলিবলৈ জি বাট এৰি গৈচিল, সেই বাট আৰুও নেপাই মানে মোৰ ৰখ্যা পৰিল বুলি ভাবিব নোআৰিলে।

কালক্ৰমে খ্ৰিষ্টীয়ানে সেই সৰু দুআৰৰ ওচৰ পাই, তাৰ ওপৰলৈ চাই এই কথা লিখা দেখিলে, চপৰিওআ, তেহে তোমালৈ দুআৰ মুকলি কৰা হব। তাতে সি দুআৰত বাৰে বাৰে চপৰিয়াই, এই কথা গাবলৈ ধৰিলে,

ভিতৰতে জি জন আচে,
মেলিবনে তেওঁ দুআৰ?
বন্দি বৰ অজোগ্য পাত্ৰ
দৰ্সন পামনে অধিকাৰ?
তেন্তে প্ৰভুৰ গুন প্ৰসংসা
গানকৈ তুতি নেৰিম আৰ!'

এইৰূপে চপৰিয়াই থকাত সেসে হিতবাঞ্চক নামে এজন গম্ভিৰ মানুহ দুআৰলৈ আহি সুধিলে, দুআৰত মৰিয়াইচে কোনে? কৰ পৰা আহিচে? আৰু কি লাগে?

খ্ৰিষ্টিয়ান। হে আতা, ইয়াত ভাৰ পোআ এটা দুখিত পাপি মানুহ আচে। বিনাস নগৰৰ পৰা আহি, আগলৈ হব লগা ক্ৰোধৰ পৰা উধাৰ জেন পাওঁ, চিওন পৰ্বতলৈ জাবলৈ ধৰিচোঁ আৰু তালৈ বাট এই দুআৰে গলেহে হই, ইয়াকে সুনিচোঁ, মোলৈ দুআৰ মেলিবলৈ আপোনাৰ জদি ইচা আচে, তাক জানিবলৈ মোৰ নিবেদন।

হিতবাঞ্চকে বোলে, সকলো মনে মোৰ এই ইচা, ইয়াকে কৈ দুআৰ মেলিলে।

খ্ৰিষ্টিয়ান সোমাওঁতেই হিতবাঞ্চকে তাক হাত দি টানি নিলে, তাতে খ্ৰিষ্টিয়ানে সুধিলে, ইয়াৰ কাৰন কি? তেতিয়া তেওঁ কলে, এই দুআৰৰ কিচু আঁতৰতে বেলজিবুব নামে এজন সেনাপতি থকা এটা সকত কাৰেঙ্গ ঘৰ আচে, সি, আৰু লগৰবিলাকে এই দুআৰলৈ মানুহক আহিবৰ দেখিলে, সিবিলাক নৌ সোমাওতেই জেন মৰিব, এই নিমিতে সেই কাৰেঙ্গৰ পৰা বান মাৰি থাকে।

তেতিয়া খ্ৰিষ্টিয়ানে কলে, মই আনন্দিত হৈও কঁপি আছোঁ। এইৰূপে সোমালত দুআৰৰ গৰাকিয়ে তাত সুধিলে, ইয়ালৈ আহিবলৈ তোমাক কোনে পাঁচিলে?

খ্ৰিষ্টিয়ান। ইয়ালৈ আহি দুআৰত চপৰিয়াবলৈ উপদেসক নামে এজনে মোক পঁচাতে তাক কৰিলোঁ; আৰু মই কি কৰিব লগা, আপুনি জে তাক কব, ইয়াকো তেওঁ কৈচে।

হিত-বাঞ্চক। তোমাৰ আগত এখান দুআৰ মুকলি কৰা হৈচে, তাক কোনেও বন্ধ কৰিব নোআৰে।

খ্ৰিষ্টিয়ান। মোৰ জি আপদৰ সঙ্কট পালো, এতিআহে তাৰ লাভৰ আৰম্ভন পোআ হৈচোঁ।

হিত-বাঞ্চক। কিন্তু তুমি জে অকলেই আহিচা, ইয়াৰ কি কাৰন?

খ্ৰিষ্টিয়ান। কাৰন, মই জেনে আপদৰ ভই দেখিলোঁ, মোৰ চুবুৰিয়া বিলাকৰ কেৰে আপোনাৰ তেনে আপদৰ ভই নেদেখিলে।

হিত-বাঞ্চক। তুমি আহিবৰ কথা চুবুৰিয়াবিলাকে বুজ পাইচিল নে?

খ্ৰিষ্টিয়ান। হই, বুজিলে; মোৰ লৰা তিৰোতাও প্ৰথমতে মোক দেখি, উভতি জাবলৈ মাতিলে, পাচে চুবুৰিযাৰ কোনো কোনো লোকে থিয় হই চাই কান্দি কান্দি উভতি আঁহা বুলি কলে; কিন্তু মই কানত সোপাদি মোৰ বাটে আহিলোঁ।

হিত-বাঞ্চক। তোমাৰ মন ওভোতাবলৈ সিবিলাকৰ কোনোএ তোমাৰ পাচত গৈচিল নে?

খ্ৰিষ্টিয়ান। দুজন গৈচিল, মইমতালি আৰু তৰল; কিন্তু মোক ওভোতাব নোআৰে দেখি, মইমতালিয়ে নিন্দা কৰি গুচি গল; তৰল হলে কিচুমান আহিল।

হিত-বাঞ্চক। সি কি কাৰনে অন্তলৈকে নাহিল?

খ্ৰিষ্টিয়ান। নিৰ্ভাৰসা দলদলনিলৈকে আমি দুয়ো একে লগে আহিলোঁ হই, আৰু অকস্মিতে তাতে পৰিলোঁ। তেতিয়া তৰল চুবুৰিয়াই নিৰাসা হই পৰি আৰু বাট আহিবলৈ সাহ নেপালে। পাচে দলদলনিৰ পৰা আপোন ঘৰৰ ফালে ওলাই সি মোত কলে, মই ভাগি নোহোআকৈ তুমি সেই সুন্দৰ ৰাজ্য পাবা; ইয়াকে কৈ সি আপোনাৰ বাটে মইমতালিৰ পাচলৈ গৈচে, ময়ো আপোনাৰ বাটে এই দুআৰলৈ আহিচোঁ।

তাতে হিত-বাঞ্চকে কলে, হাইহাই, কেনে অগিয়ানি! স্বৰগৰ ঐশ্বৰ্জ পাবৰ নিমিতে সি জে অলপ দুখ সঙ্কট সহিবলৈ তাক জোগ্য নেদেখে, সেই অতুল্য* ঐশ্বৰ্জ তাৰ মনত এইমান অপ্ৰিয় হৈচেনে?

খ্ৰিষ্টিয়ানে বোলে, হই, তৰলৰ কথা মই জি কলো স্বৰূপ; আৰু মোৰ আপোনাৰ সকলো কথা সত্য ৰূপে জদি সৈ কাৰ্হো, তেন্তে তৰলৰো মোৰো কৰম বেলেগ নহই, ইয়াকে দেখা জাব; সি আপোনাৰ ঘৰলৈ উভতি গৈচিল হই, কিন্তু ময়ো সংসাৰগিয়ানি নামে এজন লোকৰ কথাৰে ভুল হৈ, মৰনৰ পথত জাবলৈ বাটৰ পৰা এফলিয়া হৈ গলোঁ।

হিত-বাঞ্চক। অৱাই, সেই জনক লগ পালা নে? জিৰনি বিচাৰিবলৈ সি তোমাক বিধান সিখ্যক মহাজনৰ ওচৰলৈ পাঁচিব খোঁজে, হব লাগে; সিহঁত দুয়ো নিচেই ভাঁৰি কোআ; কিন্তু তুমি তাৰ আলচ ললানে?

খ্ৰিষ্টিয়ান। হই, জিমানলৈ সাহ থাকিল, সেই মানলৈকে তাৰ বুধিত চলি বিধান সিখ্যক মহাজনক বিচাৰি বিচাৰি তাৰ ঘৰৰ ওচৰত থকা জি পৰ্বত, সি মোৰ মুৰত পৰে জেন দেখিলোঁ; এই হেতুক আৰু, জাব নোআৰি তাতে ৰলোঁ।

হিত-বাঞ্চক। সেই পৰ্বত অনেক লোকৰ মিত্যুৰ কাৰন হল, আৰু পাচলৈকো হব; তুমি জে তাৰ তলত গুৰি নোহোআকৈ সাৰিলা, এয়ে তোমাৰ সুভাগ্য।

খ্ৰিষ্টিয়ান। স্বৰূপ, আতা, কিন্তু মই তাতে সংসয়েৰে চিন্তাকুল হৈ থাকোঁতে উপদেসকে দৈৱাত আকও মোক লগ নোপোৱা হলে, মোৰ কি গতি হল হেঁতেন, নে-জানো; তেওঁ ইস্বৰৰ অনুগ্ৰহতহে মোৰ ওচৰলৈ আহিল; সেয়ে নোহোআ হলে, মই এই ঠাই কেতিয়াও নেপালোঁ হেঁতেন। তেও আহিলো, এনে অধম মানুহ জি মই, মই আপোনাৰ আগত থিয়হৈ এই দৰে কথা কবৰ জোগ্য নহওঁ, সেই পৰ্বতৰ তলস্ত মৰাৰে জোগ্য; ইয়াতে জে সোমাবলৈ পালোঁ, অস, মোলৈ কেনে অনুগ্ৰহ!

হিত-বাঞ্চক। ইয়ালৈ অহাৰ আগৈএ জি কি কৰা ন হওক, তাৰ কাৰনে আমি কাকো সোমাবলৈ বাধা নকৰোঁ সিহঁতক কোনো মতে বাহিৰ কৰা নহই; এই হেতুকে প্ৰিয় খ্ৰিষ্টিয়ান, মোৰ লগত এফেৰিমান আঁহা, তুমি জাব লগা বাটৰ কিছু কথা সিকাম। আগ ফাললৈ চোআ, সেইটো ঠেক পথ দেখিচানে? সেই বাটে জাব লাগে। ওপৰ পিত্ৰি আৰু ভবিস্যত বিলাক, খ্ৰিষ্ট আৰু তেওঁৰ পাঁচনি বিলাকৰ দোআৰাই তাক কৰা হৈচে; টাৰ জেনে পোন, তেনে পোন কৰি বন্ধা হৈচে: সেই বাটে তুমি জাব লগা।

তেতিয়া খ্রিষ্টিয়ানে বোলে, আভুয়া মানুহে জিহেৰে পথ হেৰুআই এনে আওঁ বাট সেঁ। বাট বেঁকা বেকি নাইনে ?

হিত-বাঞ্চক। আচে, ইয়াৰ পৰা অনেক বাট এফলিয়া হৈ গৈচে, কিন্তু সেই বোৰ হলে বেঁকা আৰু বহল ; ইটো নিচেই পোন আৰু ঠেক, এই চিনেৰেহে স্বৰূপ পথ জানিবা।

তাৰ পাচে মই সমাজিকত এনে দেখিলোঁ, খ্রিষ্টিয়ানে আৰু সুধিলে বোলে, মোৰ পিঠিত জি বোজা, তাক বা আপুনি গুচাব পাৰে নে ? কিয়নো তেতিআও তাৰ পৰা মুকলি হোআ নাই, আৰু লোকৰ উপকাৰৰ বাহিৰে তাক কোনো ৰূপে গুচাবলৈ খ্রিষ্টিয়ানৰ একো সক্তি নাচিল।

তেতিয়া তেওঁ কলে. তোমাৰ বোজা হলে, তুমি মুক্তি হোআৰ ঠাই নোপোআ মানে, তাক বৈ থিৰ মনে সহি থাকা ; কিয়নো সেই ঠাই পালে সি আপুনি তোমাৰ পিঠিৰ পৰা খহি পৰিব।

তেতিয়া খ্রিষ্টিয়ানে কমৰ বান্ধি জাত্রালৈ আপোনাক জুগুত কৰিবলৈ ধৰিলে। তাতে হিত-বাঞ্চকে কলে, বোলে, দুআৰৰ পৰা অলপ দুৰ হৈ গলে তুমি অৰ্থ দায়কৰ ঘৰ পাবা ; তেওঁ তোমাক অতি উত্তম কথা দেখুআব। তেতিয়া খ্রিষ্টিয়ানে আপোনাৰ মিতিৰ হিত-বাঞ্চকত বিদাই লোআত, ইস্বৰে তোমাৰ মঙ্গল কৰোক বুলি, তেওঁ পঠাই দিলে।






# শ্ৰীযুত বাবু আনন্দিৰাম ফুকন কৰ্ত্তৃক।

ইংলণ্ডৰ বিবৰণ

An account of England.

এই অসম দেশ নিবাসি লোক সকলে স্বদেশত বাজে পৃথিবীত আন আন যি সকল বৰ বৰ দেশ আছে তাৰ একো কথাৰ ভু নেপাই, সেই হেতুকে সিবিলাকে আপোনাৰ দেশ অতি ডুৰঅৱস্থাত আছে বুলি নেজানে, এতেকে সম্প্ৰতি পৃথিবীৰ ভিতৰত অতি আচৰিত যে ইংলণ্ড দেশ তাৰে সংখেপ বিবৰণ তলত লিখিলোঁ, তাক পৰ্হি মানিলে অনেক উপকাৰ দৰ্সিব।

ইংলণ্ড অৰ্থাত আমাৰ দেশাধিপতি ইংৰাজ সকলৰ দেশ অসম দেশৰ উত্তৰ পশ্চিমে, আৰু ইউৰোপ নামে যি পৃথিবীৰ এভাগ তাতে আছে। সি সাগৰৰ মাজত বৰ উপদিপ এখনৰ এভাগ আৰু দীঘলে ৭০০ মাইল পুতলে ২৮০ মাইল।

এই দেশ যি দৰৰ ইংলণ্ড দেশ সেই দৰৰ নহই আৰু আটাই কথাতে লৰ। এই দেশৰ ভালেমান ঠায়েই হাবি আৰু পৰ্ব্বতীয়া; অনেক আঁতৰে একো খনি সৰু সৰু নগৰ; আলি বিলাক প্ৰায়েই বেয়া আৰু অগম্য; লোক থকা ঘৰবোৰো প্ৰায়েই পজা একুটিৰ দৰে খেৰ বাঁহৰে সজা; নৈত যি বোৰ নাও থাকে সিও ডোঙ্গা একুটিৰ দৰে সৰু, আৰু দহ দিনৰ বাট বিচাৰি ফুৰিলেও এখনি পঢ়াসালি, গিয়ানৰ সভা, চিকিতসালই, ডুখিয়া দৰিদ্ৰ আৰু দেশৰ উপকাৰলৈ কোনো উপাই পোআ নেজাই। কিন্তু ইংলণ্ড দেসলৈ গৈ চোআ, গোটেই খন দেসেই ফুল বাৰি খনৰ নিচিনা মনোহৰ, এখামোচ হাবিও নোপোআ, নানা বিধৰ সস্য হোৱা পথাৰে ঢাকি আছে; পৰ্ব্বত যি আচে তাতো মানুহৰ বসতি আৰু জত হাবি সিও আপুনি হোৱা নহই, কিন্তু বৰ লোক সকলৰ মৃগয়াৰ নিমিত্তে ভালেমান পুৰুসাৰ্থ কৰি মানুহে ৰুইচে। দেস এখন অতি আচৰিত আচৰিত অনেক মহা নগৰ আচে;

লোক থকা ঘৰ বিলাক প্ৰায়ে ইটা আৰু সিলৰ, অনেক বিচখ্যন বিচখ্যন অট্টালিকা আচে, আৰু তাৰ হজুআৰ ঘৰো এই দেশৰ ধনবন্তৰ ঘৰতকৈ ভাল; আলিবোৰ জে দেখিবা সিও কেতবোৰ বা সিলৰ কেতবোৰ বা ইটাৰ প্ৰায়েই পকি, আৰু তাৰে ৰাতিএ দিনে হেজাৰে হেজাৰে মানুহ আৰু ৰথ চলি থাকে; ইয়াত বাজে ৰেল্‌বদ নামে চাৰিও ফালে লোৰ বাট দেখিবা, তাৰে ভাপৰ ৰথ জোআ অহা কৰে আৰু সেই ৰথেৰে এনে বেগেৰে জাব পাৰি জে দহ পোন্ধৰ দিনৰ বাট এক দিনে পোআ জাই; নৈবিলাকত ভাপৰ নাও বৰ বৰ জাহাজ ইত্যাদিএ ভৰি থাকে, আৰু বানিজ্যৰ সুগমলৈ চাৰিও ফালে মানুহে খানি নৈ কৰিচে; দেসৰ ঠায়ে ঠায়ে হেজাৰে হেজাৰে পহাসালি গিযানৰ সভা পাবা, আৰু জলৈকে জোআ তাতে চিকিত-সালই আৰু দৰিদ্ৰৰ উপকাৰলৈ নানা ঠাই দেখিবা; তাত নৰিযাক বিনা ধনে চাই আৰু ডুখিয়াৰ ডুখ বিমোচন হই।

ইংলণ্ড দেশক চলিচ প্ৰদেশ কৰি ভাগ কৰা হৈচে; তাৰ সকলো নগৰতকৈ প্ৰধান ৰাজধানি লণ্ডন নগৰ। এই নগৰ এনেহে আচৰিত জে তাৰ বিবৰণ অনেক অসমিয়া লোকেই নপতিযাব। লণ্ডন ইমানহে ডাঙৰ জে তাত কুৰি লাখ মানুহ থাকে, আৰু ডুই লাখতকৈ বহা পকি ঘৰ আছে। তাৰ আলিবোৰৰ তিনি ভাগ; মাজত বৰ বৰ সিলেৰে বন্ধাইচে তাতে ৰথ ঘোঁৰা চলে, ডুই কোখৰে বৰ সুন্দৰ সুন্দৰ সিলেৰে বন্ধোআ তাতে মানুহ ফুৰৈ। প্ৰতি আলিৰ দাঁতিত খাৰৈ থাকে তাৰে নগৰৰ মলিবোৰ নৈত পৰে গৈ; আৰু এই দেসত জেনেকৈ নিলগৰ পৰা পানী আনিব লাগে তাত নেলাগে কিন্তু নগৰৰ মাজে জি থেমচ নদি বৈচে তাৰে দাঁতিত এনেহে একোটা কল কৰি থৈচে জে প্ৰতি ঘৰলৈ সিহৰ চুঙ্গাৰে পানী জাই। লণ্ডনৰ প্ৰতি আলিতে চাকি লগাই, আৰু একেটা আলিতে দিনত সাত হেজাৰ মান ৰথ অহা জোআ কৰে। এই নগৰত থেমচ নদিৰ ওপৰে কেইখন মান বিচখ্যন বিচখ্যন সাকোঁ আচে, তাৰে নৈৰ তলেদি পাৰ হব পৰাকৈ সুৰুঙ্গা বাট এটা জি কৰিছে, সি প্ৰিথিৱিৰ মধ্যত এক আচৰিত ৰকম; আৰু তাক সাজোঁতে ৪৫ লাখ ৰূপ খৰচ হৈচিল। এই মহা নগৰত বাজে লিৱৰপুল, ব্ৰিষ্টলকে আদি কৰি অনেক বৰ বৰ নগৰ আচে তাৰ কথা লেখা বৰ বাহুল্য।

ইংলণ্ড দেস স্বভাৱিকতে জদিও বৰ উৰ্বৰা নহই তেও তাৰ লোকৰ পৰিস্ৰমৰ প্ৰভাৱত বৰ উৰ্বৰা হৈ নানা বিধৰ সস্য উত্‌পন হই। কিন্তু ইংলণ্ড সিল্প কৰমতহে প্ৰখ্যাত; এই দেসত জেনেকৈ কাপৰ হাতেৰে বই তাত তেনে ন

হই, ভিন দেসৰ পৰা কপাহ নি ভাপৰ কলেৰে কাপৰ কৰে, আৰু এপখৰ বন এক মুহুতর্কত হই। ক্রিসি কৰমতও ইংলণ্ড ঘাটি নহই, অসমত জদি পুৰাৰ মাটিত দহ টকা উত্পন হই তাত দহ গুনে বর্হা হই, কিয়নো তাৰ খেতিয়কবিলাক বর্হা বুধিয়ক। ইংলণ্ডৰ বানিজ্য অসিম আৰু প্রিথিবিৰ সকলো ঠাইলৈকে ইংৰাজৰ জাহাজ বেপাৰলৈ জাই।

ইংলণ্ড দেসত প্রাই এক কোটি চলিচ লাখ মান লোক আচে। ইংৰাজ সকল অতি স্বাধিন অর্থাৎ কাৰো তলতিয়া হৈ থাকিব নোখোজে; সিবিলাক বৰ সাহিয়াল, পৰিস্রমি, আৰু সিল্প কৰম আদিত বৰ পার্গত। প্রিথিবিৰ কোনো দেসত বিদ্যাৰ অনুসিলন বর্হাকৈ নহই। ইংলণ্ডত ভাল মানুহৰ সন্তান সকলক পর্হাবলৈ অসংখ্য পঢ়াসালি আচে, তাত বাজে জি সকল লোক দুখিয়া আৰু ধন ভগন কৰি পর্হিব নোআৰে সিহঁতৰ গিয়ানলৈ দেসৰ ধনৱন্ত সকলে আপোনাৰ ধনেৰে পর্হাসালি হেজাৰে হেজাৰে পাতিচে। এই ৰূপে দেসৰ আটাইৰে গিয়ান বার্হি স্থুতৰাং ধর্ম্মৱন্ত হৈচে। ইংৰাজৰ ভাসাৰে লাখে লাখে পুথি নানা বিদ্যা বিসয়ক আচে, আৰু লোকৰ এনেহে বিদ্যাত মন জে প্রাই নিতৌ নতুন পুথি ৰচনা হৈ আচে।

ইংলণ্ড দেসৰ আন আন ব্রিতান্ত জেনে আচৰিত তাৰ ৰাজ্য সাসনৰ কথাও তাতকৈ সৰু আচৰিত নহই। সি ৰজা এজনা আৰু পার্লিমেণ্ট নামে এখন বৰ সভাৰ দোআৰাই সাসিত হৈচে। দেসত বৰ বিসয়া আৰু বিস্থপ নামে জি ধৰম অধিপতি সকল আচে সিবিলাকৰ এক সভা, আৰু প্রজা সকলৰ প্রতিনিধিবিলাকৰ এক সভা, এই দুই সভাই পার্লিমেণ্ট। সেই পার্লিমেণ্টে দেস সাসনৰ বেৱস্থা কৰাই, আৰু খাটনি ধনো তাৰ অনুমতিৰেহে সধা হই। এই ৰূপে ৰজাই স্বতন্ত্র হৈ একোকে কৰিব নোআৰে আৰু বেৱস্থাত নিসেধ কোনো কৰম কৰিবৰ অখ্যম। ইংৰাজৰ দেঁসত বচৰি একাৱন কোটি টকা কঁটল উতপন হই।

আন সকলো কথাতকৈ ইংৰাজৰ বুৰঞ্জি জনা বৰ আৱস্যক ১৯০০ বচৰৰ পুর্বে ইংৰাজবিলাক অতি অসভ্য আচিল। সিহঁতে কাপৰ পিন্ধিব নেজানি নাঙ্গটে ফুৰি গাবোৰত আকিচিল, হাবিত বাস কৰিচিল আৰু গাঁত বা গচৰ ডালি আৰু পাতেৰে সজা ঘৰত থাকি মিগয়া কৰি জি মঙ্গহ পাই, তাকে খাই প্রান ধাৰন কৰিচিল। সিহঁত তেতিয়া নিচেই আগিয়ান আচিল, আৰু পুৰোহিত হঁতেহে বিদ্যা জানিচিল। সিহঁতে প্রতিমা পুজা কৰিচিল আৰু অনেক অকৰমো কৰিচিল;

এক সময়ত ৰনত ঘাটি দেৱতা ৰুষ্ট হৈছে বুলি তিনিস ভাল মানুহৰ লৰাক ধৰি বলি দিলে। আৰু সিহঁতৰ এই নিতি আছিল, ৰনৰ সময়ত কাঠৰ বৰ এক দেৱতাৰ মূৰ্তি চিলিঙ্গিৰ নিচিনাকৈ সাজি সেই দেবতা তুষ্ট হবৰ নিমিতে ৰন জিকি ধৰি অনা মানুহবিলাকক সেই বৰ মুৰ্তিৰ ভিতৰত সুমুআই, হোম দি পুৰিলে। সেই ৰূপ মুৰ্তিৰ নকচা এটা তলত আছে, আৰু সেই নকচাৰ ভিতৰত চিলিঙ্গিৰ মাজে দি সুমাই দিয়া মানুহবোৰৰ মূৰ, হাত, আৰু ভৰি দেখা জাই পুৰ্ব্বে ইংৰাজ সকল এই দৰৰ অসভ্য আছিল কিন্তু এতিয়া ক্রমে ক্রমে সিবিলাক প্রিথিবিৰ সকলো জাতিতকৈ পৰাক্রমি, গিযানি, ধনৱন্ত আৰু মহত হৈছে।

এই বিবৰণ পাঠ কৰি স্বভাৱিকতে আমাৰ মনত এটা প্রস্ন ওলাই অর্থাত ইংৰাজ সকল এনে অসভ্য থাকিও জে আমাৰ দেসত কৈ বৰ্হা সভ্য হল ইয়াৰ কি হেতু ? ভাৰতৰৰ্ষৰ লোক সকল অতি পুৰ্ব্বৰে পৰা সভ্য হৈও জে একে দৰেই থাকিল বৰঞ্চ অসমিযা লোক পুৰ্ব্বতকৈ ধৰমত হ্রাসনহে হল, ইযাৰবা কি কাৰন ? হে অসমদেস নিবাসি লোক সকল, তোমালোকে অলপগমি চালেই জানিবা জে তোমালোকৰ দুৰঅৱস্থাৰ হেতু তোমালেকেই। দেখা প্রথমতে এই জগতত বিদ্যাৰ সমান আমাৰ মিত্র নাই, কিযনো তাক জানিলে আমি গিযান পাওঁ আৰু গিযানি হলে ইহকালত আদৰ সন্মান পাম। এনে জে অমুল্য ৰতন বিদ্যা তাৰ তোমালোকে একো মুল নেপাই নিচইকৈ অৱহেলা কৰিচা। তোমালোকৰ পুৰ্ব্ব পুৰুস সকলে একপ্রকাৰ বিদ্যাৰ আলোচনা কৰিচিল আৰু সেই নিমিতে সিৱিলাকৰ অনেক গিয়ান আছিল, কিন্তু এতিযা তোমালোকে কি সংস্কৃত কি ইংৰাজি একো বিদ্যা নপৰ্হি পুৰ্ব্বৰ হোজা স্বভাও এৰি অগিয়ান আৰু টেঙ্গৰ স্বভাও লবৰ উপক্রম কৰিচা। আমাৰ ইংৰাজ অধিপতি সকল কেনে বিদ্যোতসাহি, সিবিলাকে স্বকিয় বিদ্যা সিকাই বঙ্গদেসক সভ্য কৰিব ধৰিচে, তোমালোককো সেইদৰে অনুগ্রহ কৰিব খোজে কিন্তু পস্তুক মানিক দিয়াৰ দৰে তোমালোকে সেই অনুগ্রহ নোলোআ আৰু আপুনি ধন ভাঙ্গিও নপৰ্হা। হাই হাই, কি আখেপৰ কথা। হে প্রিয় মিত্র সকল, যদি সভ্য আৰু গিয়ানি আৰু সুখি হবৰ বাঞ্চা কৰা তেন্তে টোপনিৰ পৰা উঠা। লৰা সকল, তোমালোকে আটায়ে একে বাক্যহে কাৰো হাক নুসুনি বিদ্যাত আটায়ে চিত আৰু সক্তি দিয়া। জি হেতুক ধনে সোনে গিয়ান দিব নোআৰে। পিত্রি মাত্রি সকল, আটাই কথাকে কাতি কৰি থোআ, সন্তানক ধন আৰ্জ্জিব নিদি, বিদ্যা আৰ্জ্জিব দিয়া, কিয়নো সিহঁত আগিয়ান হৈ জি পাপ কৰে তাৰ দোসে তোমলোককো

ধৰিব আৰু আৰু তাৰ সলনি ইস্বৰৰ সোধত তোমলোকে দণ্ড নেপাওঁ বুলি নে-ভাবিবা। ধনৱন্ত লোক সকল, তোমলোকেও আজিৰে পৰা উঠা পুৰ্বৰ প্ৰতিগ্যা এৰা, তোমালোকৰ ধন মাটিৰ তলত মামৰে নষ্ট কৰিব নিদিবা, কিন্তু দেসত বিদ্যা ব্ৰিধিলৈ ধন ভাঙ্গা এই উপাই লোআ দেস অৱস্থে, সভ্য আৰু গিয়ানি হব।

দুতিয়তে হে মোৰ অসমিয়া মিত্ৰ সকল, বিদ্যা জেনেকৈ ইহকালত উপকাৰক আন একো তেনে নহই; কিন্তু জদি সভ্য আৰু সুখি হব খোজা তেন্তে ক্ৰিসি আৰু সিল্প কৰমত ইংৰাজৰ দৰে পাৰ্গত হবলৈ পুৰুসাৰ্থ কৰা। তোমালোক নিচই অগিয়ান আৰু সেই বিদ্যাৰ ভু নোপোআ, আৰু জানিবলৈকো শ্ৰম নকৰা তোমালোকে ভাপৰ ৰথ, ভাপৰ কল, ভাপৰ নাও ইত্যাদি কৰিব পাৰা হলে, কেনে সুখি হলা হেঁতেন, এতিয়াও তোমালোকৰ সাধ্যৰ বাহিৰ নহই, তোমালোকৰ ভিতৰত ধনৱন্ত সকলে এবেলি মাথোন কিছু ধন ভগন কৰি, ইংৰাজৰ সহাই লৈ, কেইজন মান দেসি ভাইক ক্ৰিসি কৰমৰ নানা জন্ত্ৰ কৰি তাৰ ব্যৱহাৰ সিকাওক, আৰু নানা আচৰিত আচৰিত ইংৰাজি জন্ত্ৰ সকল বুজাওক, ইয়াকে কৰিলে লোকে জদি তাৰ গুন দেখিলে, তেন্তে তাক নেৰি বৰ্গাকৈহে সিকিব আৰু তেতিয়া দেখিবা অসম দেস হাবি গুচি ফুল বাৰি হব, পজাৰ ঠাইত অট্টালিকা হব, ডোঙ্গা গুচি ভাপৰ নাও হব, আৰু গোটেই দেস ধনমই হব।

অসমিয়া সকল, ইংৰাজতকৈ অসভ্য হোআৰ ত্ৰিতিয় হেতু কওঁ সুনা। তোমালোকৰ ভিতৰত বানিজ্যৰ অনুসিলন নিচইকৈ নাই, সকলে ধন মাটিত পুতি থৈ ভাল পাই, কিন্তু জিহৰ পৰা সেই ধনেৰেই ধন হই, তাক নিচিন্তে। ইংৰাজৰ সভ্যতাৰ ঘাই এক হেতু বানিজ্য, এতেকে জদি ধনৱন্ত হব খোজা, তেন্তে, সম্প্ৰতি বানিজ্যত প্ৰবৰ্ত্ত হোআ। ক্ৰিসি কৰম নেবাৰ্হিলে বানিজ্যও নেবাৰ্হে, সেই নিমিতে দুইকো অনুসিলন কৰিবলৈ জতন কৰা।

কিন্তু হে মোৰ স্বদেসিয় বান্ধৱ সকল, আমাৰ দেসৰ দুৰঅৱস্থাৰ চতুৰ্থ আৰু ঘাই হেতু এই জে তোমালোক কেৱে দেসৰ হিত নিচিন্তা, কেৱল আপুনি কেনেকৈ ভালে থাকা তাকেহে সদাই ভাবা। ওপৰত জি সকল উপাই দিলোঁ, সেই বিলাকৰ পৰা কি গুন হব জদি স্বদেশকে কেৱে মৰম নকৰিলে? ইংলণ্ডৰ কত স লোকে দেসৰ হিতলৈ কোটি কোটি ৰুপ ভগন কৰিব লাগিচে। দেখা আমাৰ দেসত কত ধনৱন্ত লোকে সিবিলাকৰ ধন মাটিৰ তলত পুতি থৈ, দেসৰ হিতলৈ

এটাকিও ভাঙ্গিব নোখোজে। জদি সকলে, একে বাক্য হৈ দেসৰ উপকাৰলৈ প্রতিগ্যা কৰে, তেন্তে কি হব নোআৰে? হে ধনৱন্ত সকল তোমালোকে নিচই জানিবা জে ইস্বৰে ধন সাচি থবলৈ, নাইবা আপোন সুখলৈ দিয়া নাই, কিন্তু তাৰে পৰৰ উপকাৰ কৰিবলৈহে দিচে; এই ভর্ত্সনা বাক্য সুনি অনেক সদলোকৰ চিতে উত্সাহ পাই, দেসৰ দুর্ভাগ্য গুচাবলৈ উঠিব পাৰে, কিন্তু অকলে কি কৰিম বুলি, নৈৰাস নহৈ স্ব স্ব সাধ্যানুসাৰে হিত কৰিব, এতেকে আনেও সিবিলাকক দেখি সেইৰূপে হিত কৰিব।

হে ক্রিপাময় জগদিস্বৰ, এই অসম দেসৰ লোক সকলক স্বদেস সভ্য গিয়ানি আৰু ধার্মিক কৰিবলৈ মতি দিয়া, সিবিলাকৰ অভাব আৰু দুৰৱস্থা জানিবলৈ সিবিলাকক গিযান দিযা, আৰু তোমাৰ বিচিত্র সক্তিৰে সিবিলাকক সভ্য কৰা আৰু তোমাক জানিবৰ আৰু আগ্যা পালিবৰ জোগ্য কৰা। জি সময়ত অসম হাবি গুচি ফুল বাৰি হব, নৈত ডোঙ্গাগুচি জাহাজ হব, ঘৰ বাঁহৰ গুচি সিল ইটাৰ হব, গাঁৱে গাঁৱে হেজাৰে হেজাৰে পঢ়াসালি, গিযানৰ সভা, চিকিত্সালই দুখিয়া দৰিদ্র পৰিত্রানৰ আলয় হব, আৰু জি কালত লোক সকলে পৰস্পৰ হিংসা নকৰি, আটাইযে আটাইক ভাতিৰত চেনেহ কৰিব, কেৱে দুটকা কানিৰ সলনি মিচা সাখি নিদি, লাখ টকাকো কাতি কৰি থব, কোটি টকা ভেটি পাইও কাৰো অন্যাই নকৰিব, বেস্যা, কানি আৰু সুৰা এই কথা দেসত লোকে ভু নোপোআ হব, সেই সময়, হে পৰম পিতা জগদিস্বৰ, সিগ্রে ঘটোআ।

---

## নানা সম্বাদ।

### Useful Knowledge.

হে প্রিয় লৰাবিলাক, তোমালোকে জি প্রিথিবিত বাস কৰা সিনো কেনে, আৰু তাতনো কি আচে, তোমালোকে অদ্যাপিও নেজানা; আৰু জগতৰ নানা দেসৰ কথা ভু নেপাই আন দেসো আমাৰ দেসৰ নিচিনা বুলি ভাবিব পাৰা, কিন্তু পৃথিবীৰ সকলো ঠাযেই একে দৰৰ নহই, এক দেসৰ মানুহে জি খাই পিন্ধে, জি ঘৰত থাকে, জি ভাসা কই, জি ধৰম মানে আৰু জি দৰে চলে আন দেসৰ মানুহে তেনেকৈ

নচলে ; এক দেসৰ মানুহবোৰ অতি বগা, এক দেসৰ বা অতি কলা, আৰু এক দেসৰ বা তাম বৰনিয়া, কোনো দেসক ৰজাই কোনো দেসক প্ৰজাই সাসন কৰে, কোনো দেসত বৰ জাৰ, আৰু কোন কোন দেস বৰ গৰমি, আৰু এঠাইত বা ইস্বৰক এক দৰে পূজা কৰে, এঠাইত বা আন দৰে পুজা কৰে ; আৰু ইয়াত নানা দেসত নানা বিধৰ গচ, বন, ফুল, পহু, চৰাই, কিট, পতঙ্গ ধাতু ইত্যাদি বস্তু হই, এই সকল্ল কথা তোমালোকে জানিবলৈ পুৰুসাৰ্থ কৰিব পোআ, কিয়নো তাৰ পৰা অনেক উপকাৰ হই, আৰু তোমালোক গিয়ানি হবও পাৰিবা, তাৰ সংখ্যেপ বিবৰণ আমি লিখিলোঁ ; মন দি পহি নেপাহৰিবলৈ জতন কৰিবা।

এই প্ৰিথিবি খন প্ৰাই ৰবাব টেঙ্গাৰ নিচিনা ঘুৰনিয়া, তাৰ পৰিধি ২৫ হেজাৰ মাইল, অৰ্থাত তিমান ডাৰৰ বাট ২১৮৭১ ক্ৰোচ, আৰু ব্যাস ৮ হেজাৰ মাইল বা ৭০০০ সাত হেজাৰ ক্ৰোচ। প্ৰিথিবিৰ ওপৰত জল আৰু থল আচে ; দুভাগ মান জল এভাগ থল, মানুহে থলক চাৰি ভাগকৈ বিভক্ত কৰিচে, ইংৰাজি ভাসাত সেই খণ্ডক ইউৰপ, আচিয়া, আফ্ৰিকা, আৰু আমেৰিকা বোলে ; ইউৰপ দিঘলে ৩০৩০ মাইল, পুতলে ২৪০৮ মাইল, এই খণ্ড অতি খুদ্ৰ, কিন্তু তাত বাস কৰা মানুহ সকল অতি সভ্য, তাৰ প্ৰধান দেস ইংলণ্ড (অৰ্থাত ইংৰাজি দেস) ফ্ৰাঞ্চদেস, ৰুচিয়া, ইস্পানিয়া ইতালি ইত্যাদি। আচিয়া খণ্ড দিঘলে ৭১০০ মাইল পুতলে ৫২৫০ মাইল, তাত তুৰুক, আৰব, পাৰ্চি, কাবুল, চিন, ৰুচিয়া, আৰু ভাৰতবৰ্স, (এই দেসতে অসম দেস) ইত্যাদি দেস আচে।

আফ্ৰিকা খণ্ড দিঘলে ৫০০৫ মাইল বা ৪২০০ ক্ৰোচ, পুতলে ২৭০০ মাইল বা ৪০০০ ক্ৰোচ, তাত মিচৰ, খৰচ ইত্যাদি দেস। আমেৰিকা খণ্ড দিঘলে ৭৫০০, পুতলে ৯০০, এই খণ্ডৰ দুই ভাগ আচে, উত্তৰ আমেৰিকা আৰু দখিন আমেৰিকা।

প্ৰিথিবিৰ মধ্যত প্ৰাই চাৰে ন অৰ্বুদ মান মানুহ আচে, তাৰে ইউৰপত কুৰি কোটি, আচিয়াত সাঠি কোটি, আফ্ৰিকাত পাঁচ চই কোটি, আৰু আমেৰিকাত চাৰি কোটিৰ অধিক, ভাৰতবৰ্সত এক অৰ্বুদ চাৰি কোটি, কিন্তু অসম দেসত মুঠে বাৰ লাখ।

প্ৰিথিবিৰ সকলো ঠাইতে জাৰ আৰু জহ সমান নহই, প্ৰিথিবিক পাঁচ খণ্ডকৈ ভাগ কৰা গৈচে, সেই খণ্ডবোৰকে কটিবন্ধ বোলে, মধ্যতে উস্ন কটিবন্ধ

অর্থাত এই ভাগত বৰ গৰমি তাতে আচিয়াৰ ব্ৰহ্মদেশ, হিন্দুস্থান, আৰব, আৰু আফ্রিকাৰ মাজ ডোখৰ, আৰু আমেৰিকাৰ মধ্যে খণ্ড পৰিচে। উষ্ণকটিবন্ধৰ উতৰে দখিনে সমকটিবন্ধ দুই, তাত বৰ জাৰো নাই আৰু গৰমিও নহই, তাতে চিন,, পাৰ্চি, ইউৰপ খণ্ড, আমেৰিকা আৰু আফ্রিকাৰ দখিন ইত্যাদি ঠাই।

সমকটিবন্ধৰ উতৰে আৰু দখিনে উতৰ আৰু দখিন কেন্দ্ৰলৈকে সিত কটিবন্ধ, এই দুই খণ্ডত থকা ঠাইবোৰত বৰজাৰ, সদাই হিম নুগুচে, আৰু গোটেই উতৰ কেন্দ্ৰৰ ওচৰত থকা দেসত ঘাম কালি চাৰি মাহ মানলৈকে সুৰ্জ মাৰ নেজাই; কিন্তু জাৰকালি চাৰিমাহমানলৈকে সুৰ্জ নোলাই; তাত সাগৰৰ পানীবোৰ বৰখুনত পৰাসিলৰ নিচিনা সিল হই।

নানাদেসত নানা বিধৰ জন্তু আৰু গচ ইত্যাদি হই, সেই বোৰ লেখা বৰ বাহুল্য। আফ্রিকা খণ্ডত সিংহ পোৱা যাই, আৰু আচিয়াৰো ঠায়ে ঠায়ে আচে। আচিয়াত হাতি গঁৰ, বাঘ, ভালুক, উট, পহু, নানাবিধৰ বান্দৰ, বন মানুহ ইত্যাদি অনেক আচৰিত জন্তু আচে, কিন্তু এই সকল ইউৰপ বা আমেৰিকাত নাই তাৰ মানুহে এই সকল জন্তুক দেখি বৰ আচৰিত হই। আফ্রিকা খণ্ডতো হাতি, উট, আৰু নদিৰ ঘোৰা নামে এক আচৰিত জন্তু ইত্যাদি আচে। ইউৰপ খণ্ডত বগা ভালুক ইত্যাদি জন্তু, আমেৰিকাতো এইৰূপে নানা জন্তু আচে। উতৰ কেন্দ্ৰৰ ফালে সাগৰত গুৱেল নামে জে এবিধ মাচ আচে তাৰ সমান ডাঙ্গৰ জন্তু প্ৰিথিবীত নাই।

প্ৰিথিবিৰ নানাদেসত নানা বৰনিয়া মানুহ আচে। ইউৰপৰ আচিয়াৰ পচিম খণ্ডৰ আৰু আফ্রিকাৰ উতৰ খণ্ডৰ মনুহবোৰৰ বৰণ অতি বগা দেখিবলৈকো সুৰনি, আচিয়াত বাস কৰা মানুহবোৰৰ বৰন হালধিয়া সেতা, আৰু দেখিবলৈ গৰ্হিত। আফ্রিকা খণ্ডৰ লোক সকল ( উতৰ খণ্ডত বাজে ) অতিসই কলা, প্ৰাই এঙ্গাৰৰ নিচিনা, সিইঁতৰ চুলিমেৰ চাগৰ নোমৰ নিচিনা, কুটকুৰা আৰু ওঁঠ বৰ ডাঙ্গৰ। আমেৰিকা খণ্ডত ইউৰপৰ পৰা গৈ জি লোক বাস কৰিচে সিইঁত বগা, কিন্তু আদিৰ লোক বিলাক তাম বৰনিয়া ৰঙ্গা।

সকলো দেসৰ মানুহৰ অবস্থা একে নহই, অৰ্থাত আমি জেনেকৈ থাকোঁ আন দেসৰ মানুহেও তেনেকৈ নেথাকে। এই দেসৰ মানুহে আৰু গাৰো মিকিৰ ইত্যাদি পৰ্বতিয়া জাতিযে সমান নহই, আমি সিইঁততকৈ সকলো কথাতে ভাল, তেনেকৈ প্ৰিথিবিত সভ্য আৰু অসভ্য দুই প্ৰকাৰ মানুহ আচে। জি দেস

অসভ্য, তাৰ মানুহবোৰে নানাদৰে পশু, চৰাই, মাচ ইত্যাদি ধৰি তাকে খাই জিৱন ধাৰণ কৰে। সিহঁতে খেতি কৰিব নেজানে, সিহঁতৰ ঘৰবোৰ পজাৰ নিচিনা মাটি, বঁতা, গচৰ চাল ইত্যাদিৰে সাজে, থাকিবলৈ অতি অসুখ। সিহঁতৰ অনেকে নাঙ্গট হৈ ফুৰে, সুখকৈ থাকিব পৰা ঘৰ সাজিবলৈ আৰু লবলৈ কাপৰ ববৰো বুদ্ধি নেজানে, আৰু ৰান্ধিবলৈকো ভালকৈ ভু নেপাই। সিহঁতৰ পৰ্হিবৰ পুথি নাঁই আৰু সেই নিমিতে অগিয়ান আৰু দুষ্ট। প্ৰিথিবিৰ ভালেমান ঠাইতে এই অসভ্য মানুহবিলাক থাকে। উত্তৰ আমেৰিকাৰ পচিম খণ্ড, দখিন আমেৰিকাৰ দখিন খণ্ড, আচিয়া আৰু আফ্ৰিকাৰ অনেক উপদিপ, অস্ট্ৰেলিয়া আৰু পলিনিচিয়া, আফ্ৰিকাৰ মধ্য দখিন আৰু পচিম খণ্ড, আৰু আচিয়াৰ ঠায়ে ঠায়ে এই অসভ্য জাতি মানুহ বাস কৰে। এই বোৰ অসভ্য জাতিকে ত্ৰিগয়া কৰি থকা অসভ্য জাতি বোলে, কিন্তু আৰু এবিধ আচে সিহঁতক ভ্ৰামক জাতি বোলে, অৰ্থাত সিহঁতৰ ঘৰচিয়া একো জাক পশু আচে; সেইবোৰক লৈ এঠাইৰ পৰা আনঠাইলৈ ফুৰি থাকে, কোনো ঠাইত থিতিহৈ নেথাকে। সিহঁতৰ ঘৰবোৰ কাপৰৰ বা চালৰ, আৰু তাক লৰাই নিব পাৰি, সিহঁতে ৰান্ধিবলৈ আৰু কাপৰ ববলৈকো জানে। আচিয়া খণ্ডৰ অনেক দেসৰ মানুহেই এনে অসভ্য অৱস্থাত আচে।

আৰব দেশৰ কেতবোৰ তাতাৰ দেস আৰু তিৰ্বত দেসৰ মানুহে এনেকৈ থাকে, আৰু আফ্ৰিকাতো আচে; জিবোৰ মানুহ নগৰত থাকে ভাল ঘৰ সাজিব পাৰে, আৰু পিন্ধিবলৈ চিকন কাপৰ বব জানে, ৰান্ধিবলৈ ভু পাই আৰু পুথি লিখে আৰু পহে, সিহঁতকে সভালোক বোলে। সভ্য দেসত মানুহে জাহাজত কৰি এক দেসৰ বস্তু আন দেসলৈ নিএ ইয়াকে বানিজ্য বোলে আৰু সভ্যলোকবোৰ বৰ সুখি। গোটেই ইউৰোপ, আমেৰিকাৰ ভালেখিনি ঠাই, আৰু আচিয়াৰ দখিন, আফ্ৰিকাৰ উত্তৰৰ মানুহবোৰ সভ্য। কিন্তু সকলো দেসৰে সভ্যতা সনান নহই। চিন আৰু জাপান দেসৰ মানুহে ঘৰ সাজিব জানে আৰু সিল্প বিদ্যাত বৰপাৰ্গতি, কিন্তু সিহঁত ইংৰাজ, ফ্ৰাঙ্কিবিলাকৰ দৰে বিদ্যা আৰু বুধিত নহই, আৰু জানিবা জে আদ খিনি সভ্য দেসো আচে। আমাৰ অসম দেস ইংৰাজৰ দেসতকৈ সভ্যতাত ভালেমান কমি, কিয়নো অসম দেসৰ লোকে মানুহ আকাশলৈ উঠা আৰু ভাপেৰে জাহাজ চলোআ কথা কৰিব নেলাগে, কেতিয়াবা সমাজিকতো দেখিছিল নে?

অ, ল, ম।

## নবাৰ মিত্ৰ।




## পৰিস্ৰমৰ ফল।

## Perseverance Rewarded.

পৰিশ্ৰম সকলো সদ গুনৰ মুল, মহত গুন সকলো আলোচনা নকৰিলে গুচে।

কোনো মানুহ বৰ বুদ্ধিমন্ত হৈ ওপজাৰ নিমিতে জে কোনো বিদ্যাত বৰ পাৰ্গত হই এনে বুলি ভবা মিচা, জেতিয়া তুমি কোনো পাৰ্গত মানুহক দেখা তেতিয়া তুমি তেওঁনো কেনেকৈ কাল ব্যয় কৰিছে তাকে সুধিবা পাচে তুমি অৱস্যে জানিবা জে তেওঁৰ জীৱন প্ৰায় স্ৰমতে গৈচে।

আমাক সকলোকে ইস্বৰে সমান বুধি দিয়া নাই হই; কেতবোৰ আনতকৈ অধিক বুধিমন্ত হৈ ওপজে কিম্বা জদি উপজিবৰ পৰা নহই তেও কেনেবাকৈ বুধিমন্ত হই, কিন্তু তুমি নিচই জানিবা জে ইস্বৰে জেনে বুধি দিয়ক নিদিয়ক স্ৰম নকৰিলে তাৰ পৰা একো গুন নহই।

এতেকে কোনো প্ৰসংসনিয কৰমৰ নিমিতে সদাই পৰিস্ৰম কৰিবা, পৰিস্ৰম কৰিলে সিধি নোহোৱা কৰম নাই; প্ৰথমে জিটো কৰম অসাধ্য হেন ভবা সিও পৰিস্ৰমৰ দোআৰাই সিধি হই।

স্ৰম কৰিলে জে অসাধ্য কৰমো হই আৰু স্বভাৱিক দোসকো সোধন কৰিব পাৰি তাৰ এক আচৰিত দ্ৰিস্টান্ত তলত লিখা গল, সেই বিবৰণ সচা আৰু পুৰাত্ৰিত ইতিহাস সকলৰ পৰা উধ্ৰিত কৰা গৈচে।

দুহেজাৰ মান বচৰ হল দিমস্তেনিচ নামে এজন সদ্বক্তা গ্ৰিকদেসৰ আথিনি নগৰত আচিল। পুৰ্বকালৰ সদ্বক্তা সকলৰ মধ্যত এওক প্ৰধান বুলি গন্য কৰা জাই।

তেওঁ সেই নগৰত কালিস্ত্ৰাতচ নামে এজন সদ্বক্তাৰ বক্তিৃতা সক্তিৰ দোআৰাই মানুহ সকলৰ মাজত জি কৰ্ত্ৰিত্ব আৰু মান সতকাৰ হৈচিল তাকে দেখি তেওঁ সদ্বক্তা হবলৈ বৰ উতসাহ পালে; সেই নিমিতে সকলো সুখকে এৰি পুৰুসাৰ্থ কৰিব ধৰিলে আৰু কালিস্ত্ৰাতচ জিমান দিন আথিনি নগৰত আচিল তিমান দিন তেওঁৰ লগ নেৰি তেওঁৰ উপদেসৰ পৰা জিমান পাৰে তিমান সিকিলে।

প্ৰথমেই তেওঁ লৰা থাকোঁতে তেওঁৰ সম্পতি ৰখ্যকৰ বিপখ্যে এক বক্তিৃতা কৰি সম্পতি ওভোতাই ললে. ইয়াতে উতসাহ পাই তেওঁ পাচে লোক সকলৰ আগত বক্তিৃতা কৰিলে, কিন্তু তাত তেওঁৰ অসম্ভ্ৰমহে হল।

তেওঁৰ মাত বৰ সৰু আৰু বেয়া আছিল দেখি সভাৰ সকলোৱে তেওঁৰ কথা সুনি উপহাস কৰি হাতত চাপৰি বজাই নিন্দা কৰিলে, তাতে তেওঁ বৰ লাজ পাই তললৈ মুখ কৰি ঘৰলৈ জাওঁতে চেটাইৰচ্ নামে এজন সদ্বক্তা তেওঁৰ মিত্রে বাটত লগপাই দিমস্তিনিচ্ বিমর্স হোৱাৰ কাৰণ সুনি কলে, বোলে, মিত্র এইবোৰ দোস গুচাবৰ উপাই আছে, পাচে তেওঁ এক কাব্যৰ স্লোক মাতিব দিলত দিমস্তিনিচে গালে, অৰ পাচত চেটাইৰচে এনেহে মাত আৰু ভঙ্গিৰে গালে জে দিমস্তিনিচে কলে, বোলে, মই মতা স্লোক ই নহই। তেতিয়াই দিমস্তিনিচে আপোনাৰ দোস জানি সেই দোসবোৰ গুচাবৰ নিমিতে বৰকৈ পুৰুসার্থ কৰিব ধৰিলে।

তেওঁৰ মাতৰ স্বভাৱিক জি দোস আছিল তাকে গুচাবৰ নিমিতে, আৰু উচাৰন ভাল কৰিবৰ নিমিতে জি স্রম কৰিছিল তাক পতিয়াব নলগাই প্রাই; তাৰে পৰা আমি জানো জে থিৰ প্রতিগ্যা হৈ স্রম কৰিলে সকলো দোসকে গুচাব পাৰি।

তেও এনেহে খোনা আছিল জে কেতবোৰ আখৰকে উচাৰণ কৰিব নোৱাৰিচিল, এই দোস গুচাবলৈ তেওঁ সৰু সৰু সিল গুটি মুখত লৈ পহিচিল। তেওঁৰ উসাহ নিচেই ছুঁটি আছিল, এই দোস গুচাবলৈ তেওঁ নথমকাকৈ সেলাক সাতি বৰ ওখ পর্বতলৈ উঠিচিল আৰু সমাজত মানুহৰ হাইতো তেওঁৰ মাত সুনিব পৰা কৰিবৰ নিমিতে সাগৰৰ তিৰলৈ গৈ পানিৰ ৰৌৰৌৱনিত বক্তৃতা কৰিচিল।

দিমস্তিনিচে মাত ভাল কৰিবলৈ জিমান জত্ন কৰিলে মুদ্রা দিবলৈকো তাতকৈ অলপ পুৰুসার্থ কৰা নাচিল, তেওঁৰ ঘৰত এখন আর্চি আছিল তাকে আগত থৈ মুদ্রা দিবলৈ সিকিচিল, আৰু জি কথা সভাৰ আগত কব লাগে তাক তেওঁ আগৈ আর্চি আগত থৈ কেই বেলি মান ঘৰতে আওৰাই পাচেহে সভাত কৈছিল, তেওঁ বক্তৃতা কৰাৰ সময়ত কান্ধ নচুআইছিল, এই দোস সোধন কৰিবৰ নিমিতে জত থিয় হৈ বক্তৃতা সিকিচিল তাৰ ওপৰত এখন তৰোআল ওলমাই থৈচিল, পাচে তাৰে তলত থিয় দি বক্তৃতা কৰোঁতে কান্ধ নচুআলে তৰোআলৰ আগ লাগিছিল, এনেকৈ কান্ধ নচুআ স্বভাৱ গুচিল।

তেওঁ বিদ্যা সিকিবলৈ জেনে স্রম কৰিচিল সিও সৰু আচৰিত নহই, মানুহৰ মাজত থাকিলে হাইত বিদ্যা সিখ্যা নহব বুলি ভই কৰি তেওঁ মাটিৰ তলত এটা ঘৰ কৰি তাতে (এটা চাকি লগাই পৰ্হিচিল, আৰু কেতিয়াবা কেতিয়াবা দুমাহ তিন মাহলৈকে তাতে সোমাই আছিল, সেই গাঁতত চাকিৰ পোহৰত তেওঁ জি বক্তৃতা ৰচনা কৰিচিল তাক তেওঁক হিংসা কৰা বোৰে তেল তেল গোন্ধাই বুলি কৈচিল।

তেওঁ নিতৌ অতি সোনকালে উঠিচিল, আৰু আন কোনো বনুআ তেওঁতকৈ আগৈ উঠিলে বৰ অসন্তোস পাইচিল। তেওঁ বিদ্যাত নিপুন হবলৈ জি অসম্ভব স্ৰম কৰিচিল তাৰ প্ৰমান এটা এই; তেওঁ গ্ৰিক দেসৰ প্ৰধান পুৰাব্ৰিত বিবৰণৰ পুথি আপোন হাতেৰে আঠ বেলি লিখিচিল, এই অভিপ্ৰাই কৰি জে তেনেকৈ লিখিলে সেই গ্ৰন্থৰ ভাসা তেওঁৰ মনত থাকিব।

এনে আচৰিত স্ৰম কৰি দিমস্তিনিচ সেসত এনেহে সদ্বক্তা হল জে তেও বক্তৃতা কৰিৱ ধৰিলে তাকে সুনিবলৈ গ্ৰিক দেসৰ সকলো ঠাইৰ পৰা মানুহবোৰ জুম বান্ধি বান্ধি আথিনি নগৰলৈ আহিচিল।

---

## অচম দেস সক্ৰএ আক্ৰমন কৰা কথা।

## Invasions of Assam

অতি পুৰ্বে গোটেই অচম দেসকে কামৰূপ বুলিচিল, আৰু তাক চাৰি পিঠ কৰি ভাগ কৰা হৈচিল, অৰ্থাত কাম পিঠ ৰত্ন পিঠ, স্বৰ্ণ পিঠ, আৰু সৌমাৰ পিঠ। এই কামৰূপত পুৰ্বৰে পৰা অনেক ৰাজবংসে ৰাজ্য সাসন কৰি আহিচে। সকলোৰে আদিতে মহিৰং দানৱ ৰজা আচিল, তেওঁৰ পাচত তেওঁৰ বংসৰে চাৰি জনা ৰজা হলত নৰকাসুৰ ভগদত প্ৰভ্ৰিতি ৰজা হৈ থাকে, আৰু নৰকৰ বংসৰে অনেক ৰজা হৈ কামৰূপ ক্ৰমে সাসন কৰে। নৰক বংসৰ পাচত খেত্ৰিয় বংস তাৰ পাচত ব্ৰহ্মপুত্ৰৰ বংস, তাৰ পাচত বাৰে ভুঁয়া, তাৰ পাচে মচলমান বংস ক্ৰমে ৰাজ্য সাসন কৰে। সেসত সিৱ বংসিয় বিস্বসিংহ আৰু নৰনাৰায়ন ক্ৰমে ৰজা হল। নৰনাৰায়ন ৰজা অপুত্ৰক আচিল, সেই নিমিতে জুবৰাজ চিলাৰাইৰ পুতেক ৰঘুদেৱক তোলনিয়া পুত্ৰ কৰি ৰাখিলে, কিন্তু এনেতে তেওঁৰো লখমিনাৰায়ন নামে পুত্ৰ জনমিলত তেওঁৰ ৰাজ্য দুয়োকো ভগাই দিলে। পাচে তেওঁমৰিলত দুয়ো ৰজাই দন্দ কৰিব ধৰিলে, পাচে ৰঘুদেৱৰ পুতেক পৰিখিতনাৰায়নেও সেইৰূপে বিবাদ কৰাত লখমিনাৰায়ন আওৰঙ্গজেব বাদস্যাৰ আস্ৰই লোআত তেওঁ সেনা পঠাই পৰিখিতক ধৰোআত তেওঁৰ ভায়েক বলিত নাৰায়নে ইন্দ্ৰ বংসিয় স্বৰ্গদেও সকলৰ সৰনাগত হোআত তেতিয়াৰে পৰা কামৰূপ ইন্দ্ৰ বংসিয় অচম ৰজাৰে অধিকাৰ হল। উজনিতো বাৰে ভুঁয়াৰ অধিকাৰৰ পৰা নানা মণ্ডলে ভাগ হৈ আচিল। ব্ৰহ্মপুত্ৰৰ উতৰ পাৰে উতৰ পুব কোনৰ সদিয়াৰ পোনে চুটিয়া

ৰজাৰ অধিন আচিল, তাৰ ওচৰতে খামতি চিঙ্গফৌ ইত্যাদি পৰ্বতিয়া জাতিৰ অধিকাৰ আচিল। আৰু তুৰ্বক নামে গৌৰ বাদস্যাৰ পুতেকে ৰটা নদিৰে পৰা চাই ডুআৰলৈকে আক্ৰমন কৰিচিল। ব্ৰহ্মপুত্ৰৰ দখিন পাৰে, উতৰ পুব ফালে বৰাহিমৰান, তাৰ পচিমৰ পৰা কচাৰি ৰজা, আৰু তাৰ বাহিৰে নগা ইত্যাদিৰ অধিকাৰ আছিল; এই সকলোবোৰ ঠাই ক্ৰমে ইন্দ্ৰ বংসিয় অচম ৰজা সকলৰ অধিকাৰ হল। এতেক এতিয়া জি ৰজা সকলে গোটেই অচম দেশকে হস্তগত কৰিলৈ ১১৫১ হিন্দু সঁকৰ পৰা ৰাজ্য ভোগ কৰিলে, তাৰ প্ৰস্তাও লিখিম।

অচম ৰজাবিলাকৰ গুৰিৰ কথা নানা লোকে নানা দৰে কয়। ইন্দ্ৰ বংসি বুলি হৰগৌৰিসম্বাদ নামে এখন পুথিত লিখিচে। ইন্দ্ৰৰ মুৰ্ত্তি তলত লিখা আচে। আদিতে ১১৫১ সঁক আৰু ১২২৯ ইঙ্গৰাজি সঁকত চুকাফা নামে ৰজা প্ৰথমতে সৌমাৰলৈ আহি মটক আদি কৰি নানা পৰ্বতিয়া জাতিক অধিন কৰিলে। তেওঁ ম্ৰিত্যু হলত তেওঁৰ সন্তান সন্ততি এই ক্ৰমে নানা ঠাই অধিকাৰ কৰি, উনচলিচ জনা ৰজাৰ দিনত অসম দেসক তিনি প্ৰধান জাতিএ আক্ৰমন কৰিলে; প্ৰথম মচলমান, দ্বুতিয় মোআমৰিয়া বা মটক, ত্ৰিতিয় মানে।

চুকাফা ৰজাৰ পৰা ১৯ জনা ৰজা হৈ গৈ বিংসতি জনা অৰ্থাত চুতুমলা হিন্দুমতে জয়ধ্বজ সিংহ ৰজাৰ দিনত ১৬৬২ ইং সঁকত আওৰংজেব বাদস্যাৰ আগ্যাৰে বঙ্গাল দেসৰ নেবাৰ মিৰজুমলাই অনেক সৈন্য সৈতে আহি অচম দেস ললেহি। আমাৰ ৰজাদেও ঠাৰৰিৰ নোআৰি নামৰূপৰ চৰাইখোৰোঙ্গলৈ ভাগি গল। পাচে বাৰিখা হলত বঙ্গালহতঁৰ খাবলৈ নাই কিয়া হোআত, আৰু মাউৰ লাগি অনেক সেনা মৰিলত, নেবাবে সন্ধি কৰিবলৈ ইচা কৰাত স্বৰ্গদেৱে বন্দি ১০০, বেটি ১০০ হাতি ৩০টা সোন ডুহেজাৰ, ৰূপ বাৰে হাজাৰ, এই খিনি জৌতক দি সালংক্ৰিতাকৈ ৰমনিগাভৰুক আওৰংজেব বাদস্যালৈ দিলে, তাতে নেবাবে দেস এৰি দি ভটিয়াই গল।

মোআমৰিয়াৰ উপদ্ৰৱৰ বিবৰণ এই। চুকাফা ৰজাৰ পৰা ৩০ জনা ৰজা হৈ ১৭১৪ সঁকত সিৱসিংহ ৰজা হল, কিছু কালৰ মুৰত তেওঁৰ চত্ৰভঙ্গ জোগ হৈচে বুলি, ফুলেস্বৰি আই কুঁঅৰি দেৱক বৰৰজা নাম দি চত্ৰ দিলে। এনেতে তেও সুদ্ৰ মহাজন কেতবোৰ গোসানিক নেমানে বুলি স্থনি ডুৰ্গোত্চৱ পুজাত মোআমৰাৰ মহন্তকে আদি কৰি কেইজন মানক অনাই বৰ ৰজাই গোসানি সেৱা

কৰাই হিন্দুৰ ৰঙ্গা চন্দন, বলিৰ ৰক্ত ইত্যাদিৰে ফোট দি নির্মাল্য প্রসাদ লোআই কিছু দুর্গতি কৰাত মোযামৰা মহন্তে সকলোতকৈ পেটে মৰণ তুল্য মানি ললে। এয়েই মোআমৰিয়া উপদ্ৰৱৰ খাই হেতু।

এই দুর্গতিৰ প্রতিকাৰ কৰিবলৈ ৰাজেশ্বৰ সিংহ স্বর্গদেৱৰ দিনত পুৰুসার্থ কৰিচিল, কিন্তু নোৱাৰিলে সেসত লখ্মিসিংহ সর্গদেৱৰ দিনত ১৭১৭ সঁকৰ আঘোনত মোআমৰিযাৰ খোৰা আৰু ৰাঘ মৰান দুয়েই মুখ্য হৈ খোৰা মৰাণৰ ঘৈনিযেকক ৰাধাৰুকুনি নাম দি তাযে সৈতে বৰ জনা গোহাইদেৱক আগত লৈ সকলো মোআমৰিযাই গোট খাই সর্গদেৱক ৰজা ভাঙ্গি বন্দি কৰি থৈ সিহতৰে খোৰাৰ পুতেক ৰমাকান্তক ৰজা পাতিলে। পাচে সর্গদেৱে সকলোৰে আলচি সেই সঁকৰে চতৰ বিহুত ৰাঘ খোৰা আৰু ৰমাকান্তক মাৰি নগৰ ললে।

লখমিসিংহ সর্গদেও মিত্যু হলত তেওঁৰ পুত্র গৌৰিনাথ সিংহ ৰজা হল। এওঁৰ দিনতে পুৰ্ব সক মোআমৰিযাই আকও ১৭০৯ সঁকৰ মাঘ মাহত ৰণ কৰি ৰঙ্গপুৰ নগৰত ভৰগি মৰানক ৰজা পাতিলে। তাতে সর্গদেও নগাঁও গুআহাটি-লৈকে ভাগি আহি শ্ৰীযুক্ত কম্পানি বাহাদুৰত সহাই খোজাত কাপ্তান ওআলিচ চাহাবে সৈন্য লৈ আহি মোআমোৰিযাক জিনি সর্গদেৱক ৰাজধানিত থৈ গল। এই মোআমোৰিযাৰ উপদ্ৰৱত এই দেসৰ অসংখ্যা মানুহ নষ্ট হল, আৰু তেতিয়াৰে পৰা অচম দেস জন সুন্য অৰণ্যৰ নিচিনা, আৰু ৰজাও দুৰ্বলি আৰু নির্ধনি হল। কিন্তু মোআমৰিয়াৰ উপদ্ৰৱত দেস গোটেই নষ্ট হোৱা নাচিল কিযনো পুৰ্ণানন্দ বুৰাগোহাই ডাঙ্গৰিযাই ভগাদেস ভাল কৃৰিবলৈ অনেক জতন কৰি প্ৰজাক সুখী কৰিলে। পাচে মানৰ বিগ্ৰহতহে একেবেলি এই নষ্ট হল, আৰু ৰজা প্ৰজা উপান্ত হৈ অৱসেসত অচম ৰজাৰ ৰাজ্য সাসন ভ্ৰষ্ট হল।

গৌৰিনাথ সিংহ ৰজা পৰলোক হলত কমলেস্বৰসিংহ ৰজা হল। তেওঁ মিত্যু হলত চন্দ্ৰকান্ত সিংহ ১০১০ সঁকত ৬ মাঘত ৰাজ্য পালে। কুকুৰাচোআ বৰা ভুতৰ পুতেক সতৰাম স্বৰ্গদেৱৰপ্ৰধান বল হৈ নানা কুমন্ত্ৰণাদি কেতবোৰ মানুহে সৈতে গোট খাই ১৮১৪ সঁকত ৰাজ মন্ত্ৰি পুৰ্ণানন্দ বুৰা গোহাঁইক মাৰিবলৈ মন্ত্ৰনা কৰিলত ডাঙ্গৰিযাই বুজ পাই, কুমন্ত্ৰনা কৰা বিলাকক কাটি, চকু কাঢ়ি, কান কাটি, দণ্ড বন্ধ কৰিলে।

তেতিয়াৰে পৰা ৰজা আৰু মন্ত্ৰি দুইৰো পেটে বিৰোধ হৈ ৰজাৰ ফলিয়া মানুহক মন্ত্ৰিএ, আৰু মন্ত্ৰিৰ ফলিয়াক ৰজাই নষ্ট কৰিব ধৰিলে। পাচে গুআহাটিৰ বদন চন্দ্ৰ বৰ ফুকনো ৰজাৰ ফলিয়া বুলি সঙ্কা কৰি, বুৰা গোহাঁয়ে তেওঁক ধৰিবলৈ

পৰ্বতিয়া ফুকনক পঠোৱাত বৰ ফুকনে আগেই বুজ পাই ১৮১৫ সঁকৰ আহিন মাহত গুৱাহাটিৰ পৰা পলাই, বুঢ়া গোহাঁইক প্ৰতিকাৰ দিবৰ নিমিতে মানৰ দেসলৈ গৈ মান ৰজাৰ তৰ পৰা ১৪,০০০ সৈন্যৰে উজনিএ ওলালহি।

এনেতে বুঢ়া গোহাঁই ডাঙ্গৰিয়া মৰিলত ৰুচিনাথ বুঢ়া গোহাঁই হল; পাচে বৰ ফুকন সসৈন্য জোৰহাট পাব লগিয়া হলত বুঢ়াগোহাঁই গুৱাহাটিলৈ ভাগি গল। বৰ ফুকন সৰ্গদেৱে সৈতে সাখ্যাত কৰি মন্ত্ৰি ফুকন হৈ বুঢ়াগোহাঁইৰ ফালৰ কেতবোৰ মানুহক দণ্ড কৰিলে। পাচে বুঢ়াগোহাঁইক মাতি পঠোৱাত নহাত মন্ত্ৰি ফুকনলৈ সংসই কৰি নাহে বুলি ৰাজমাও ইত্যাদিএ পৰামৰ্শ কৰি মন্ত্ৰি ফুকনক ৰুপচিং চুপাদাৰৰ হতুৱাই কটালে, কিন্তু তেও বুঢ়াগোহাঁই নাহি ব্ৰজনাথ গোহাঁই দেৱে সৈতে সসৈন্য উজাইগৈ চন্দ্ৰকান্ত সৰ্গদেৱক ভাঙ্গি পুৰন্দৰ সিংহ সৰ্গদেৱক ৰজা পাতি সেৱা কৰিলে, এই কথা মানৰ ৰজাই সুনি ৩০০০০ সৈন্যৰে আলুংমিঙ্গি বৰগোহাঁইক পঠিয়াই চন্দ্ৰকান্ত সৰ্গদেৱক আকও ৰজা পাতিলে। পুৰন্দৰ সিংহ সৰ্গদেৱ চিলমাৰিলৈ ভাগি গল। পাচে খেৰেমিয়াল কচাৰিৰ পতাল বৰবৰুআই জইপুৰত কোঁঠ পাতি মানেৰে ৰণ কৰিবৰ মনস্থ থকাত মান ৰজাই চন্দ্ৰকান্ত সিংহ সৰ্গদেৱলৈ ৰাজ জোগ্য অলঙ্কাৰ দি সঁজাতি ফুকনে সৈতে মিঙ্গিমহা তিলোআক পঠোৱাত সিহঁতে বৰ বৰুআৰ প্ৰাৰম্ভ দেখি তাক চলকৈ মাৰিলে। তাতে সৰ্গদেৱে মান অমিল ৰুপে আহিছে বুলি বুঢ়াগোহাঁইক ৰণ কৰিবলৈ আগ্যাদি গুৱাহাটিলৈ ভটিয়াই গল। উজনিত মানে ৰন জিকি বুঢ়া গোহাঁইক বন্দি কৰি মিলৰুপে সৰ্গদেৱলৈ কটকি পঠিয়ালে, নহাত ৰণ হল, ৰনত ঠাৰৰিব নোৱাৰি গুৱাহাটিৰ পৰা ভাগি গল।

পাচে মিংগিমহাতিলোআই সৰ্গদেৱত নিৰাসা হৈ মান ৰজালৈ দিয়া কুঅঁৰিৰ ভায়েক জোগেস্বৰ সিংহক লোক দৰ্সক ৰুপে ৰজা নাম দি ১৮২১ সঁকৰ পৰা নিজে ৰাজ্য সাসন কৰিব ধৰিলে। সেসত চন্দ্ৰকান্ত সিংহ সৰ্গদেৱে সৈন্য লৈ হাদিৰা চকিৰ পৰা গুৱাহাটি আক্ৰমণ কৰি ক্ৰমে উজাই মানক জিকি মহগৰ পালে, মানৰো দেসৰ পৰা অনেক সৈন্যৰে মিংগিমহাবান্দুলা বৰ গোহাঁই পালেহি।

তাতে ৰণ লগাত মহগৰত সৰ্গদেও ঘাটি ১৮২২ সঁকত ভটিয়াই পৰ দেসলৈ গল। এনেতে মানৰ সেনাপতিএ কম্পানিৰ ৰাজ্যৰ গুৱালপাৰাত থকা ডেবিডচন চাহাবলৈ চন্দ্ৰকান্ত ৰজাক আশ্ৰয় লোৱা সুনি, বলকৈ জতে থাকে তাৰে পৰা আনিবৰ আগ্যা পাইচোঁ বুলি, কাকত লিখাত ঢাকাত থকা কম্পানিৰ চিপাহিৰ অধিপতিলৈ

মানে কাকত লিখাৰ দৰে সিমাত জোকালে সিহঁতক খেদি পঠাবৰ আগ্যা হল আৰু স্কট চাহাবকো লাগে মানে সৈন্য দিবৰ আগ্যা হল।

ইযাকে সুনি মানে অচমৰ পোনৰ সিমা লংঘন নকৰিলে হই, কিন্তু কাচাৰৰ পোনে কম্পানিৰ সিমাত জোকালত মান ৰজাই সৈতে কম্পানিৰ ৰণ কৰা ১৮২৪ ইঙ্গৰাজি সকৰ ৫ মার্চত নিচয় হল। আৰু গুআলপাৰাত থকা সৈন্য অচম দেসলৈ ক্রমে উজাই আহি গুআহাটি কলিয়াবৰ আদি কৰি ঠাযে ঠাযে মান হতুক ৰনত ঘটুআলে; ১৭৪৬ হিন্দু সকৰ ২১ মাঘত আৰু ইঙ্গৰাজিৰ ১৮২৫ সকত ২ ফেবৰুআৰিত ৰঙ্গপুৰ নগৰ ললেহি। তাৰে পৰা অচম দেসত মানৰ অধিকাৰ গুচি কম্পানিৰ অধিকাৰ হল।

সেসত ইঙ্গৰাজি ১৮২৭ সকৰ ২৪ ফেবৰুআৰিত মান ৰজাই কম্পানিযে সৈতে সন্ধি কৰি অচম দেস একেবোলিএ এৰি দিলে।

---

## Divisions of Hindustan.

## হিন্দুস্থানৰ নানা প্রদেস।

হিন্দুস্থানত অনেক প্রধান প্রধান দেস আচে, বঙ্গাল দেস, বেহাৰ, এলাহাবাদ, অজোধ্যা, আগ্রা, দিলি, আজমিৰ, গুজৰাট, মালৱা, মুলতান, সিন্ধু দেশ, আৰু লাহোৰ।

অতি পুব ফালে বঙ্গাল দেস; তাৰ সমান উবৰা ঠাই প্রাযেই নাই, আৰু ধান নিল ইত্যাদি নানা সস্য হই। সাগৰৰ পাৰৰ ঠাইবোৰ গোটেই সুন্দৰবন নামে হাবিএ ঢাকি আচে। বঙ্গালৰ নিচেই পুব ফালে মান দেসৰ সিমালৈকে চাটিগাও নামে প্রদেস, সি পর্বতিযা, আৰু তাৰ মাজত কুকি নামে এবিধ বন্য জাতি আচে। চাতিগাঁওৰ ৰাজধানি ইচলমাবাদ। বঙ্গাল দেসৰ প্রধান ৰাজধানি নগৰ কলিকাতা। এই নগৰ পুর্বে গাওঁহে আচিল, এতিয়া পাচ লাখ লোক থকা পকি ঘৰেৰে আভ্রিত এখন মহানগৰ হৈচে; এই নগৰ গঙ্গা নদিৰ নিচেই পাৰতে আৰু তালৈ বানিজ্যলৈ অনেক জাহাজ আহে। কলিকতাত ভাৰতবর্সৰ অধিপতি গৱর্নৰ জেনৰলে বাসকৰে, আৰু তাত ফোর্তউলিয়ম নামে এখন বৰ দুর্গ অর্থাত কোঁঠ আচে। কলিকতাৰ ওচৰত

শ্ৰিৰামপুৰ, চন্দন নগৰ, হুগলি ইত্যাদি নগৰ আচে। আৰু ৬০ ক্ৰোচ উজাই গঙ্গা নদিৰ পাৰত মুৰ্চিদাবাদ চহৰ, সি পুৰ্বে বঙ্গাল দেসৰ ৰাজধানি আচিল এতিয়াও নবাবৰ বাস থান। এই নগৰত চেউলি, বালিচৰি, চাটন ইত্যাদি অনেক বিধৰ সুন্দৰ পাতৰ কাপৰ হই। ঢাকা নামেৰে আৰু এখন বিচখ্যান নগৰ আচে, সিও পুৰ্বে ৰাজধানি আচিল, এতিয়াও বৰ বানিজৰ থান, ডেৰ লাখ মান মানুহ আচে। প্ৰিথিবিৰ মাজত জি অতি উতম মলমল কাপৰ, সেয়েই ঢাকাত হই। এই বিলাক নগৰত বাজে মালদা, গৌৰ আৰু ৰাজমহাল, এই তিনি নগৰ পুৰ্বে ৰাজধানি আচিল। বঙ্গাল দেসত তিনি কোটিতকৈ সৰহ মানুহ আছে।

বেহাৰ অৰ্থাত মগধ প্ৰদেস বঙ্গালৰ পচিমে; সি অতি উৰ্বৰা ঠাই আৰু নানা সস্য হই; প্ৰধানকৈ আফিঙ্গ আৰু জখাৰ উত্পন হই। বেহাৰত প্ৰধান নগৰ বিলাক গঙ্গাৰ তিৰত; প্ৰথমে মংগেৰ নামে এক আগৰ ৰাজনগৰ। তাৰ পৰা অলপ ভাটিত ভাগলপুৰ নদিৰ পৰা অলপ দুৰত বেহাৰ নামে নগৰ, সি পুৰ্বে ৰাজধানি আচিল। কিন্তু আটাইতকৈ প্ৰধান গঙ্গা নদিৰ তিৰত পাটনাই অনেক দিনিয়া নগৰ; অনেক মচিদ আৰু মন্দিৰ আচে। পাটনাৰ ওচৰত দানাপুৰ, তাৰপৰা ২৫ ক্ৰোচ দখিনে গয়া নামেৰে এক নগৰ, গঙ্গাত আহি পৰা এক নদিৰ পাৰত, ই এখন বৰ হিন্দু তিৰ্থ; এতেকে তালৈ অনেক জাত্ৰি জাই।

এলাহাবাদ প্ৰদেস গঙ্গাৰ উতৰ আৰু দখিন দুয়ো পাৰে বিয়াপিচে। তাত প্ৰধান নগৰ কাসি বা বানাৰচ, সি গঙ্গা নদিৰ তিৰত, আৰু বৰ মহানগৰ; তাৰ ঘৰ বোৰ পকি সাত তলালৈকে ওখ, অনেক দেও মন্দিৰ আৰু মচিদ আচে, আৰু হিন্দু সকলৰ প্ৰধান তিৰ্থ হেতুকে তালৈ অসংখ্যা জাত্ৰি জাই। আৰু আকবৰ বাদস্যাই এক কোটি কুৰি লাখ ধন ভগন কৰি সজোআ ৰাজ কোঁঠো এই নগৰতে। প্ৰয়াগৰ ওচৰত মিৰ্জাপুৰ নামে এক বানিজৰ নগৰ। এলাহাবাদত বন্দেলখণ্ড নামে এক খণ্ড আচে, তাত হিৰাৰ আকৰ আচে। তাৰ ঘাই নগৰ কলিঙ্গা, আৰু গঙ্গাৰ পাৰত কানপুৰ নামে নগৰ।

অজোধ্যা ৰাজ্য উৰ্বৰা আৰু বেহাৰৰ সিমাত, তাক নবাবে সাসন কৰে, কিন্তু ইঙ্গৰাজৰ কৰতলিয়া। তাৰ ৰাজধানি গোমতি নদিৰ পাৰত লখ্নৌ নগৰ, তাত নবাব থাকে; আৰু সি বৰ ডাঙ্গৰ নগৰ, তাত তিনি লাখ মান লোক আচে। তাৰ নবাব থকা ঘৰ, মচিদ, মৈদাম বৰ আচৰিত, চালবোৰত সোন লগাইচে, আৰু কনস্তান্তিয়া নামে জি মাৰ্তিন চাহাবৰ এক ঘৰ আচে, তাক সাজোঁতে ১৫ লাখ

ৰূপ ভগন হৈছে, অজোধ্যা নগৰ আৰু ফাইজাবাদ পুৰ্বে ৰাজধানি আছিল।

আগ্ৰা প্ৰদেশত জাৰ, আৰু তা'ত নদিৰ পৰা ক্ৰিসি কৰমৰ লাভ নাই, তাৰ প্ৰধান অলঙ্কাৰ আগ্ৰা নগৰ। আকবৰ বাদস্যাই এখন গাঁৱৰ পৰা আগ্ৰাক আচিয়াৰ এক মহানগৰ কৰিলে; সি এতিয়া হ্ৰাস হল, তেও জেহাংগিৰ বাদস্যাই তেওঁৰ কুঁঅৰি নুৰজেহানৰ নাম ৰাখিবলৈ তাজমহাল নামে জি মৈদাম সজাইছিল, তাৰ সমান মৈদাম প্ৰিথিবিত কতো নাই; সি গোটেই বগা শিলৰ, আৰু তাক কৰোঁতে পাঁচসতৰি লাখ ধন ভগন হৈছিল। আগ্ৰা নগৰৰ ওচৰতে চিকন্দৰাবাদ নামে এক অপুৰ্ব নগৰ, তাতে বগা সিলেৰে সজা আকবৰস্যাৰ মৈদাম আচে। মথুৰা নামে এক নগৰ আচে, সিও প্ৰধান হিন্দু তিৰ্থ। আগ্ৰা প্ৰদেসৰ দোআব অৰ্থাত অন্তৰ্বেধ জি ডোখৰ, তাতে কানৌজ নামে পুৰ্বৰ নগৰ। জমুনা নদিৰ পচিমে ভৰতপুৰ, গোআলিয়ৰ ইত্যাদি কোঁঠ আচে। আগ্ৰাৰ উতৰে দিলিৰ প্ৰদেস, সি উৰ্বৰা নহই, তাৰ ঘাই নগৰ জমুনা নদিৰ পাৰত দিলি। সি পুৰ্বে এখন ইন্দ্ৰপ্ৰস্থ নামে হিন্দু মহানগৰ আছিল, কিন্তু স্যাজেহান বাদস্যাই তাক মগল ৰাজ্যৰ ৰাজধানি কৰিলে, আৰু এতিয়াও দিলিৰ বাদস্যা এই নগৰতে বাস কৰে। দিলি নগৰ এতিয়া হ্ৰাস হল, আৰু নানা ৰূপৰ ঘৰবোৰ ভাগি আচে, তেও অনেক আচৰিত ঘৰ মৈদাম আৰু মচিদ আচে। আওৰঙ্গজেব বাদস্যাৰ জিএকে জুমা মচিদ নামে জি ৰঙ্গা সিলৰ মচিদ এটা কৰাইচিল, তাৰ নিচিনা ভাৰতবৰ্সত নাই। কুতুব মিনাৰ নামে এটা বুৰুজ আচে, সিও সামান্য নহই। দিলি প্ৰদেসত মিৰট নামে আৰু এক নগৰ আচে।

আজমিৰ বা ৰাজপুতান অতি ডাঙ্গৰ এক প্ৰদেস, তাতে ৰাজপুতবিলাক বাস কৰে; ভাৰতবৰ্সত এই জাতি লোকহে অতি বলিষ্ট আৰু সাহিয়াল; এই প্ৰদেস প্ৰায় পৰ্বতিয়া আৰু মৰুভুমি। সি নানা ৰজাৰ অধিন, প্ৰধান মাৰোআৰ, মেৱাৰ আৰু জইপুৰ, এই তিন ঠাইৰ ৰজা। মাৰোআৰৰ ৰজা আটাইতকৈ পৰাক্ৰমি, তেওঁৰ ৰাজধানি জোধপুৰ তেওঁ স্বাধিন, কিন্তু ইঙ্গৰাজৰ পৰাক্ৰম স্বিকাৰ কৰে। মেৱাৰৰ ৰজাক ৰানা বোলে, তেও মাৰোআৰৰ ৰজাৰ তুল্য নহই, তেওঁৰ ৰাজধানি উদয়পুৰ। জইপুৰ বা জইনগৰৰ ৰজাও প্ৰধান, তেওঁৰ ৰাজধানি জইপুৰ অতি সুন্দৰ আজমিৰ প্ৰদেসৰ ৰাজধানি জি আজমিৰ, তাত কোণো ৰজা নেথাকে। এই বিলাক ৰাজ্যৰ পচিমে বালিময় মৰুভুমি এডোখৰ আচে, কিন্তু

তাতো দুই প্ৰধান ৰজা আচে, অর্থাত বিকানিৰৰ আৰু জচল্মিৰ ৰজা।

গুজৰাট প্ৰদেস ঠায়ে ঠায়ে উৰ্বৰা, ঠায়ে ঠায়ে মৰু। তাত নানা জাতিৰৰ লোক আচে, পার্চি অর্থাত অগ্নি সেৱক অনেক, সিবিলাকে অগ্নিক পুজা কৰে, আৰু জৈন ধৰম লোআও অনেক আচে। গুজৰাটৰ এডোখৰ গুইকৰ নামে ৰজাৰ-অধিন, তেওঁৰ ৰাজধানি বাৰদা। গুজৰাটৰ ইঙ্গৰাজৰ অধিকাৰত ৰাজধানি আহমেদাবাদ, কিন্তু চুৰাট নগৰহে অতি প্ৰধান বানিজ্যৰ ঠাই।

গুজৰাটৰ গুৰিত আজমিৰৰ দখিনে কচ প্ৰদেস, তাত জাৰজ নামে এবিধ ৰাজপুত জাতি বাস কৰে। সিহঁতৰ ডকা দিয়া স্বভাও। আৰু সিহঁতৰ ভিন এক ৰজা আচে, কিন্তু আচৰিত এই, জে সিহঁত মচলমান, আৰু এক ভয়ানক ৰিতি এই জে চোআলি লৰা হলে সিহ তে বধ কৰে।

আগ্ৰা আৰু আজমিৰৰ দখিনে মালৱা প্ৰদেস, সি বৰ ওখ ঠাই আৰু উৰ্বৰা, তাত মহাৰাষ্ট্ৰৰিলাক থাকে। মালৱা প্ৰদেসত ভালেমান আফিঙ্গ হয়। আৰু একে জনা ৰজা নহই, কিন্তু অনেক, প্ৰধান চিন্ধিয়া আৰু হলকাৰ, সিবিলাকে ইঙ্গ-ৰাজকে সাৰথি ৰূপে আচে। মালৱা প্ৰদেসতে পুৰ্বে বিক্ৰমাদিত্য ৰজা আচিল, মালৱাত প্ৰধান নগৰ উজয়নি বা অৱন্তি, আৰু ইন্দুৰ জাক অহল্যাবায়ে হলকাৰৰ ৰাজধানি পাতিলে।

সিন্ধু নদিৰ মুখতে সিন্ধু প্ৰদেস। তাৰ প্ৰধান নগৰ টাটা, সি বৰ বানিজৰ ঠাই আচিল, আৰু ৰাজধানিও আচিল, কিন্তু এতিয়া সৰু হৈ গৈচে, আৰু তাৰ পৰা ৰাজধানি হইদৰাবাদলৈ এতিয়া নিচে। অলপ দিন হৈচে এই দেসৰ ৰজা মচলমান আমিৰ আচিল, আৰু সিবিলাকে প্ৰজাক বৰকৈ জাতনা দিচিল। কিন্তু এতিয়া ইঙ্গৰাজে তলৈ লৈচে, তাৰ পৰা প্ৰজাৰ সুখ হব।

লাহোৰৰ দখিনে মুলতান প্ৰদেস, সি পুবে কাবুলৰ অধিন আচিল, কিন্তু এতিয়া কম্পানিৰ অধিন। ইয়াৰ ৰাজধানি মুলতান নগৰ, সি অতি সুন্দৰ, চাৰিও ফালে সুন্দৰ গৰএটা আচে, আৰু তাত জি এখন দেৱালই আচে, তালৈ অনেক জাত্ৰি জাই। এই নগৰত দলিচা আৰু পাট কাপৰ অনেক হই। মুলতানৰ লোকবিলাক হিন্দু নহই, আফগানো নহই, কিন্তু সিহতঁক জাত বোলে।

ভাৰতবৰ্ষৰ পচিমে লাহোৰ প্ৰদেস, তাৰ এডোখৰ বৰ উৰ্বৰা আৰু নানা সস্য উত্পন হই। এই প্ৰদেসত চিক বা সিংহ, জোৎ আৰু ৰাজপুত ইত্যাদি হিন্দু

আৰু মচলমান লোক আচে, কিন্তু মচলমানবোৰ অতি দুখিয়া; উত্তৰ পচিমৰ মানুহবোৰ আফগান চিক বা সিংহ বিলাক বৰ সক্তিমন্ত, আৰু হিন্দুস্থানৰ সকলো লোকতকৈ সাহিয়াল, সৈন্য প্ৰায়ে ঘোৰাত উঠি ৰন কৰে। সিইঁত মিদু নহই, বৰকৈ এটাহ পাৰহে কথা কই। চিক বোৰে মদ, আফিঙ্গ, ভাঙ্গ বৰকৈ খাই, আৰু বৰাগাহৰিকো খাই। লাহোৰ পুৰে নানা সৰু সৰু ৰজাৰ অধিন আচিল, পাচে ৰঞ্জিত সিংহে অধিপতি হল, কিন্তু এতিয়া তেওঁৰ বংসৰ দলিপ সিংহ ৰজা থকাত ইঙ্গৰাজৰ সৈতে ৰন লগাত লাহোৰ দেস ইঙ্গৰাজৰ অধিন হই গৈচে। চিক লোকে গুৰু নানকৰ মতে চলে সিহতৰ ভাসা আৰু আখৰ বেলেগ। লাহোৰৰ ৰাজধানি লাহোৰ নগৰ, সি পুৰে মহানগৰ আচিল, আৰু এতিয়াও ৰজাৰ থকা ঠাই, তাত অনেক উত্তম ঘৰ আচিল, সেই বোৰ নষ্ট হৈ গৈচে, তেও জেহাংগিৰ বাদস্যাৰ জি মৈদাম, সি অকল আগ্ৰাৰ তাজমহালতকৈহে সৰু। লাহোৰত অমৰেস্বৰ নামে এক তিৰ্থ থকা নগৰ আচে, তালৈ অনেক জাত্ৰি জাই।

নৰ্মদা নদিৰ দখিনে দখিন দেস, তাৰ সমুদ্ৰৰ তিৰৰ ঠাইত বাজেঁ গোটেই ঠাই ওখ আৰু অনেক সস্য হই। দখিনত প্ৰধান প্ৰদেস খান্দেচ, আওৰঙ্গাবাদ, বিজয়পুৰ, হাইদৰাবাদ, ইত্যাদি নিজামআলিৰ দেস, বিৰাট ৰজাৰ দেস অৰ্থাত বেৰাৰ, উতকল অৰ্থাত উৰিয়া, আৰু উত্তৰ চৰকাৰ।

খান্দেচ প্ৰদেসৰ নিচিনা জুধলৈ ভাল ঠাই প্ৰিথিবিত নাই, তাত সিলৰ গৰ ইত্যাদি জিবোৰ কোঁঠ আচে, তাক মানুহে কৰা নহই, কিন্তু স্বভাৱিক পৰ্বতৰ দোআৰাই হৈচে। ইয়াৰ ৰাজধানি পুৰে ৰহানপুৰ আচিল, ইঙ্গৰাজৰো সেয়েই ৰাজনগৰ হৈচে।

খান্দেচৰ দখিনে আওৰঙ্গাবাদ আৰু বিজইপুৰ এই দুই প্ৰদেস, তাৰ ভুমি সমান নহই, কোনো কোনো ঠাই পৰ্বতিয়া। খান্দেচৰ দৰে ইযাতো অনেক স্বাভাবিক কোঁঠ আছে আৰু মহাৰাষ্ট্ৰবিলাকৰ এই মুল ঠাই; সিবিলাকৰ ৰাজধানি পুন্যগ্ৰাম নামে এখন বৰ নগৰ আচিল, সি এতিয়া ইঙ্গৰাজৰ অধিন। চাটাৰা নামে এক নগৰ আচে, তাতে ইঙ্গৰাজে পেচুআক ভাঙ্গি এক ৰজা থাপিচে। পুৰ্বৰ ৰাজধানি জি বিজইপুৰ, সি অতি প্ৰধান নগৰ, আৰু তাৰ কোঁঠ অতি ডাঙ্গৰ। আওৰঙ্গাবাদ, দৌলতাবাদ, আৰু দুই পুৰনি নগৰ আচে। দৌলতাবাদৰ ওচৰত এলোৰাৰ আচৰিত ৰকম সকল আচে; এখন পৰ্বতক খুলি নানা মন্দিৰ কৰিচে, আৰু তাৰ ভিতৰত সুন্দৰ সুন্দৰ মুৰ্তিবিলাক আচে।

হাইদৰাবাদ, নানদিৰ আৰু বিদৰ, এই তিন প্ৰদেস নিজামৰ ৰাজ্য, নিজাম আলি ইঙ্গৰাজৰ কৰতলিয়া। তেওঁৰ ৰাজধানি হাইদৰাবাদ নগৰ; তাৰ ওচৰত গলকণ্ডা নগৰ, জত হিৰাৰ আকৰ আচে।

বেৰাৰ বা বিৰাটপ্ৰদেস নাগপুৰৰ ৰজাৰ অধিন, কিন্তু তেওঁ ইঙ্গৰাজৰ কৰতলিয়া। এই প্ৰদেসৰ ৰাজধানি নাগপুৰ।

দখিন দেসৰ সাগৰৰ তিৰত উৰিয়া প্ৰদেস, তাৰ লোকবিলাকৰ ভাসা বেলেগ। তাৰ প্ৰধান নগৰ বালেস্বৰ আৰু কটক। কটকৰ গুৰিত জগনাথ খেত্ৰ, তালৈ অনেক জাত্ৰি জাই।

চৰকাৰ প্ৰদেসো সাগৰৰ তিৰত। কম্পানিয়ে আদিতে এই প্ৰদেসৰ অধিকাৰ পালে। ইয়াত নানা বিধিয়া কাপৰ কৰে, ঘাই চিট।

দখিন দেসৰ পচিমে সাগৰৰ এক উপদিপত বম্বাই নামে এক মহা নগৰ, সি ইঙ্গৰাজৰ, ৰাজ্যৰ তিনি ৰাজধানিৰ ভিতৰত এক ৰাজধানি, আৰু তাত বানিজ্যো হই। এই নগৰৰ ধনৱন্ত লোক অনেক পাৰ্চি; তাত দুই লাখ কুৰি হেজাৰ মান মানুহ আচে। বম্বাইত এজন গবৰ্নৰ আৰু এখন সভা থাকে।'

লৰাৰ মিত্ৰ।






# নিধিৰাম ফেয়াৰউৱেল

হিন্দুস্থানৰ বুৰঞ্জি।

History of Hindustan,—From the Dig Dorson.

গজনিৰ বাদস্যা মহমদৰ দোআৰাই জই কৰাৰ পৰা মচলমান লোকৰ ৰাজ্য নস্ট কৰি ইংলণ্ডিয়াবিলাকৰ ৰাজ্য থাপন হোআলৈকে হিন্দুস্থানৰ বুৰঞ্জি ইয়াত আৰু পাচতো লিখা জাব। জি নানা ৰজাবিলাক সিংহাসনত বহিছিল, সিবিলাকে ক্ৰমে ক্ৰমে হিন্দুস্থানৰ বহু দেশ জয় কৰিছিল, এই হেতুকে সিবিলাকে আক্ৰমন কৰাৰ বিবৰণ ক্ৰমেৰে লিখোঁ, আৰু সিবিলাকৰ দোআৰাই জই কৰা হোৱা প্ৰতি দেসৰ বিবৰণে সৈতে সেই সেই দেসৰ সিমা, আৰু জি কোনো কথাৰে তাক বিসেস ৰূপে জনা জাই, তাকো সংখেপকৈ লিখিম। মচলমানৰ দোআৰাই এই ভাৰতবৰ্স জই কৰাৰ ইতিহাস আমি মচলমানৰ ইতিহাস লিখকৰ দোআৰাই জানিছোঁ।

Invasion of Sabuktigin

জি জন পৰাক্ৰমি জয়জুক্ত মানুহে প্ৰথমে ভাৰতবৰ্সত আপোনাৰ ৰাজ্য থাপন কৰিলে, তেৱেঁ গজনিৰ বাদস্যা মহমদ। সেই গজনি নগৰ সিন্ধু নদিৰ পচিম সিমাতে দিলিৰ উত্তৰ পচিম সিমাৰ পৰা আৰ্হে স কোচৰ অন্তৰত থাপন কৰা হৈছিল। মহমদৰ বাপেক চবুক্তগিন বাদস্যা অতি সাহিয়াল মানুহ আছিল, তেঁৱে ভাৰতবৰ্সক বেলিএ বেলিএ আক্ৰমন কৰিছিল। দেস লুটিবলৈ তেওঁৰ প্ৰধান ইচ্ছা হোআত কেৱল সিন্ধু নদিৰ পৰা অলপ ডুৰলৈহে লুট কৰিব পাৰিলে। তেওঁৰ পুত্ৰ অৰ্থাত তেওঁৰ সিংহাসনৰ অধিকাৰি জি মহমদ, তেওঁৰ বুৰঞ্জি পুৱৰ ইতিহাসৰ পৰা লিখিবলৈ বৰ ডুখৰ কাৰণ হব; কিয়নো এই জি উত্তম মহাদেস ভাৰতবৰ্স বহুকালৰ পৰা কোনো জুধ কৰাৰ নোহোআকৈ আছিল, সেয়ে এই নিদয়া ৰজাৰ

দোআৰাই একে বাৰে লুট কৰাত বিনাস হৈ গল। আৰু সেই নাস কৰোঁতা মানুহৰ মনত দেস্ জই কৰিবৰ নিমিতে জি বায়ু ৰূপ ইচা জনমিচিল, সেই ইচা মহমদৰ মত থাপন অৰ্থাত ধৰম থাপন কৰিবৰ বাঞ্চাৰ দোআৰাই বাৰ্হি গল। তেৱে জিজি প্ৰকাৰে লুট কৰা বস্তু সাঁচিলে, সেই কথা পৰ্হিলে কোনোএ বিস্বাস নকৰিব। জদি কোনোএ এই কথাত সংসই কৰে, তথাপি সিবিলাকে মনত ভাবি দেখোক, বহু কালৰে পৰা এই ভাৰতবৰ্ষৰ বহুমুল্য বেপাৰৰ সকলো বস্তু প্ৰিথিবিৰ আন আন দেশলৈ গৈচে, আৰু এই ভাৰতবৰ্ষৰ লোকবিলাকৰ স্বভাৱৰ দৰে আপোন দেসত উত্‌পন হোআ বস্তুৰ সলনি সেই সেই দেসৰ পৰা আন কোনো বস্তু ভাৰতবৰ্ষলৈ অহা নাই। সেই নিমিতে প্ৰিথিবিৰ অধিক ভাগৰ ধন অনেক কালৰে পৰা এই ভাৰতবৰ্ষৰ উদৰত সঁচা হৈ আচিল, আৰু ভাৰতবৰ্ষৰ কুসল গুচাই তাৰ সকলো সম্পতি হৰি নিবলৈ মহমদৰ আগেয়ে এনে কোনো জুধো হোৱা নাইকিচিল।

## Mahomed of Ghazni.

চবুক্তগিনৰ ইস্মাএল আৰু মহমদ, এই দুই পুতেক আচিল। ইস্মাএলৰ অতি ম্ৰিদু আৰু প্ৰসন স্বভাব হোআৰ কাৰনে তেওঁৰ বাপেকে জি ৰাজ্য জই কৰি পাতিলে, কেৱল সেই ৰাজ্যকেহে সাসন কৰি ৰাখিবলৈ তেওঁৰ সক্তি আচিল; তথাপি তেওঁৰ ভায়েক মহমদ আপোন দেসলৈ ঘুৰি নহালৈকে তেওঁ জেন সিংহাসনত বহি ৰজা হব পাৰিব, এনে আসা কৰি আপোন বাপেকৰ মনত উচাহ জনমালে। তাতে ইস্মাইল বলখ নগৰৰ ৰজা হল। পাচে তেওঁ ৰাজসিংহাসনত উঠি তাক পুনৰাই এৰি দিবলৈ ইচা নকৰিলে, কিন্তু আপোনাৰ ভায়েকৰ লগত জুধ কৰিবলৈ জুগুত হল; সেই সময়ত তেওঁৰ ভাই মহমদ আপোন ৰাজ্যৰ পৰা দুৰৈ প্ৰদেসত আচিল। মহমদে ৰাজ্যৰ সলনি তেওঁৰ এক প্ৰদেস খোৰাচান ৰাজ্য আপোন ভায়েকক নিচইকৈ দিবলৈ স্বিকাৰ কৰিচিল, কিন্তু ইস্মাইলে ৰন কৰি আপোন ৰাজ সাসন লবলৈ উদ্যোগ কৰিলে, আৰু ৰাজ গোলা মেলি অনেক ধন উলিয়াই আপোনাৰ সৈন্য বিলাকক দান কৰিলে। এনে সময়তে মহমদ সৈন্য সৈতে উভতি আহিবলৈ ধৰিলে; পাচে আহিলত দুয়ো ভায়েকৰ মাজত মহা জুধ লাগিল, তাতে অনেক প্ৰানি নষ্ট কৰা হল। সেসত ইস্মাএল পৰাজই হলত, ৰণ কৰিবলৈ আৰম্ভন নৌ কৰোঁতেই জি লোৰ পিঞ্জৰা সাজি মহমদ ভায়েকক তাৰ

ভিতৰত ভৰাই বন্দি কৰি ৰাখিব খুজিচিল, পাচে সেই পিঞ্জৰাতে মহমদে তেওঁক কইদ কৰি ৰাখিলে। তাৰ পাচত মহম্মদ জই হৈ সিংহাসনত ৰহিল, আৰু আপোন ভাযেকে সৈতে জুধ্‌ কৰোতে জি সৰু সৰু ৰজাবিলাকে তেওঁৰ অহিতে আচৰণ কৰিচিল, সিবিলাকক দমন কৰি ভাৰতবৰ্ষক আক্ৰমন কৰিবলৈ উপাই কৰিলে।

## Mahomed's first Indian Expedition.

গজনিৰ সিংহাসনত উঠিবৰ কালত মহমদে প্ৰতিগ্যা কৰিলে, বোলে, মই আপোনাৰ সকলো সৈন্য লৈ হিন্দুস্থানৰ নিবাসি দেও পুজকবিলাকক আক্ৰমন কৰিম। মহমদ জি বাৰে বেলিএই ভাৰতবৰ্ষলৈ আহি লৰা বুৰা আদি কাকো দযা নকৰি ৰজাবিলাকৰ ৰাজ ঘৰ, আৰু দেৱতাবোৰৰ মন্দিৰ লুট কৰি সমথল কৰিলে, আৰু স স বচৰৰে পৰা সাঁচি থোৱা জি ধন সম্পতি ভাৰতবৰ্ষত আচিলে, সেই সকলোকে লৈ আপন দেসলৈ গৈচিল, সেই বাৰেবেলিৰ প্ৰথম বেলি· ভাৰতবৰ্ষলৈ আহোঁতে ১০০০ সঁক হৈচিল।

সিন্ধু নদি পাৰ হৈ তেওঁ লাহোৰ নগৰক প্ৰথমে আক্ৰমন কৰিলে সেই লাহোৰ নগৰ হিন্দুস্থানৰ অতি বৰ লাভৰ ঠাই আচিল, সেই দেসেদি সতদ্ৰু, বিযাচ, চন্দ্ৰভাগা, ঐৰাৱতি, আৰু বিতস্তা, এই পাচ নদি বই, সেই কাৰণে তাৰ নাম পঞ্জাব অৰ্থাত পাচ পানি বোলে, সিন্ধু নদি আৰু দিলি এই দুযোবো মাজতে লাহোৰ দেস, দিঘলে ১৮০ ক্ৰোচ, পথালিযে ৮৬ কোচ। লাহোৰ নামে সেই প্ৰদেসৰ ৰাজধানি অতি পুৰনি নগৰ, আৰু কোনো কোনোএ ভাবে বোলে, চিকন্দৰ মহা বাদস্যাই সেই নগৰ সাজিলে। লাহোৰ হিন্দুস্থানৰ অহা জোআ কৰা বাট, সেই নিমিতে দুযো ফালৰ বাদস্যাবিলাকৰ জুধত সেই নগৰৰ ওপৰত সদাই আপদ জনমে, তাতে সেই প্ৰদেস আন সকল প্ৰদেসতকৈ তেজেৰে পুৰ হৈচিল, তাত বাহিৰে সেই দেসৰ লোকবিলাক অতি সাহিযাল। সেই কালত লাহোৰ নগৰ জইপাল ৰজাৰ অধিন আচিল, চবুক্তগিন বাদস্যাই তাক আগেযে জই কৰিচিল, তথাপি তেওঁৰ পুত্ৰ মহমদ বাদস্যাৰ সহিত ৰন কৰিবলৈ জই পাল ৰজাই বিমুখ নহল, কিন্তু ১২,০০০ ঘোৰা চিপাহি আৰু ৩০,০০০ সেনা আৰু ৩০০ হাতি জুগুত কৰি মহমদৰ লগত জুধ কৰিলে। তাতে দুযোফালৰ অতি ঘোৰ জুধ হল। মহমদৰ সেনা অলপ হোআতো তেওঁ জইপাল ৰজাক জই কৰি, জইপাল ৰজাক ৫০০০ সৈন্য

সংহাৰ কৰিলে, আৰু ৰজাও তেওঁৰ হাতত পৰিল। এই ৰনত মহমদে বহুলুট কৰা বস্তু পালে, আৰু জইপাল ৰজাৰ সোলে ধাৰ মুকুতাৰ হাৰ পালে, সেই প্ৰতিহাৰৰ মূল্য এক লাখ আসি হেজাৰ টকা হই। তাৰ চাউনিতো এই ৰূপে বহু লুট কৰা বস্তু লোকবিলাকে পাইচিল। জইপাল ৰজাও বহু ধন দি পাচেও অনেক ৰাজকৰ দিম বুলি চিকাৰ কৰাত মুকলি হল। পুৰ্বে ভাৰতবৰ্সত এনে ৰিতি আছিল, কোনো হিন্দূ ৰজা জদি মচলমানৰ দোআৰাই দুবেলি ৰণত পৰাজই হই, তেন্তে সেই ৰজা সিংহাসনত বহিবলৈ আৰু অযোগ্য, সেই কাৰণে ৰজা জইপাল অপমানত অতি লাজ পাই, আপোনাৰ ৰাজভাৰ আপোন পুত্ৰৰ হাতত সমৰ্পন কৰিলে, আৰু চিতা জুগুত কৰি আপোন সৰিল পৰিত্যিয়াগ কৰিলে, তেওঁৰ পুত্ৰ আনন্দপাল সেই বচৰতে বাপেকৰ সিংহাসনত বহিল।

## Mahomed's Second and Third Expeditions.

মহমদৰ দুতিয় বাৰ জুধৰ কালত নতুন ৰাজ্য আৰু ধন পোআৰ আসাতকৈ পুৰ্বে পাতি থোৱা ৰাজ্য ৰাখিবলৈ ইচা আছিল।

আনন্দপালৰ অধিন বেখিৰা নামে এক মানুহে ৰাজকৰ দিবলৈ আটক কৰিচে, এনে মিচাৰে চল কৰি ১০০৪ সঁকত মহমদ ত্ৰিতিয় বাৰ এই ভাৰতবৰ্সত ৰন কৰিবলৈ জুগুত হল। বেখিৰাৰ ৰাজধানি মুলতানৰ ওচৰত তহিৰা নামে নগৰ অতি সকতকৈ সজা হৈছিল, আৰু ৰজা ইমান সাহিয়াল হৈ আপোনাক ৰাখি থকা দেখি মহমদে তাত নিচই ত্ৰাস হল; কিন্তু সেসত বেখিৰাই উপাই নেদেখি আপুনি গৰৰ মাজলৈ পলাই গল, তাকে জানি মহমদে তেতিখনে সেই গৰ আব্ৰিত কৰি ধৰিলে। বেখিৰাই সেই গৰত আপোনাক ৰখ্যা কৰিবলৈ অতি সঙ্কটৰ ঠাই হেন জানি কটক সৈন্য লগতলৈ তাৰ পৰা পলাই গল। মহমদে এই বাত্ৰা পাই, আপোনাৰ সৈন্য বিলাকক দুভাগ কৰিলে, তাৰ এভাগক সেই পলোআ ৰজাক বিচাৰিবলৈ পঠালে, আন ভাগ সেনা লই আপুনি সেই গৰ অতি জতন ৰূপে বেৰিলে। বেখিৰা ৰজাই আপোন প্ৰান ৰাখিবলৈ কোনো উপাই নেদেখি সত্ৰুবিলাকৰ মাজেদি তৰোআলৰ দোআৰাই পথ কৰি পলাবলৈ জতন কৰিলে, কিন্তু মহমদৰ সেনাই তেওঁৰ বহু সৈন্যবোৰক সংহাৰ কৰি অৱসেস সেনা জিবোৰ আছিল সেই বোৰক বন্দিকৈ ধৰিলে। এই দুৰ অৱস্থাৰ পৰা ৰখ্যা পাবৰ কাৰণে বেখিৰাই আপোন হিয়াত অস্ত্ৰ মাৰি

প্রান তিয়াগ কৰিলে। পাচে সেই ৰাজধানি নগৰ নিচয়ে মহমদৰ অধিন হল, আৰু সেই নগৰৰ ধন আৰু অলঙ্কাৰ সকল তেওঁ গজনিৰ নগৰলৈ পঠাই দিলে, আৰু সেই ৰাজ্যখন তেওঁ আপোনাৰ ৰাজ্যে সৈতে মিলাই ললে।

## Fourth Expedition—Multan taken.

চতুর্থ বাৰ মহমদে কেবল মুলতানৰ নিমিত্তেহে আগমন কৰিছিল; কিয়নো সেই সময়ত মুলতান দেস দাউদৰ অধিনত আছিল, আৰু দাউদে মহমদৰ অধিন হবলৈ স্বিকাৰ নকৰিলে। সেই দেস সিন্দু নদিৰ পুব ফালে, আৰু তাৰ সিমা প্রাই সিন্ধু নদিৰ জাব নোআবা ঠাইৰ পৰা সাগৰ প্রবেস কৰালকৈ হৈছিল; তাৰ দিঘলে ১৮৩ ক্রোচ, আৰু বহলে ১০৮ ক্রোচ নিৰুপন কৰা হৈছিল। আগৰ কালত তাৰ ৰাজধানি অতি বহল আৰু দিঘল আছিল। আৰু তাৰ গৰৰ ওপৰত ১০০ বুৰুজ আছিল, আৰু সেই কোঁঠৰ অনেক অনেক চিন এতিয়া লৈকে আছে। মহমদৰ বহুত সৈন্য আছিল, কিন্তু তেওঁৰ আপোনাৰ দুই সত্রুৰ লগত অর্থাত দাউদে সৈতে আৰু জিচে তেওঁক নিতে পতি দুখ দিবলৈ জতন কৰিছিল, সেই আনন্দ পাল ৰজাৰ লগতো জুধ কৰিব লগা হল। আনন্দপাল ৰজাৰ সৈন্য অধিক হলেও সাহ আৰু ৰণৰ বিদ্যাত নিচেই হিন হৈছিল, কিয়নো চুলতানৰ দোআৰাই বনত হাৰি কাস্মিৰ নগৰলৈ পলাইগল। মহমদে সকলো সৈন্য সৈতে মুলতানক আক্রমন কৰি। নিচেই ঢিল ভাবে তাৰ ওপৰত অধিকাৰ হল। পাৰ্চিৰ ইতিহাস লিখক সকলে সেই নগৰৰ লুট কৰা কথা লিখা নাই হই, কিন্তু তাৰ বেপাৰ আৰু ঐস্বর্জৰ দোআৰাই মহমদে বহুত বস্তু লুট কৰি নিলে বুলি জনা জাই। দাউদে প্রথমে হাৰিত পলাই আছিল, পাচে মহমদে সেই কথা বুজ পালে, কিন্তু অধিক ৰাজকৰ দিম বুলি কথা বন্ধাত মহমদে পুনৰবাৰ তেওঁক সিংহাসন এৰি দিলে।

## Fifth Expedition—Defeats seven Hindu Rajas.

১০০৮ সঁকত আনন্দপাল ৰজাই লোকৰ অধিনত নেথাকোঁ বুলি অথিৰ হৈ মহমদৰ হাতৰ পৰা মুলতান লবলৈ কার্বাৰ কৰিলে, সেই কাৰনে চুলতানে ক্রোধ কৰি পঞ্জাব নগৰৰ ওপৰত আপোনাৰ ক্রোধ ব্রিষ্টি কৰিবলৈ জুগুত হল। এই নিমিতে তেওঁ পঞ্চ বাৰ ভাৰতবর্স আক্রমন কৰিবলৈ আৰম্ভন কৰিলে। আনন্দ-

পাল ৰজা লোকৰ অধিনত থকাৰ কথা এৰি আপোন প্ৰান ৰাখিবৰ নিমিত্তে হিন্দুস্থানৰ আন আন মহাৰজাবিলাকৰ তলৈ এই সম্বাদ পঠালে, বোলে, তোমালোক সকলে একে মন হৈ মোৰ এই সত্ৰুৰ লগত ৰন কৰিবলৈ আঁহা। এই কথাতে উজ্জইনি, গোআলিয়ৰ, কালিঞ্জৰ, কনৌজ, দিলি আৰু আজমেৰ, এই এই দেসৰ ৰজাবিলাক আপোন আপোন সৈন্য বিলাকক লগতলৈ আনন্দপাল ৰজাৰ সহাই হবলৈ আগমন কৰি আহিল; সিবিলাকে সাহ আৰু দ্ৰিঢ় প্ৰতিগ্যা কৰি আহিল, কিন্তু মহমদৰ সহিতে ৰন কৰিবলৈ সিবিলাকৰ মাজত কোনো মুখ্য জুধাৰু নাচিল। ভিন ভিন দেসৰ ইমান সৈন্য অনেক কালৰে পৰা আহি কেতিয়াও ভাৰতবৰ্সত গোট খোআ নাই। মহমদে পেস্তাৱৰ চহৰৰ ওচৰৰ এক পথাৰত চাউনি কৰি আছিল, আৰু তেওঁৰ সমুখে হিন্দুস্থানৰ ৰজাবিলাকেও চাউনি কৰিলে; হিন্দুবিলাকৰ সৈন্যবিলাক দিনে পতি সংখ্যাতে আৰু সাহতে ব্ৰিধি হবলৈ ধৰিলে। ছুকুৰি দিনলৈ ছুয়ো ফৌজে সমুখা সমুখিকৈএ থাকিলে। মহমদৰ সকত কোঁঠ আছিল, আৰু তাত বাহিৰেও হিন্দুবিলাকে তেওঁক জেন প্ৰথমে আক্ৰমন কৰিব, তেওঁৰ এনে বাঞ্চা আছিল, আৰু সেসত সেয়ে ঘটিল। হিন্দুবিলাকে তেওঁৰ ওচৰলৈ আহোঁতেই মহমদৰ সেনাবিলাকে সিহঁতক সংহাৰ কৰিলে; সেসত মহমদে সিহঁতক নিচেই ক্লান্ত হোআ জেন দেখি আপুনি চাউনিৰ পৰা ওলাই সেই নিৰ্বলি সত্ৰুবিলাকৰ ওপৰত ঘোৰ জুধ কৰি সকলোকে আক্ৰমন কৰিলে।

ভাগ্যৰ নিমিত্তে সেই দিনত এটা দুৰঅৱস্থা ঘটিচিল, সেই কাৰণে তেওঁ সেসত জই হল। সকলো হিন্দু ৰজাবিলাকৰ সৈন্যৰ সেনাপতি বিলাকে লাহোৰ ৰজাৰ হাঁতিৰ আগলৈ এক প্ৰকাৰ অগ্নিবান মাৰিচিল, তাতে সেই হাঁতিএ ভই পাই ৰণ ভুমিৰ পৰা ৰজা সমনিতে লৈ পলাই গল; কিন্তু তেতিখনে হিন্দু সৈন্যবিলাকে আপোনাৰ প্ৰধান সেনাপতি স্বৰূপকৈ পলাই গল হেন ভাবি, সিহঁতো পলাই গল। তাতে মহমদে আপোনাৰ ঘোঁৰা চিপাহি বিলাকক লগত লৈ দুদিনৰ বাটলৈকে সিহঁতক কাটি কাটি সিহঁতৰ পাচত খেদি গল; সেই সময়ত ২০,০০০ সৈন্যক কাটি নিপাত কৰিলে, তাত বাজে ৰন ভুমিত বা কিমান মৰিল তাক গনিবলৈকে নহল। তেওঁ এই জুধত দুকুৰি হাতিৰ ভাৰৰ সমান লুট কৰা বহুমুল্য বস্তু পালে, আৰু তাতে মহমদৰ নামৰ জস বায়ুতকৈও আগ হৈ আচিয়া বৰিসৰ সিমালৈকে বিয়াপি গল।

## He takes the fort of Bhim.

এই মান সৰহ লুট কৰাতো ধনলৈ তেওঁৰ আক্ৰোহ নুগুচিল, কিযনো হিমালই পৰ্বতৰ নগৰ কোঁঠ প্ৰদেসত পুৰ্বে সজা ভিম নামে এক কোঁঠত এটা উত্তম দেৱালয আছিল; তালৈকে চাৰিও ফালৰ পৰা জাত্রিক বিলাকে তিৰ্থ দৰ্সন কৰিবলৈ জাই, তাত বাহিৰে সেই ঠাইত ইমান সৰহ ধন সাচি থোৱা হোৱাত মানুহে কই বোলে, সেই দেৱালইৰ খোটালিৰ ভিতৰ বোৰত সোনৰ পাত খুআইছিল। সেই কোঁঠতো এটা ওখ পৰ্বতৰ টিঙ্গৰ ওপৰত অতি সেমেৰে সজা হৈছিল, আৰু সত্রু বিলাকে তাক পাব নোআৰাকৈ সেই ঠাই অতি দুৰ্গম হোৱা জানি ৰজাবিলাকে আপোন আপোন সকলো সম্পতি তাতে সাচি থৈছিল, এই হেতুকে জনা জাই, ভাৰতবৰ্ষৰ কোনো এক ৰজাৰ গোলাতকৈও অধিক ৰূপ সোন আৰু বহু মুল্য হিৰা আদি আছিল। মহমদে আপোনাক বশত জই কৰি এটাযেই অতি বেগে সেই ঠাইলৈ গৈ সেই কোঁঠ বেৰিলে, আৰু তাৰ চাৰিও ফালৰ গাঁওবোৰক লুট কৰিবলৈ আপোনাৰ সেনা বিলাকক পঠালে। জি ব্ৰাহ্মনবিলাক সেই ৰাজ গোলাৰ ৰখিয়া আছিল, সিবিলাকে আপোনাৰ অলপ সৈন্যকে লৈ তাক ৰাখিবৰ জুগুত হল; আৰু জি পাসণ্ড মচলমান মহমদ সেই থানৰ অধিকাৰি দেও সিবৰ ধৰ্মালই অপবিত্র কৰিবলৈ উদ্যোগ হৈছিল, তেওঁক সাপ দিবলৈ ধৰিলে, মহমদে সিবিলাকৰ সাপলৈ একো নেমানি আৰু অধিক ৰূপে কঠিনকৈ জুধ কৰিবলৈ ধৰিলে। পাচে ব্ৰাহ্মন বিলাকে পুনৰপি উদ্যোগ কৰা মিচা স্ৰম জানি কোঁঠ সমৰ্পন কৰিবৰ কাৰনে সেই জযজুক্ত সৈন্যবোৰ প্ৰবেশ হবৰ নিমিত্তে কোঁঠৰ কপাট মেলি দিলে। সেই দেৱালইত সাতলাখ সোনাৰ মোহৰ, আৰু সাত স মোন সোনাৰ আৰু ৰূপৰ পাত্র, আৰু চুকুৰি মোন সুধু সোনাৰ কামি আৰু দুই হেজাৰ মোন ৰূপ, আৰু কুৰি মোন অলঙ্কাৰ পালে; সেই সকলো বস্তু দেৱালই নিৰ্মান কৰা কালৰে পৰা সাচি থোৱা হৈছিল। এই অসংখ্যা সম্পত্তি লৈ মহমদে গজনিনৰ নগৰলৈ পুনৰবাৰ গমন কৰিলে। তেওঁ সেই ঠাইত এখান বৰ পথাৰত ৰাজ সভা কৰি অনেক মানুহৰ আগত আপোনাৰ সঞ্চিত সম্পতি দেখুআলে, আৰু আপোনাৰ সেনাপতি, ওমৰ আৰু মুখ্য সেনা বিলাকক বহুমুল্য বটা দিলে। এই সকলো জুধত মহমদে জিমান দেও মুৰ্ত্তি দেখিলে, সেই সকলোকে ভাঙ্গি নষ্ট কৰিলে, আৰু মহমদে সেই সেই দেসৰ লোকক মৰনৰ,

আৰু আন দেসলৈ বন্দিকৈ বেচাৰ ভই দেখুআই মহমদৰ মত অর্থাত মচলমানৰ ধৰম বলেৰে লোআলে।

## Sixth Expedition Thuneswar and Delhi plundered.

১০১১ সঁকত সন্টবাৰ এই ভাৰতবৰ্ষলৈ আহি মহমদে থানেস্বৰ আৰু দিলি নগৰ লুট কৰিলে। থানেস্বৰ অতি পুৰাতনিয়া নগৰ আৰু দিলি জিলাৰ ভিতৰ, আৰু দিলি নগৰৰ পৰা ৩০ ক্রোচৰ অন্তৰ। তাৰ ওচৰেদি সৰস্বতি নদি বৈচে, আৰু কুৰুক্ষেত্রৰ সৰোবৰ সেই থানেস্বৰৰ ওচৰত আচে। মহাভাৰতত জি সকল কথা বর্ণাইচে তাৰ ঠাই এই দেস, আৰু ভাৰত ৰজাৰ ৰাজধানি হস্তিনাপুৰ নগৰো সেই দেশতে আচে। মচলমান লোকে জেনেকৈ মেকা নগৰক বৰ পুন্যৰ ঠাই বুলি মান কৰে, সেই ৰূপে হিন্দু লোকেও সেই ঠাইক তেনেকৈ মানে, আৰু সেই ঠাইত মন্দিৰৰ সমান ভয়ঙ্কৰ গৰৰ নিচিনা পুন্যৰ নিমিত্তে দান দিয়া ধনেৰে পৰিপুৰ্নহৈ আচে, ইআকে মহমদে স্তুনিলে। তাতে হেজাৰ হেজাৰ সৰু প্রতিমাৰ মাজতো এক প্রধান দেওমুর্ত্তি থাপনা কৰা হৈচিল; আৰু সেই ঠাইৰ ব্রাহ্মন বিলাকে গর্ব কৰি কই বোলে, সেই মুর্তি প্রিথিৱি থনৰ সমান পুৰনি হৈচে।

মহমদে আনন্দপাল ৰজাক আগ্যা কৰি কৈ পঠালে, তুমি মোৰ মিত্র হোআ ৰজাবিলাকৰ দৰে মোৰ লগত অহা সৈন্যবোৰৰ আহাৰৰ বস্তু সিইতলৈ জোগাই দিয়া। কিন্তু লুট আৰু নাস হোআৰ পৰা থানেস্বৰ নগৰক ৰখ্যা কৰিবলৈ আনন্দপাল ৰজাৰ অধিক ইচা আচিল, সেই নিমিত্তে তেওঁ অনেক হাতি আৰু সোন, ধন আৰু অলঙ্কাৰ আদি বস্তু মহমদক দিবলৈ অঙ্গিকাৰ কৰিলে। মহমদে তেওঁৰ সেই সকলো বিনয়তো সন্তোস নহৈ, উতৰ দিলে, বোলে, মচলমানৰ সাস্ত্রৰ প্রমানৰ দোআৰাই দেৱতাৰ পুজা জিমান হানি হই, আৰু মহমদৰ জসস্যাৰ খিয়াতি জিমান ব্রিধি হই, তাৰ দোআৰাই লোকবিলাকৰ স্বৰগ লাভ হব। সেই থানেস্বৰ নগৰৰ অধিকাৰি জি দিলিৰ ৰজা, তেওঁৰ আগত জেতিয়া মহমদৰ আগমনৰ বাত্রা কোআ হল, তেতিয়া তেওঁ হিন্দুস্থানৰ সকলো ৰজাবিলাকৰ ওচৰলৈ কটকি পঠালে, আৰু প্রার্থনা কৰিলে জেন সিবিলাক সকলো সৈন্য সৈতে আহি দেৱতাবোৰৰ সেস আস্রই হৈ অপবিত্রৰ পৰা ৰখ্যা কৰে। পাচে সেই মিলন হোআ ৰজাবিলাক তেওঁৰ সহাই হবলৈ জাওঁতে জাওঁতে দিলিৰ ৰজাৰ

ওচৰ নৌ পাওঁতেই মহমদৰ সৈন্য বিলাক অতি বেগে আহি সেই থানেস্বৰ নগৰ খনক সমুদাই বেৰিলে। সেই ঠাইৰ লোক বিলাক জুধ কৰিবলৈ নজনা হেতুকে নগৰ খন মহমদৰ হাতত অতি বেগতে সমৰ্পন কৰা হল। ঐস্বৰ্জ আৰু ধন আৰু সকলোতকৈ মনোহৰ জি এই নগৰ, সেয়ে মহমদৰ সৈন্য-বিলাকে লুট কৰাৰ দোআৰাই এক নিমিসৰ ভিতৰতে সমুলি সংহাৰ কৰা হৈ নষ্ট হল। সেনাবিলাকে দেৱালইৰ ধন সোন সকলোকে লুট কৰি লৈ দেৱালইক ভাঙ্গি সমথল কৰিলে; আৰু দেও মুৰ্তি বোৰক ভাঙ্গি নগৰৰ ৰাজ বাটত সিচৰিকৈ পেলাই দিলে। কিন্তু প্ৰধান জিটো মুৰ্তি তাক অধিক অমৰ্জতা কৰিবৰ কাৰনে ৰাখি থলে। সেই মুৰ্তিৰ দোআৰাই দেও পুজকবিলাকে আৰু বাৰ পুজা কৰিবলৈ জেন উচাহ নজনমে, এই নিমিতে সেই মুৰ্তি গজনিনৰ নগৰলৈ লৈগল, আৰু তাতে সকলো মানুহৰ আগত মুৰ্ত্তিৰ মুৰটোচিগি পেলালে, আৰু জইজুক্ত হোআ পৰাক্ৰমি মচলমান বিলাকে জেন ভৰিৰে খচকিব, এই ইচাৰে অৱসেসবোৰ জি থাকিল, তাক ভাঙ্গি ভাঙ্গি বাটত আৰু নগৰৰ আলিত পেলাই দিলে।

দিলিৰ ৰজাই তেওঁৰ সহাই হৈ ৰন কৰিবলৈ আন আন জি ৰজাবিলাকক মাতি আনিচিল, সেই কথা মহমদে বুজ পাই অতি ক্ৰোধেৰে পুৰ হৈ থানেস্বৰ নগৰ আক্ৰমন কৰি এটায়েই দিলিলৈ আগমন কৰিলে; দিলি জিলা দিঘলে ১৬৫ আৰু বহলে ১৪০ ক্ৰোচ। তাৰ মাজত গঙ্গা আৰু জমুনা এই দুই প্ৰধান নদি। দুই হেজাৰ এস বচৰৰ আগেয়ে দিলু নামে এক ৰজাই সেই নগৰ পাতিচিলে বুলি লোকবিলাকে কোআকুই কৰে; আৰু কোনোএ কই বোলে, আওৰঙ্গপাল নামে এক ৰজাই চৈধ্য স বচৰৰ আগৈএ দিলি নগৰতকৈও এখন বৰ নগৰ ভাঙ্গি আনি সেই নগৰ পাতিলে। সেই নগৰৰ অধিকাৰবিলাক বহু কালৰে পৰা স্বতন্ত্ৰ হৈ আচিল, পাচে লাহোৰৰ পাল বংস নামে মহাৰজাৰ অধিন কৰা হল। মহাভাৰতত জি ইন্দ্ৰপ্ৰস্থ নামে পুৰাতনিয়া নগৰৰ কথা লিখা আচে, সেই নগৰৰ ঠাইতে এই দিলি নগৰ সজা হৈচে বুলি জনা জাই। সেসে কনৌজ নগৰ জেনেকৈ হানি হবলৈ ধৰিলে, তেনেকৈ দিলি নগৰৰ ব্ৰিধি হৈ গল, আৰু কনৌজ নগৰ সমুদাই নাসহোআৰ পাচত মচলমান ৰাজ বংসৰ ৰাজ সাসন কৰাৰ সময়ত সেই দিলি নগৰ সকলো হিন্দুস্থানৰ ৰাজধানি হল, কিন্তু এতিয়া সেই ৰাজধানিৰ পদ তাৰ পৰা কলিকতালৈ আহিল।

মহমদে আপোনাৰ জয়জুক্ত সেনাবিলাকক লৈ এই মহাৰাজধানিৰ ওপৰত অতি সকত ভাৱে আক্ৰমন কৰিলে, তাতে তেওঁ বেগে অহা আৰু কঠিন ভাৱে

আক্রমন কৰাৰ দোআৰাই তেওঁৰ অহিতে জি জি বাধা আছিল, সেই সকলো বিফল হল; সেই নগৰ মহমদৰ হাতত পৰিল, আৰু তেতিখনে বিষ্ণুৰ নিচান গুচাই সেই ঠাইতে মহমদৰ অর্থচন্দ্রৰ নিচান লগোআত উৰিবলৈ ধৰিলে; আৰু সেই ৰজাৰ ঠাইক অতিসই অমর্জতা আৰু লুট কৰা হল। মহমদে সেই নগৰৰ ঐস্বর্জ বিভুতি আৰু তাৰ ঠাই বোৰ দেখি সন্তোস হৈ গজনিন ৰাজ্যৰ ভিতৰত জিলা কৰিবলৈ ইচা কৰিলে, কিন্তু তেওঁৰ সেনাপতিবিলাকে তেওঁক জনাই কলে, বোলে, লাহোৰৰ ৰজা জিমানদিন স্বতন্ত্র হৈ মাজ দেসত থাকে, সেই মান দিন গজনিনৰ ভিতৰ জিলা কৰা অসাধ্য। তাতে তেওঁ আপোন ইচা তিয়াগ কৰিলে, আৰু অনেক ৰাজ সম্পতি পাবলৈ সম্মত হৈ ৪০,০০০ ৰন কৰা অবসেস লোক আৰু অসিমাধন লৈ তেওঁ গজনিনলৈ পুনৰবাৰ আহিল।

## Seventh Expedition—Kashmir invaded.

এই জুধৰ দুই বচৰৰ পাচত আনন্দপাল ৰজাৰ ম্রিত্যু হল, তেওঁৰ পুত্র প্রিথিবি জইপাল সিংহাসনত উঠিয়েই মহমদৰ সহিত ৰন কৰিব খুজিলে, এই কাৰনে মহমদ সপ্তমবাৰ এই ভাৰতবর্সত ৰন কৰিবলৈ আহিল। জইপাল ৰজা তেওঁৰ জুধত পার্গত হোআ সেনাবিলাকে সৈতে জুধত বলে নোআৰি কাস্মিৰলৈ পলাই গল, আৰু গজনিনৰ বাদস্বাও তেওঁৰ পাচত সেই দেসলৈ গমন কৰিলে।

দিলিৰ উতৰ পচিমৰ ১৮০ ক্রোচ অন্তৰত কাস্মিৰ দেস সেয়ে দিঘে ৪০ ক্রোচ আৰু পথলিয়ে ২০ ক্রোচ। তাৰ চাৰিওফালে পর্বত আচে, তাৰ ভুমি অর্থাত দুই পর্বতৰ মাজৰ ভৈয়াম জেনেহে মনোহৰ তাক কবলৈকে ঠাই নাই। আকবৰ বাদস্বাৰ কালত স্রিনগৰ নামে এক নগৰ সেই কাস্মিৰ দেসৰ ৰাজধানি আছিল। এই উতম দেস নষ্ট কৰিবৰ কাৰনে মহমদে আপোনাৰ নাসক সৈন্যবোৰক এৰি দিলে, কিন্তু পর্বতৰ ওপৰত সজা কোঁঠবোৰক জই কৰিবলৈ কঠিন হল। সেই দেসৰ সকলো অমুল্য বস্তু তেওঁ লুট কৰিলে, তথাপি লোকোট নামে অতি সকত কোঁঠ জই কৰিবৰ নিমিতে প্রথম বচৰৰে পৰা তেওঁ তাতে আছিল; পাচে সেই কোঁঠ জই কৰিবলৈ তেওঁৰ সক্তি নোহোআত তাৰ পৰা উলতি আহিল, এই প্রথমবাৰ মহমদ ৰনত হাৰিল।

আমি জি কালৰ বিবৰন কৈচোঁ, সেই কালত কনৌজপুৰ হিন্দুস্থানৰ ৰাজধানি আচিল। সেই কনৌজ গজনিনৰ পৰা তিনি মাহৰ বাট, আৰু সাতখন নদিৰ সিপাৰে আচিলে হিন্দুস্থানৰ ইতিহাসত লিখা আচে বোলে, কনৌজ নগৰ পতাৰ ১৫০০স বচৰৰ পুৰ্বে আজোধ্যা হিন্দুস্থানৰ ৰাজধানি আচিল, আৰু অজোধ্যাৰ ৰাজ বঙ্গহৰ কোনো এজনে সেই কনৌজপুৰ নগৰ পাতিলে, আৰু লোকবিলাকে কই বোলে, আগেযে সেই নগৰ মেৰে ৫০ ক্রোচ হৈচিল। কনৌজপুৰ নগৰ ২৮০০ বচৰৰ আগেয়ে পতা হৈচিল বুলি মানুহে বুজে। বহুকাললৈকে কনৌজপুৰ ৰাজ্যৰ অধিকাৰ বিলাক বৰ পৰাক্রমি আচিল, সিবিলাকৰ মাজৰে সিংহ নামে এজন ৰজাৰ এক লাখ ঘোৰা সেনা আৰু চাৰি হেজাৰ বনুআ হাতি; আৰু চাৰি লাখ সেনা লৈ পাৰ্চিৰ বাদস্যাহ আপৰাচৰ লগত ৰণ কৰিচিলে। বাৰে স বচৰ আগেযে সেই নগৰত ইমাত অধিক লোক হোআত তাত ৩০০০ হেজাৰ তামুলিৰ বজাৰ, আৰু ৬০,০০০ হেজাৰ বাদ্যকৰ বিলাকে ৰাজ কৰ দিচিল। এনেকৈ গননা কৰাত কেৱল ইতিহাস বৰ্নিবৰ হেতুকে বিচু অধিৰকৈ লিখা হব পাৰে, তথাপি তাৰ কেতবোৰ গুচালেও তাৰ দোআৰাই কেনে ধন সোনেৰে এই নগৰ পুৰ হৈ আচিল, তাক কিচু বুজা জাই।

মহমদে অষ্টম বাৰ ভাৰতবৰ্সলৈ আহোতে তিনিমাহলৈকে তেওঁ বৰ দুখ পাই তিৰেত দেসৰ পৰতিযা বাটে দি কনৌজপুৰ নগৰলৈ আহিল। হিন্দুস্থানৰ বুৰঞ্জি লিখকবিলাকে বোলে, জেতিযা মহমদ সেই নগৰৰ ওচৰ পাইচিল, তেতিয়া আপোনাৰ আগে আকাস চোআ অৰ্থাত ঐশ্বৰ্জ, বিভুতি আৰু শক্তিৰে অদ্বিতিয এখন নগৰ দেখিলে। তাৰ ৰজা বগা আৰু মিচা অভিমান আৰু উৰ্জস্বল আচিল, আৰু তাৰ সেনা সেনাপতিবিলাকো আপোনাৰ অধিকাৰৰ নিচিনা স্বভাও হৈ সক্তি হিন হল। জেতিযা সেই নগৰৰ অজুগুত হৈ থকা সৈন্যবোৰৰ ওপৰত মহমদৰ তাতাৰ আৰু আফগানৰ সৈন্যবিলাকে অকস্মাত আক্রমন কৰিলে, তেতিযা প্রজাবিলাকে বিস্মই মানি ভযাতুৰ হল, আৰু সেই দেসৰ সৈন্যবিলাক সংখ্যাত অধিক হোআতো আপোনাৰ অধিকাৰৰ দৰে দুখত মগ্ন হৈ জুধত বলে নোআৰি চাৰিওফালে পলাই গল; আৰু সেই ৰজা মহমদৰ ওচৰলৈ আহি নম্রভাৱে ক্রিপা মাগিলে তাতে মহমদে তেতিখনে খেমা কৰিলে। ভাৰতৰ্সৰ ৰাজধানি কুঁজি চুলতানৰ হাতত দিয়া হল, তেওঁ নগৰ খনক লুট কৰি সেইঠাইতে সৈন্য সমনিতে দিনে ৰাতিএ তিনি দিন থাকিল।

এই সকলো ধনৱন্ত ৰাজ্য আৰু আন আন ধনি মহানগৰবোৰ মহমদৰ লুট কৰাৰ ইচা প্ৰকাশ হল। তেওঁ প্ৰথমে দোআবৰ মাজে থকা মিৰঠ নগৰক আক্ৰমন কৰি ললে, আৰু তাৰ ৰজা বন্দি সালত পৰাতকৈ পলাবলৈকে উপাই কৰি জয়জুক্ত মহমদক লুট কৰিবলৈ মিৰঠ নগৰ এৰিদি আপুনি পলাই গল। মাবিন নামে জমুনাৰ তিৰত থকা এটা কোঁঠে মহমদৰ আসা জনমালে, তাৰ ৰজা কালাচন্দ্ৰ চুলতানৰ আগত নম্ৰ হবলৈ থিৰ কৰি সৈন্যে সমনিতে কোঁঠৰ পৰা বাহিৰ ওলাল। কিন্তু জেতিয়া মহমদৰ লগত নিৰ্বন্ধ কৰিচিলে, সেই সময়ত গজনিনৰ সৈন্যবিলাকৰ কটু বাক্যৰ দোআৰাই ৰজাৰ সৈন্যবিলাকৰ খঙ উঠিল; তাতে এক মহা আপদ ঘটিল, সেসে হিন্দু সৈন্যবিলাকৰ সংহাৰ হল। সেই মহা বধৰ কালত কালাচন্দ্ৰ ৰজা আপুনি পৰিয়ালেসৈতে নদিৰ মাজত পৰিল; আৰু মৰনতকৈও পৰৰ অধিনত অধিক ভই কৰি আপনাৰ তিৰি পুত্ৰ বোৰক নষ্ট কৰি সেসে আপুনিও প্ৰান তিয়াগ কৰিলে। পাচে সেই কোঁঠ তেতিখনে মহমদৰ হাতত পাৰিল, আৰু তাৰ মাজত তেওঁ ৭০ ৰনুআ হাঁতি আৰু অনেক লুট কৰা বস্তুকো পালে।

---

## নিস্তাৰৰ উপাই।

### The way of Salvation.

সংসাৰ জুৰিয়া প্ৰানি আচে জত জত,
কৰোঁ একেবাৰে প্ৰনাম্ সবাৰ্ চৰণত,
মই নিবেদন কৰোঁ ক্ৰিতাঞ্জলি কৰি,
অম্ৰিত সমান বাক্য স্তুনা কৰ্ণ ভৰি।
দেখিওক বন্ধুগন ভাবিয়া মনতে,
সমস্তে সংসাৰ প্ৰানি ডুবিচে পাপতে;
দুৰাচাৰ হৈয়া সবে কৰে নানা পাপ,
সেই হেতু প্ৰজলিত ইস্বৰৰ সাপ।

ইহাৰ প্ৰমান সবে জানোক নিচই,
ৰাগ, দুখ, ক্লেস সৰিলত অতিসই।
মায়াৰ জালত বন্ধ নাহিকে চেতন,
নিতান্তে পাপত ডুবি আচে সৰ্বজন।
এইৰূপে জগতৰ মাজে কত জন,
বিসযৰ চিন্তাই তাৰ মজি আচে মন,
কিন্তু পৰকালে গতি কি হব বিলাই,
নেভাবিযা থাকে সবে তাক সমুদাই।
অল্পদিন ভোগ হেতু তাৰ প্ৰযোজন,
ম্ৰিত্যু হলে সঙ্গে কাৰো নাহি জাব ধন,
আজি কিবা, কালি কিবা, জি কোন বচৰে,
অৱস্যে মৰিব সব জানিবা অন্তৰে।
ইহলোকে অল্পকাল থাকে সবজন,
পৰলোকে সৰ্বকাল থিতি নিবন্ধন।
নাহি পুনৰপি জন্ম নাহিক মৰন,
নিত্য স্বৰ্গভুঞ্জে, কিবা নৰকে গমন।
সত্যাস্ৰই বিনা কোনো স্বৰ্গে নাহি জাব,
অধোমুখ হৈযা ঘোৰ নৰকে পৰিব।
কেনুআ জন্ত্ৰনা আছে মাজত নৰ্কৰ,
কোনো নাহি জানে তাক অল্প মতি নৰ;
মুনুমুআ বহ্নি আচে, নাহি আদি অন্ত,
প্ৰচণ্ড অগ্নিৰ সিখা তাহাতে জলন্ত।
তাহাতে পৰিলে ভাই, ৰখ্যা নাহি আৰ,
কান্দিবা অনন্ত কাল কৰি হাঁহাঁকাৰ।
পলোআ, পলোআ বন্ধু, নপৰিবা তাত,
সত্য পথ বিচাৰিয়া সাৰিওক হাত।
বিচাৰ কৰিয়া দেখা সৰ্ব নৰগণ,
আহিচিলে এই জগতে সত্য মহাজন;
নামে য়িচুখ্ৰীষ্ট অধিকাৰ জিৱনৰ,

অৱতাৰ ভৈলা দেহা ধৰি মানুস্যৰ।
আশ্ৰই কৰাহে খ্ৰীষ্টত, কাল ব্ৰেথা যাই,
খ্ৰীষ্টৰ চৰণ বিনে নাহি অন্যোপাই।
হিন্দু লোকে মানি থাকে নানা অৱতাৰ,
অল্প কৰি কহোঁ মই ব্ৰিতান্ত তাহাৰ।
মতস্য ৰূপে অৱতাৰ ভৈলা প্ৰথমতে,
উধাৰিলা চাৰি বেদ প্ৰলয় জলতে।
কুৰ্ম অৱতাৰ ভৈলা খিৰু দধি তিৰে,
ৰাখিলা মন্দাৰ গিৰি পিঠিৰ ওপৰে।
ত্ৰিতিয় বৰাহ ৰূপে ভুমি উধাৰিলে,
হিৰৈন্যাখ্য মহা বিৰ দৈত্যক বধিলে।
নৰসিংহ অৱতাৰ চতুৰ্থতে ভৈল,
হিৰৈন্যকসিপো নামে অসুৰ বধিল।
বামন্ ৰূপে অৱতাৰ ধৰে পঞ্চমতে,
পৰম ধৰ্মিষ্ট ৰজা বলিক চলিতে।
সষ্ঠতে পৰসুৰাম খেত্ৰি বংস নাসে,
সপ্তমতে ৰামচন্দ্ৰ ৰাখ্যস বিনাসে।
অষ্টে অৱতাৰ ক্ৰিষ্ণ হৈয়া গকুলত,
কংস ৰজা মাতুলক বধিলে তাহাত।
নৱমতে বুধদেৱ বেদ কৰি নাস,
দিয়োদাস ৰজাৰ গুচাই সৰ্বআস।
এইৰূপে ধৰিআছে নৱ অৱতাৰ,
নাহি পাব তাৰ পৰা পাপৰ নিস্তাৰ;
জিহেতুক তাৰা সবে ত্ৰান নেসাধিলে,
নিজ নিজ সুখ মাত্ৰ সদায়ে ভুঞ্জিলে।
জি সবে সুনিয়া আত ভাৰসা কৰিব,
নিচয়ে জানিব সিতো নৰকে পৰিব।
পাপৰ বিসয়ে আচে নানা মত গ্যান।
জগতৰ লোকে কহে কৰিয়া প্ৰমান।

পুৰ্ব্বৰ ব্ৰিতান্ত সব কিচু নাহি জানে,
কিন্তু নানা প্ৰকাৰতে এই মাত্ৰ মানে;
ইস্বৰৰ লিলা সব কহে বিচাৰিয়া,
আৰু মায়া কৰ্ম কহে মনতে ভাবিয়া।
এবে কহোঁ কিছু কথা, তাতে দিয়া মন,
স্থনিওক অতি স্বাদ অম্ৰিত বচন।
প্ৰথমে প্ৰিথিবি স্বৰ্গ স্ৰজিলে ইস্বৰ,
পাচে আপোনাৰ আগ্যাই স্ৰজিলে পহৰ।
পহৰৰ পৰা পাচে অন্ধকাৰ ভিন,
কৰি দিলে দিন ৰাতি প্ৰভু দুই চিন।
দুতিয় দিনতে প্ৰভু আকাস স্ৰজিয়া
স্থন্য মধ্যে ৰাখিলন্ত দুভাগ কৰিয়া।
ত্ৰিতিয় দিনতে দেখা প্ৰভুৰ আগ্যাতে
একত্ৰ কৰিলে জল, সিন্ধু হইল তাতে;
দেখা তাতে থিতি হৈল স্থস্ক ভুমি থল,
তাহাতে জন্মিল ব্ৰিখ্য ত্ৰিনাদি সকল।
চতুৰ্থ দিনতে প্ৰভু আপোন বাক্যতে,
স্থৰ্জ চন্দ্ৰ স্ৰিষ্টি কৰি ৰাখিলে স্থন্যতে।
দিন অধিকাৰ স্থৰ্জ, চন্দ্ৰ নিসাপতি,
তাতে হৈল দিন, মাস, বচৰ প্ৰভ্ৰিতি।
এই ৰুপে জত বস্তু দেখিচা জগতে,
স্ৰজিলে সকলো প্ৰভু আপোন সক্তিতে।
স্ৰিষ্টি স্ৰজনৰ পাচে ঠাৱৰ কৰিলে,
মনুস্যক প্ৰিথিবিৰ ধুলিৰে স্ৰজিলে;
তাৰ নাকে স্বাস দিয়া কৰিলে জিৱন্ত,
আদম নামতে খ্যাতি মহা বলৱন্ত।
আদমৰ পৰা পাচে ললে কামি হাৰ,
নাৰি ৰুপে স্ৰজিলন্ত সৰিল হাৱাৰ।
এই ৰুপে স্ৰজি প্ৰভু দুই নৰ নাৰি

পাতিলেক স্ৰিষ্টিৰ দুয়োকো অধিকাৰি।
সকলোকে স্ৰজি পাচে চ দিনৰ মুৰতে
বিস্ৰাম কৰিলে প্ৰভু সপ্তম দিনতে;
জানি জত্নে ইস্বৰৰ আগ্যা সিৰে ধৰি
সপ্তম দিনক সবে থাকা মান্য কৰি।
আৰু কহোঁ স্নুনা কথা আদি পুৰুসৰ,
স্ৰজিলে ইস্বৰে তাক নিস্পাপি অমৰ;
কিন্তু চইতানৰ ফান্দে পৰি নাৰি নৰে,
সুস্বভাৱ তেজি পাচে অধৰ্ম আচৰে;
এই হেতু জগতৰ জত নৰগণ
সকলোতে সদা কৰে মন্দ আচৰন।
মিচা বাক্য, প্ৰবঞ্চনা, পৰ ধন হৰে,
বধ, হিংসা, বেস্যা আদি সৰ্বজনে কৰে।
এই হেতু ইস্বৰৰ ক্ৰোধে প্ৰজলিত
আঠজন বিনে সব মাৰিলে পানিত।
সেই নৰ বংসে পাচে ভৰিল ধৰনি
পুনৰ্বাৰ পাপ কৰে সেই সব প্ৰানি।
ধৰ্ম আগ্যা প্ৰভু প্ৰকাসিলে এই কাৰণ,
জানি জত্নে সুনিয়োক থিৰ কৰি মন।
মোৰ বিনে ইস্বৰ বুলি কাকো নেমানিবা,
স্বৰ্গে মৰ্ত্যে কাৰো পুতলাক নুপুজিবা;
অকাৰনে নলয়োক ইস্বৰৰ নাম,
সপ্তম দিনক স্মৰি কৰিবা বিস্ৰাম;
নিজ পিত্ৰি মাত্ৰি জানি কৰা সমাদৰ,
অকাৰনে নবধিবা জিৱ মানুহৰ;
পৰ তিৰি, পৰ ধন নকৰা হৰন,
মিচা সাখি নিদিবাহে নৰৰ কাৰন
ইহাৰ বিৰোধে জত সাস্ত্ৰ নিৰুপিত
জানিও অসত্য তাহা মিচাতে কল্পিত।

আগ্যা পায়ো পাপ কৰে জদি কোনো জন,
ঘোৰ নৰকত দণ্ড দিব সনাতন।
তথাপি ইস্বৰ আগ্যা লঙ্ঘে সব জন,
পাপে পুৰ্ন এজগত হৈচে সৰ্বখ্যান।
কেৱল ইস্বৰ আগ্যা লঙ্ঘন দোসতে
মজি আচে সৰ্বলোক অত্যন্ত পাপতে,
সাপ গ্ৰস্ত হৈয়া আচে মাযাৰ জালতে,
নিৰন্তৰ পোৰে মন, সুখ নাহি তাতে।
এই হেতু ক্ৰিপাময় আপোন নন্দন
পাঁচি দিলে এই জগতে পাপিৰ কাৰন।
খ্ৰীষ্ট ৰূপে অৱতাৰ হৈযা প্ৰিথিবিতে
উধাৰিচে পাপিগন স্বপ্ৰান দানতে।

---

## প্ৰভু য়িচু খ্ৰীষ্টৰ অৱতাৰ বিবৰন।

য়িচুৰ চৰিত্ৰ,                অত্যন্ত পবিত্ৰ
গুনৰস্থ মনোহৰ;
সুনা মন দিয়া,                ত্ৰিপ্ত হব হিয়া,
অম্ৰিত বাক্য সুন্দৰ।

সম্পুৰ্ন হৈচিল কাল জন্মৰ জেতিয়া,
পাঁচি দিলে নিজ সুত ইস্বৰে তেতিয়া
নামে য়িচু খ্ৰীষ্ট অধিকাৰ জীৱনৰ,
নৰক ভাগিও তৰে বিস্বাসে জাহাৰ।
কুমাৰিৰ গৰ্ভে জন্ম ভৈলা য়িচু খ্ৰীষ্ট,
নিস্পাপি, নিস্কাম প্ৰভু জগতৰ ইষ্ট।
সিসুকালে তেওঁৰ নানা বিৰোধ ঘটিল,
সুনা প্ৰভু জৌৱনতে জি কৰ্ম কৰিল।

সুভ সম্বাদৰ বাক্য উপদেস দিয়া
ভ্ৰমিছিলে বহু ক্লেসে হিতৈসি হইয়া।
আপোনাৰ পাপি মন পালটন কৰা,
বিস্বাস কৰিয়া মোতে মুক্তি পথ ধৰা;
এই বাক্য জনাইয়া দিলেক ইস্বৰ
সকলোৰে মুক্তি হেতু প্ৰভু দায়াতুৰ;
জেন কোনো পাপি নৰ নৰকে নেজাই,
বিস্বাস কৰিয়া তেওঁতে স্বৰ্গ ৰাজ্য পাই।
জত দিন ত্ৰান কৰ্তা আছিলে জগতে,
কৰিলে পবিত্ৰ কৰ্ম আচৰ্জ সক্তিতে;
খোৰাকো দিছিলে ভৰি, অন্ধকো নয়ন,
হস্ত হিনে দিলে হস্ত, ম্ৰিত্যুকো জিৱন;
ভুতে পোআ, কুষ্ঠৰুগি আৰু জত জত,
অৰুগি কৰিলে প্ৰভু আপোন বাক্যত;
বিবিধ বাঞ্চিত ফল দিছিলে লোকক,
তথাপিতো নিচিনিলে সংসাৰ তাৰক।
গোটা পাঁচ সাত পিঠা হাঁতে তুলি লৈয়া
সহস্ৰ লোকক প্ৰভু দিছিলে বাঁটিয়া;
ত্ৰিপ্ত হৈল ভক্তগন ভুঞ্জিয়া সকলে,
এনে চমত্‌কাৰ কৰ্ম নাহি ভুমণ্ডলে।
এই ৰূপে নানা কৰ্ম আচই তাহাৰ,
কোনে কহিবাক পাৰে জাৰ নাহি পাৰ।
ধনহিন হৈয়া প্ৰভু সৰ্বদা আছিলে,
নিবাসৰ ঘৰ দ্বাৰ কতো নকৰিলে;
কিন্তু ভকতৰ আগে কৰিলে প্ৰকাস,
দেখা জত বন পশু আচে তাৰো বাস;
পখি সকলৰো বাস আচে থাকিবৰ,
কিন্তু থান নাহি মোৰ মুৰ ৰাখিবৰ।
আৰু তেওঁক দুষ্ট লোকে বহু পিৰা দিলে,

দুৰ্বাক্য বুলিলে নানা, তথাপি সহিলে।
সেস কালে জেনে দুখ দিলে দুষ্ট লোকে,
মৰ্ত্যলোকে বুজিবাৰ নোআৰে ত্ৰিলোকে,
কাঠৰ ওপৰে বধিলেক প্ৰেমাধাৰ,
তেতিখ্যনে ভৈল সুজ অতি অন্ধকাৰ,
দুই প্ৰহৰৰ পাচে তেজি প্ৰভু প্ৰান,
তাক দেখি সকগনে ভযে কম্পমান।
অনন্তৰে তিতিয দিনতে মিত্যু জিনি
দেখা দিলে ভকতক চমত্কাৰ সুনি,
সিস্যৰ সহিতে থাকি দিন দুহ কুৰি
ধৰ্ম বাক্য সিখ্যা দিলে সঙ্গে ফুৰি ফুৰি।
কলে প্ৰভু ভকতক, সুনা প্ৰিযগন,
দযাময দিনবন্ধু গম্ভিৰ বচন,
জগতৰ মাজে জত আচে নাৰি নৰ,
সুভ সম্বাদৰ বাক্য কৰিবা প্ৰচাৰ,
ইহাতে জন্মিব জাৰ বিস্বাস নিচয,
অনন্ত জিৱন পাব, নাহি তাৰ খ্যই,
কিন্তু মোত জি সবে বিস্বাস নকৰিব,
ঘোৰ নৰকত পৰি জাতনা ভুঞ্জিব।
এই বুলি ভকতক দিলে আসিবাদ,
স্বৰ্গে গৈল স্বৰ্গনাথ কহিযা সম্বাদ।
স্বৰ্গ পুৰি ৰাজ্য মধ্যে জ্যোতি সিংহাসনে
বসতি কৰিচে প্ৰভু সদা সৰখ্যনে।
এই সব বিবৰনে জানিবা নিচই,
ইস্বৰৰ প্ৰপুত্ৰ যিচু নাহিকে সংসই,
তেওঁহে আৰু মুক্তিদাতা জগতৰ পতি,
ত্ৰান অৰ্থে দিলে প্ৰান অগতিৰ গতি,
মনুস্যৰ পাপ দেখা পৰ্বত সমান,
জাৰ প্ৰাচিতৰ হেতু দিলে নিজ প্ৰান।

এই হেতু স্থনা ভাই মোৰ নিবেদন,
যিচুত আশ্ৰয় ললে পাইবা জিৱন ;
কৰিবা বিস্বাস বন্ধু, চাৰি পাপ মতি,
বিস্বাসে পাইবা ত্ৰান, ত্ৰানেই সদ্গতি।
ইহাতে পাপৰ খেমা হইবেক ভাই,
এৰাইব সৰ্বদুখ, আৰু ক্লেস নাই।
কৰজোৰ কৰি মই কৰোঁ নিবেদন,
সবে মানা মোৰ সত্য স্থনিয়া বচন।
স্থনা সৰ্ব বন্ধুগন, কৰিয়া প্ৰত্যই,
খ্ৰিস্টক ভজিলে মুক্তি পাইবা নিচই ;
সকল নৰক ভই আৰু নেপাইবা,
স্বৰ্গত আনন্দে মহা বসতি কৰিবা।

---

## নৰকৰ বিবৰণ।

পাপতে নৰকে জাই, অনন্ত জাতনা পাই,
সেই দুখে মজে সৰ্বকাল ;
পাপ কৰ্মে মহা ভাৰ, বিবেচনা কৰা তাৰ,
পাপ কৰ্মে নৰকৰ জাল।
কৰি আচা নানা পাপ, সেসে হব মনে তাপ,
নুবুজা কি জাতনা ঘটিব,
কুকৰ্মৰ পৰা মন, নেপালটাই জেই জন,
ইস্বৰৰ কোপে সি পৰিব।
নাহি তাত ত্ৰান উপাই, প্ৰচণ্ড ক্ৰোধৰ ঠাই,
নৰক জাতনা ঘটে জাৰ ;
নৰক জাতনা থান, বহু তাতে অপমান,
ঘোৰ অন্ধকাৰ আচে তাৰ।

বুজা তুমি মনে মনে, তেনে কুপ্ দাৰুন থানে,
কি মতে সেই জাতনা ভুঞ্জিব ?
চইতানৰ ভুতগন, সাস্তি দিব অনুখ্যান,
হাঁহাঁকাৰ সৰ্বদা উঠিব।
প্ৰচণ্ড অগ্নিৰ সিখা আৰু গন্ধকৰ তিখা
নুনুমাব, নাহি আৰু আন;
ক্ৰন্দন কোলাহল হাই, দাঁত কৰচনি ঠাই,
হাই হাই, কি দাৰুণ থান!
তুমি জদি পাপি হবা, সেই নৰকতে জাবা,
মনে মনে দেখাহা বুজিযা,
এতিযা সময় আচে, লোআ খ্ৰিস্টে আন জাচে,
পাপ কৰ্ম সকলো চাৰিয়া।
মোৰ নিবেদন ধৰা, খ্ৰিস্টতে আস্ৰই কৰা,
নহযোক বাক্যে অবিস্বাসি;
জতে নাই কোনো দুখ, কেৱল অনন্ত সুখ,
এনে ঠাইতে হবা স্বৰ্গ বাসি।

---

স্বৰগৰ বিবৰন।

স্বৰগ বিসয় সুনা মহাসই,
বিবেচনা কৰা চিতে,
স্বৰ্গ থান পুন্য জি পাপ সি ধন্য,
স্বৰ্গিগন থাকে তাতে।
স্বৰ্গ অতি প্ৰেমমই সুপবিত্ৰ থান,
ইস্বৰৰ ভ্ৰিত্য লোকে ভুঞ্জে পুন্যদান;
কেৱল সুখৰ ভোগ আচে সেহি ঠাই,
ত্ৰান প্ৰতিফল পাই, দুখ মাত্ৰ নাই।



দুখ, ৰোগ, ম্রিত্যু, সোক, পিৰা তাপ জত,
নহয় প্রবেস তাতে কাহাৰো মনত;
অমঙ্গল কিছুনাহি মঙ্গলৰ ঘৰ,
তথাকাৰ সদা ৰজা পৰম ইস্বৰ।
সাধু লোক্হে তেওঁৰ প্রজা আনন্দ অন্তৰে
সকলোৰে হিতকাৰি দুতগন কৰে।
স্বর্গ প্রবেসৰ নাম হৈচে পৰিত্রান,
য়িচু খ্রিষ্ট দ্বাৰ তাৰ সোমাই পুন্যবান।
বিনয় কৰিয়া কলোঁ তোমাকে উচিত,
ইয়াতে বুজিয়া দেখা জি কর্ম বিহিত;
খ্রিস্টৰ সৰন লোআ, তেহে স্বর্গে জাবা,
নতুবা অনন্ত নর্কে অৱস্য পৰিবা।
তেৱেঁহে স্বর্গৰ দ্বাৰ, তেৱেঁই দ্বাৰিতাৰ,
তেওঁৰ হাতে সচাৰ্ কাঠি, পথ নাহি আৰ।
প্রেম ভাৱে কহোঁ, সুনা বিনয় বচন,
হেলাতে এৰিচা কিয় এনে মুক্তি ধন।

---

## বিনই বচন।

সুনা সর্বজন বিনই বচন,
ৰিদযে দিওক বাস;
পাপ তৰিবৰ য়িচু পদ সাৰ,
নাহি অন্য আৰু আস।
তেঁৱে দয়াতুৰ আপুনি ইস্বৰ
পুর্ন ব্রহ্ম সনাতন,
য়িচু বিনে আৰ সকলো অসাৰ,
ভাবিদেখা সর্বজন।

তেওঁৰ প্ৰেম অতি পাতাকৰ প্ৰতি,
ভক্তি স্তুতি কৰে জেই,
থলে বিস্বাসিলে, খেদ যুক্ত হলে,
মুক্তি পথ পাব সেই।
জদিহে নেমানা, ভুঞ্জিবা জাতনা,
নৰক সাস্তি অনন্ত;
তেতিয়া তোমাৰ নহব নিস্তাৰ,
দহিব অগ্নিপ্ৰচণ্ড।
সদা সৰ্ব্বখ্যন দগ্ধ হব মন,
নেপাবা কোনো সান্ত্বনা
ইন্দ্ৰিআদি জত, সব হব নস্ট,
আত্মাহে পাব জাতনা।
ভাই বন্ধু গণ, তিৰি পুত্ৰ ধন,
তাতে কিচু নাহি হব,
সকলো অসাৰ, কোনো নহই কাৰ,
তেতিয়া সঙ্গে নৰব।
জত দিন দেহে, আত্মা থিতি ৰহে,
বোলে সবে আপোনাৰ,
নয়ন মুদিলে, অচেতন হলে,
কেনো নহই সঙ্গি কাৰ।
এইহেতু স্থন, হৈওক চেতন,
কৰা যিচু পদ সাৰ;
ভাবি দেখা জত, সকলো অনিত্য,
প্ৰভুহে ত্ৰানাধিকাৰ।
জেন ব্ৰিখ্য ডালে, পখি গৈ সকলে,
দণ্ডকে দুদণ্ড থাকে,
সেই ৰূপে জান, দেহতে জিৱন,
নিচয়ে বোলো সবাকে।

ধৰ্ম্ম পথ ধৰা, তেজি পাপ হেৰা,
ভজিও খ্ৰীস্ট সৰন ;
পাপ অন্ধকাৰে, কিয় ঘুৰি মৰে,
মুদিয়া দুটি নয়ন ?
দিপ্তিতে সঘন, কৰিলে গমন,
অপমান নাহি হব,
অন্ধকাৰে ভাই, চলিলে সদাই,
পথতে উজঁস্তি খাব।
এই হেতু সুন, মোৰ নিবেদন,
খ্ৰিষ্টত কৰা অস্ৰই ;
য়িচু বিনে আৰ, নাহিকে উধাৰ,
জানিবা নিচয়ে ভাই।

---

## বলৰাম ফুকুন।

### হৰ্স বিষাদ।

প্ৰাণিএ আজন্ম মৰন পৰ্য্যন্ত হৰ্স আৰু বিসাদ, এই দুই অৱস্থাত বিচৰণ কৰি এই লিলাময় সংসাৰৰ সাধ্যানুসাৰে সাধন কৰি স্বতন্ত্ৰ ৰূপে একুটি মনুস্য এই পৰিচয় নিচয় কৰি সংসাৰিক কাৰ্জ্যত দ্ৰিঢ় ৰূপে নিমগ্ন হৈ আছে। এই সংসাৰৰ সমন্ধি জাবদিয় বেৱসায়েই লিলা সম্ভুত । কিন্তু ইয়াৰ মধ্যত জ্ঞান আৰু অজ্ঞান, এই দুই কথাই লোকক আৰু কাৰ্জ্যকো দুভাগ কৰি নানা বৰ্ণেৰে ভুসিত পসু পক্ষি আদিৰ নিচিনা চিত্ৰ বিচিত্ৰ কৰি, বিচিত্ৰ সংসাৰৰ স্বভাব পৰিচয় দিচে। জদি বোলা জাই, জে জগদিস্বৰে হৰ্স আৰু বিসাদ, এই দুটি অৱস্থা প্ৰাণিক সম্ভোগ কৰাবৰ কাৰণেই স্ৰিষ্টি কৰিচে, তাৰ হাত এৰাবৰ কোনো উপায়ই নাই ; সেই কাৰণে লোকে কোনো সময়ত হৰ্স আৰু কোনো সময়ত বিসাদ সম্ভোগ কৰি থাকে। কিন্তু কেৱল এই

কথাৰ ওপৰত নিৰ্ভৰ দি ঘটনাৰ কাৰ্জ্য কাৰণ অনুসন্ধানৰ পৰা পৰাংমুখ থকা তিমান জুক্তিসিদ্ধ বোধ নহই। জি হেতুকে লোকে জি কৰ্ম্ম কৰে তাৰ পৰা কাৰণ উৎপত্তি হয়। পাচে সেই কাৰ্জ্য কাৰনৰ উতপন্ন হোআ ফল কোতিয়াবা সুভ আৰু কেতিযাবা অসুভ হয, পৰিসেসে সেই সুভাসুভ ঘটনাৰ সুক্ষ্ম কাৰণ অনুসন্ধান কৰিবলৈ ধৰিলে সেস পক্ষে কেৱল জ্ঞান, আৰু অজ্ঞান-কেইহে লগপোবা জাই। [উপমা] পুবে জেতিযা লোক সকলে এই কালৰ নিচিনা ডাঙ্গৰ নাও সাজিব নেজানিচিল, তেতিযা ত্রিন, কাঠ, ঘাহ, বাঁহ ইত্যাদি ওপঙ্গা দ্রব্যৰ ভুৰ প্রস্তুত কৰি নৈৰ ইপাৰ সিপাৰ হৈছিল। কিন্তু তেতিযা কতবা অসুখ সজ্য কৰিবলৈ বাধ্য হৈচিল আৰু কতইবা বিসাদ সজ্য কৰিবলৈ আৱস্যক হৈচিল, তাৰ সিমা নাইকিচিল।

তাৰ পাচে লোকে ক্রমে ক্রমে দ্রব্যৰ গুণ বুজি বুজি জ্ঞানৰ চালনা কৰি একে ডোখৰ কাঠকে চৰাইৰ নিচিনাকৈ খুলি খুলি নাও প্রস্তুত কৰিবলৈ সিকি পুৰ্ব্বাপেক্ষাই নিৰাপদ হোআ ভাবি, তাতেই হৰ্ষ লাভ কৰিচিল। তাৰ পাচে তেনে এডোখৰ কাঠকে কৰতেৰে ফালি ফালি পাটেৰে বানিজ্যৰ ব্রিহত নাও সাজি ততোধিক হৰ্ষ লাভ কৰিচিল। এতিযা সেই বিসাদৰ হাত এৰাবৰ উপাই আলোচনা কৰি কৰি লোৰ পাটেৰে আৰু ভাপৰ বলেৰে চলা নাও প্রস্তুত কৰি পানিক পৰাভৱ দি অতি বেগেৰে দেস দেসান্তৰলৈ গতাযাত কৰি দেসৰ অভাব দুৰ কৰিব লাগিছে। সেইৰূপে পূৰ্ব্বে মানুহে ই গাঁৱৰ পৰা সি গাঁৱলৈ বাত্রা পঠাব লাগিলে এজন অতি বিস্বাসি বন্ধুৰ আগত আপোনাৰ গোপন অভিপ্রাই সকল প্রকাস কৰি পঠাইচিল। পাচে সেই লোকে মনত ৰাখিব পৰা খনি কথা গাঁৱৰ লোকতকৈ কাজ্য সাধন কৰিচিল। বিবেচনা কৰা আৱস্যক জে এই দৰে সম্বাদ গতাযাত হোআত কিমান অসুখ সহিবলৈ আৱস্যক হৈচিল! এতিযা সেই সকল অসুখৰ হাত এৰাবৰ উপাই চিন্তোতে চিন্তোতে ঘোঁৰাৰ ডাক, গাঁৰিৰ ডাক, নাৱৰ ডাক, বিজুলিৰ ডাক পৰ্জ্যন্ত কৰি সেই অসুখৰ হাত এৰাই জথা সম্ভৱে শান্তি লাভ কৰিচে। এতেকে জানিব পাৰি জে এই সুবিধা বিচাৰাকেই জ্ঞান বোলা জাই, আৰু সুবিধা নিবিচাৰি অসুখ সহন কৰি থকাকেই অজ্ঞান বোলা জাই। জেনেকৈ পসুপক্ষি সকলে স্বভাৱ সিদ্ধৰ অৰ্তিৰিক্ত বুদ্ধি ব্রিত্তিক পৰিচালনা কৰিব নোআৰা হেতুকে পুৰ্ব্বৰ পৰা এতিয়ালৈকে সেই একেমত সুখদুখৰ অধিন হৈ থাকিবলৈ বাধ্য হৈচে।

মনুস্যৰ সুখ সৌভাগ্য ব্রিদ্ধি, আৰু দুখ মোচন বাতিৰেকে জ্ঞান লাভৰ একো সার্থক নাই। কি দর্সন সাস্ত্র, কি পদার্থ বিদ্যা, কি ৰাজনিয়ম, কি ইস্বৰ জ্ঞান, এই সকলো সিখ্যা কৰাৰ একমাত্র উদ্দেস্য, জে সুখ প্রয়োজন আৰু উন্নতি, এই দুটা কথাই সকলো সদ্‌পাইৰ দ্বাৰ; এই সুখকে সন্তোসো বোলা জাই। মানুহে অসুখৰ হাত এৰাই থাকিবলৈ ইস্বৰিয় গুনেই স্বতহতঃ হওতে ইচা হই; কিন্তু ভ্রম স্বিকাৰ নকৰি দির্ঘকাল অজ্ঞান অৱস্থাত থকা হেতুকে জ্ঞান দ্রিষ্টি তেজ কম হৈ দুৰাদর্সি অৱস্থাক পাই, সেই হেতুকে অজ্ঞানি জেই পোনে জাব খোজে, সেই পোনেই খুন্দা খাই ওভতে, কিন্তু জ্ঞানীৰ জ্ঞান চকুৰে বহুত দুৰৈলৈকে দেখে। এই হেতুকে জেই পোনেই জাই, সেই পোনেই বাট পাই নিদেসে আৰু মনৰ সুখে ভ্রমন কৰি সংসাৰ দেখি ত্রিপ্তিলাভ কৰে। অজ্ঞানিৰ চকুএ একে পোনে সমুখতে অলপলৈ দেখে, তাতেই হঠাত কোনো আপদজনক ঘটনাৰ ফল ভোগ কৰি সন্তাপিত হয়। কিন্তু জ্ঞানিৰ জ্ঞান চকু চাৰিওফালে আৰু অতি বেগে বহুদুৰলৈকে দেখা পাই; সেই গুণে উপাই চিন্তি জথা সত্বৰে আপদৰ হাত এৰাই সন্তোসে থাকে। অজ্ঞানিএ ভাবি তিমান কথা নেপাই, অন্ধকাৰ মাত্র দেখে। কিন্তু জি লোকে জ্ঞানৰ চালনা কৰিবলৈ আৰু নিজে মনৰ স্বাস্থ্য ৰাখিবলৈ জথাৰ্থ ৰূপে জনা হৈছে, তেওঁ হলে চকু মুদিলেও নানা দেস দেসান্তৰৰ বেৱহাৰ, দ্রব্য গুন, সংসাৰৰ স্বভাৱ, ইস্বৰৰ স্রিষ্টিৰ কৌসল প্রভ্রিতিক দর্সন কৰি পৰম পুলকিত ভাৱে আনন্দ লাভ কৰি থাকে। সম্প্রতি জি জ্ঞান আৰু অজ্ঞানৰ তুলনা কৰি গুনাগুন চর্চা কৰা হল, ইয়াৰ দ্বাৰাই জানিবৰ সম্ভৱ জে জ্ঞানেই লোকৰ হিতকাৰি এবং অজ্ঞানেই লোকৰ অহিতকাৰি। এতিয়া জাক জ্ঞান বুলি বাখ্যা কৰা হৈছে, সেই জ্ঞান পুৰে অজ্ঞানৰ গভত আছিল। পাচে জেনেকৈ এন্ধাৰ ঘৰত ঠকনি আৰু পাথৰ দুই বস্তুৰ সংজোগৰ দ্বাৰাই ফিৰিঙ্গতি ওলাই অন্ধকাৰৰ মাজত উজ্জ্বল প্রকাশ হই, তেনেকৈ অজ্ঞান স্বৰূপ অন্ধকাৰৰ মাজত আলোচনা সক্তিৰ বলেৰে কার্জ্য কাৰন স্বৰূপ ঠকনি আৰু পাথৰৰ পৰা জ্ঞান ৰূপ উজ্জ্বল উৎপত্তি হই। পাচে সেই উজ্জ্বলৰ দ্বাৰাই এই বিনন্দ বিলাস স্রিষ্টি দেখা পালে। তাতে দর্সক সকলে জেয়ে জি দেখিলে, তাকেই পৰোপকাৰৰ উদ্দেসে হিত আৰু অহিত; এই পথ দুতি সর্বসাধাৰনক দেখাবৰ কাৰনে লিপিবদ্ধকৈ থৈ থৈ গৈছিল। এতিয়া তাৰ গুনেৰে আমি অলপ পৰিস্রমেৰেই বহুত লাভ কৰি এই কালত জন্ম লাভৰ সার্থকতা পুনঃ পুনঃ স্বিকাৰ কৰিবলৈ বাধ্য গৈচোঁইক।

আবেলি বেলিকা তুয়ো ফুৰিবৰ কাৰন বাহিৰলৈ ওলাই নৈ কোসৰৰ অ.লিয়েদি লাহে লাহে গৈ থাকোঁতে থাকোতে নৈৰ উত্পতি আৰু তাৰ গতি বিসয়ক, আৰু পানিৰ পৰ. মানুহে কিমান উপকাৰ পাব লাগিচে তাৰ বিসই, আৰু সুজ্য অস্ত জাবৰ সময়ত আকাসৰ ৰঙ্গা বৰনৰ ওপৰত ঠায়ে ঠায়ে মেঘ সকলৰ চিত্ৰ বিচিত্ৰ জলকনিৰ জি অপুৰ্ব প্ৰভাও, আৰু পুবৰ বতাহৰ দ্বাৰাই লৰি থকা পানিৰ জলমলনিৰ জি মনোহৰ সোভা, আৰু নদিৰ বগা বালিৰ ওপৰত গজা উতম স্যাম বৰনিযা জাও প্ৰভিতি বন সকলৰ সন্তোস পোআ সোভা, আৰু নৈ কাখৰৰ ঘন স্যাম বৰ্ণ পৰ্বত সকলৰ অতি সুন্দৰ সোভা ইত্যাদি আকাস স্বৰূপ এখন ডাঙ্গৰ কাগজত লেখা চিত্ৰ পটৰ দৰে ভ্ৰমান্ধক দেখাই ইস্বৰৰ চমত্কাৰ মহিমা বিসযক কথাবাৰ্ত্তা কোআকই কৰি মনক সন্তোস দি গৈ আচিল। পাচে ভ্ৰমান্ধে গুৰুক জনালে, গুৰু! আজি মোক জি ৰূপ চিত্ৰপট দেখালে, এনে চিত্ৰ মই পুৰ্বে কেতিযাও দেখা নাই; বিসেস মোৰ মনৰ সক্তিও এনে নাচিল জে ইমান বহু ব্যাপক চিত্ৰলৈ চাই ৰস গহন কৰো। দেউ! এতিয়া আপোনাৰ প্ৰসাদত মনৰ এনে স্বভাব হল. জে জেই ফাললৈকে চাও, সেই ফালেই ইস্বৰিয চিত্ৰমই দেখা হলো। আহা! ধন্য জগদিস্বৰ! পাচে গুৰুজনাই কলে, ভ্ৰমান্ধ, মানুহে জানিব খুজিলে বহুত জানিব পাৰে। কোনো জ্ঞানিএ ইস্বৰৰ মহিমা বিচাৰোতে একুটি এনেমতে সঞ্চিত থকা উতম বা দ্ৰব্যগুন লগ পাই লিখি থৈ গৈচে, জে তাক সাস্তম হৈ এক চিতেৰে গমি নেচালে দহ বাৰ পঢ়িলেও লিখকে সম্ভোগ কৰা ৰস বা ভাব পোৱা টান; এতেক ভ্ৰমান্ধ! জেযে বিচাৰে, সেযেহে পাই।

পাচে ভ্ৰমান্ধে কলে, গুৰু! এই ৰূপে ইস্বৰৰ স্ৰিষ্টিৰ কৌসল আৰু স্বভাবৰ মনোহৰ সোভা আদিৰে প্ৰবোধ নমনা অমুৰ্খ মনক দেখি থকা উপমাৰে ৰস বোধ কৰাবলৈ নিচেই চমু জেন লাগিল। আৰু গুৰু, এই দৰে ভগৱন্তৰ গুন বিচাৰিবলৈ হলে দেখোন বং চাই, ধেমালি কৰিযেই সংসাৰিক সকলো কথাত ইস্বৰৰ অলৰ, গহিন আৰু সংসাৰ চলোআ নিতি সকল দেখি সুনি মনত হৰ্ষ লভিবলৈ বৰ সুচল জেন লাগিল।

পাচে গুৰু জনাই কলে, ভ্ৰমান্ধ! ইতি পুৰ্বে তোমাত কৈচিলো জে আগৰ কালৰে পৰা বহুত জ্ঞানি সকলে অসেস প্ৰকাৰ কাযিক, মানসিক হৰ্ষ বিসাদ, সজ্য কৰি জেনে ঠাইত, জেতিয়া জি ভাল মন্দ কথাৰ ৰস পাই গৈচিল, ততে তেতিয়াই লিখি লিখি থৈ জোআ হেতুকে এতিয়া পুৰ্বৰ সমান সংগ্ৰহৰ কষ্ট ভোগ নকৰাকৈ

উত্তম পুস্তক সকল চাই বিচাৰি পুৰ্ব্বতকৈ অধিক সুগমে লিখকৰ সমানে ৰস বিসাদৰ সোআদ বুজিব পৰা হৈছে। লোকে কুই জোআ গচৰ ফল ভোগ কৰোঁতে তিমান শ্ৰম নেলাগে। ভঁৰালৰ ধান উলিয়াই বানি কাঁৰি, ভাত খোৱাত জি পৰিশ্ৰম, সেই শ্ৰমে সৈতে ইতৰ আৰু বিসেসৰ তুলনা কৰি চালেই জানিব পাৰি। আৰু ভ্ৰমান্ধ! মন কৰিবাচোন, প্ৰানিৰ উপকাৰৰ অৰ্থে দেসে বিদেসে জি সকল পুস্তক সম্প্ৰতি উপস্থিত আছে, সেই সকল পুস্তকৰ ভাব এজন বা দুজন লোকৰ আয়ুসৰ দিনেৰে জে ওলাইচে, এনে নহই; আৰু সেই অসংখ্যা পুস্তক এজন দুজনৰ বয়সত জে উপজুক্ত মতে পাঠ কৰি নিৰ্দোস ভাব বুজি জথাৰ্থ ৰস লৈ লৈ অবিবোধি হবৰ সম্ভব, এনেও নহয়। বৰং কোনো মহাজ্ঞানিএ লিখি থৈ জোআ একে খনি পুথিকে মথি মথি জথাৰ্থ ৰসৰ সেস পাবলৈ টান। এতেকে জানিবা, ইস্বৰিয়া মহিমাৰ সেস নাই। দেখা, আমি এতিয়া দুৰৈৰ পৰা সৌ পৰ্ব্বত খন কেৱল স্যাম বৰনিয়া এডোখৰ ওখ ঠাই মাত্ৰ অনুভৱ কৰিব পাৰিচোঁ, কিন্তু আমি যেতিয়া এখন পৰ্ব্বতত থকা বস্তুৰ গুন বুজি ফৰ্দ কৰিবলৈ জাঁও, তেতিয়া তাৰ কথা লিখি সাঙ্গ কৰা দুসাধ্য হব। এই দৰে জি কোনো বস্তুক দেখিবলৈ বা সুনিবলৈ পোআ জাই, তাক স্থিৰ চিত্তেৰে গমি চালে জাক আমি কেতিয়াবা নিচেই অলপ বুলি ভাবোঁ, তাৰ গুনকে বৰ্নাই সেস কৰিব নোৱৰা হওঁক। এতেকে ভ্ৰমান্ধ! তোমাৰ চকু কানৰ আগত জি বস্তু বা কথা উপস্থিত হই, তাক অলপ বা তুচ্ছ বোধ নকৰি জদি গমি চাবলৈ অভ্যাস কৰা, তেনেহলে অলপৰ পৰাই বিসেস লাভ কৰিব পৰা হব, তাত সন্দেহ নাই।

এই সকল কথা বাত্ৰা আলোচনা কৰি জাওঁতে জাওঁতে কাচাৰি ঘৰৰ ওচৰ পালেগৈ, এনেতে ভ্ৰমান্ধে সুধিলে, গুৰু! আমি দেখা এই বৰ সুন্দৰ ডাঙ্গৰ ডাঙ্গৰ পকি বঙ্গলা ঘৰবিলাক কাৰ? এই ঘৰ বিলাকতনো কি কি কাৰ্জ্য কৰা হই?

পাচে গুৰুএ কলে, ভ্ৰমান্ধ! এই সকল ঘৰ আমাৰ ৰজাৰ। এইটি জিলাৰ কাচাৰি, এইটি মালখানা, (ধনৰ ভঁৰাল) সৌটি মহাফেজখানা (আবস্যকিয় কথা লিখা থকা কাকতৰ ভঁৰাল) ইফালে এইটি ডাকঘৰ, সেইটি ইস্কুল, সৌটি গিৰজা, (নাম ঘৰ) পাচে ভ্ৰমান্ধে কলে, গুৰু! এই সকল ঘৰত সোমাই চাবলৈ ৰজাৰ কোনো নিসেধ আচেনে? পাচে গুৰুএ কলে, মালখানাত বাজে আনসকল ঘৰত সোমাই চাবলৈ নিসেধ নাই। কিন্তু এতিয়া সন্ধ্যাৰ সময় হৈচে,

আমি চালেও একো দেখা নেপাম ; কিয়নো কার্জ্যকাৰক সকলে দহ বজাৰে পৰা চাৰি বজালৈকে চই ঘণ্টা কৰ্ম্ম কৰি এতিয়া নিজ নিজ ঘৰলৈ গৈ বিস্রাম কৰিচে। এতেকে আজিলৈ থাওক , কাইলৈ দিনৰ দহ বজাতে আহি জি পাৰো চামহক। আজি ইয়াৰ পৰা ঘুৰি ঘৰলৈ জোআ জাওক।

গুৰু সিস্য দুয়ো ৰাতি পুআই উঠি আৱস্যকিয় নিত্য কৰ্ম্ম আচৰি· স্নান আদি কৰি ৯ বজাৰ পুৰ্বে খাইবৈ নিকা কাপৰ পিন্ধি, আগ দিনা আলচি থকা ইস্কুল কাচাৰি প্ৰভ্ৰিতি চাবলৈ ওলাই গল। গৈ থাকোঁতে থাকোঁতে গুৰু জনাই কলে, ভ্ৰমান্ধ! আমি আজি আগেয়ে ইস্কুল চাবলৈ জাওহক বলা, কাৰণ ইস্কুল দেখা নিতান্ত আৱস্যকিয় কথা। ইস্কুল জ্ঞান সিখ্যাৰ প্ৰধান স্থান, এই ইস্কুলৰ নিয়মৰ দোআৰাই ভদ্ৰলোক হবৰ উপাই হই। আৰু ইস্কুলৰ সিখ্যাৰ দোআৰাই নিচেই সৰুতকৈ সৰু কথাৰ ভাব স্বভাৱো বুজিব পৰা হই। আৰু ডাঙ্গৰতকৈ ডাঙ্গৰ বস্তুৰ বা কথাৰ ভাব স্বভাব জানিবৰ ইচা জন্মে, আৰু হস বিসাদৰো কাৰণ জানিব পৰা হই। এই সকল কথা বাদা হৈ হৈ গৈ ইস্কুলৰ ফাললৈ জোঁআ বাট পাই, সেই পোনেই গৈ ইংৰাজি·ইস্কুলৰ দুআৰ মুখ পালেগৈ। এনেতে ইস্কুলৰ প্ৰধান সিখ্যক মহাসয়ে সত্যপাল আৰু ভ্ৰমান্ধক দেখা পাই, সম্ভ্ৰমেৰে উঠি আদৰ দেখাই সোমাই জাবলৈ কৈ বহিবলৈ দিলে আৰু কুসল প্ৰস্ন কৰিলে। তাতে সত্যপালে সংখ্যেপে আপোনাৰ কুসলৰ সঙ্কেত বুজাই সন্তোস মুখে হেড-মাষ্টাৰক মাত লগাই কলে, মহাসই; আমি আজি আপনাৰ ইস্কুল চাবলৈ আহিচোঁহঁক। পাচে হেডমাষ্টাৰ বাবুএ অলপকৈ মিটিকিয়াই হাঁহি কলে ই অতি সন্তোসৰ কথা। আমি এই লৰাবিলাকৰ লগত লৰাৰ নিচিনা হৈ, অসেস প্ৰকাৰ বিৰক্ত সজ্য কৰি দেসৰ উপকাৰৰ অৰ্থে কাবাৰ কৰি আচোঁহঁক; আপোনা-সকলে মাজে সময়ে আহি আমাক আৰু লৰাহতক উচাহ দিব পাই। এই বুলি বহা চকিখনি লাহেকৈ ঠেলা মাৰি থিয় হল। পাচে হেডমাষ্টাৰ বাবুএ ওচৰত থকা বালক স্ৰেনিলৈ অঙ্গুলি টোআই কলে, এইটি প্ৰথম স্ৰেনি। এই লৰা সকলে ৬।৭ বচৰ মানকৈ তলৰ স্ৰেনি সকলত পৰ্হি পৰ্হি এতিয়া এই স্ৰেনি পাইচেহি। এই স্ৰেনিৰ ভিতৰৰে এই ৮ আঠটি লৰাই এই বেলি এনট্ৰেন্স পৰিখ্যা দিবৰ কাৰন প্ৰস্তুত হইচে। এই সনৰ ডিচেম্বৰ মাহত পৰিখ্যাৰ দিন ধাৰ্জ্য হৈচে। পাচে ভ্ৰমান্ধে লাহেকৈ মাত লগাই মাষ্টাৰ ববুত সুধিলে, মহাসই; এই লৰাটিহঁতে আৰু কিমান দিন পৰ্হিব লাগিব? মাষ্টাৰ বাবুএ ভ্ৰমান্ধৰ মুখলৈ চাই কলে, বাবু,

নিজে নিজক অনুচিত কাৰ্য্যৰ পৰা নিলগাই, জি নিয়মে ইশ্বৰৰ প্ৰিয় কাৰ্য্য সাধন বিসয়ত ঠাৱৰ কৰি সন্তোস লভিব নোৱাৰে মানলৈকে পঢ়িব লাগে। কিন্তু আজি কালি ইয়াত কপি জপি এন্‌ট্ৰেন্স পৰিখ্যা দিব পাৰিলেই মহা পণ্ডিত হলো জেন বুলি ভাবি পঢ়িবলৈ এৰি কাম বিচাৰি হেবাথৰি খাই ফুৰে। এই কাৰনেই এই দেসৰ চাত্ৰে কেৰানি গিৰিত বাজে আন কোনো বিসেস ৰাজ সভাৰ গধুৰ বাব পোআৰ পৰা বঞ্চিত হই। ই জানো সামান্য দুখৰ কথা; এই দেশৰ লোক সকলে অলপ লাভতে সন্তুস্ট হৈ মনে মনে থাকে। এই স্বভাৱৰ মুল কাৰন অদুৰদৰ্সিতাই; কিন্তু এই স্বভাব জে চিৰকাল থাকিব এনে নহই, ক্ৰমে ক্ৰমে আন আন ভাগ্যৱন্ত দেসৰ নিচিনা হবগৈ, তাৰ সংসই নাই; সেয়ে জানিবা অলপ পলম। কিন্তু এই দেসি ডেকা সকলে ইদানি জি এটি দুটি আন দেসৰ বেৱহাৰ নিজ দেসত চলাবলৈ উদ্যোগি হৈচে, সেই দৰে ইয়াৰে৷ কৰিলে দেসৰ উন্নতি হোআৰ বৰ পলম নহই। এই সকল কথাৰ প্ৰসঙ্গ কৰি আন আন স্ৰেনিৰ চাত্ৰৰ সকল চাবৰ কাৰনে আগ বাঢ়ি গল। মাস্টাৰ সকলে একোটি ক্লাচলৈ, কোনোএ সাহিত্য, কোনোএ অঙ্ক, কোনোএ বা পুৰাবিত, ভূগোল আদি পাঠৰ প্ৰাশ লৰাক সিধাৰ বুঝাব লাগিচে। তিনিও অলপ অলপ মন দিয়দি পঢ়াব আৰু পঢ়োআৰ নিয়ম চাই চাই ফুৰি সন্তোস লাভ কৰিলে। পাচে সভাপতি জ্ঞানিএ কলে, মহাসই, আজি আপোনাৰ ইস্কুল দেখি পৰম সন্তোস পালো। দহ বচৰ মানৰ পূৰ্বে এই ইস্কুলৰ এতিয়াতকৈ বহুত হিন অৱস্থা আচিল। মহাসই! আপোনাসকলে কেৱল পুথিৰ পাঠ বুজাববহে অধিকাৰ হৈচে, এনে নহই; দেসৰ কুচিত স্বভাও গুচাই ভাল কৰিববো উত্তম সুজোগ পাইচে। এতেকে এই চলতে দেসত চলি থকা বেয়া স্বভাও ক্ৰমে গুচিবৰ কাৰনে আপোনা সকলৰ হাতত পৰা লৰাটিইতক জেন নিচেই চমু, দেখিথকা জনা বুজাৰ পৰা উপমাৰে সমই মতে অসদ প্ৰৱিৰ্ত্তি গুচিবৰ উপদেস দি প্ৰানিৰ কল্যান সাধিব, এই প্ৰাৰ্থনা। পাচে মাস্টাৰ বাবুএ এই কথা অৱস্যে কৰ্ত্তব্য বুলি স্বিকাৰ কৰিলে।

এনে সময়তে এজন মাষ্টাৰ এটি লৰা লগত লৈ আহি হেড মাষ্টাৰক জনালে, এই লৰাটিএ একে ক্লাচতে আজি তিনি বচৰ পৰ্চে, তথাপি পৰ্হাৰ কোনো উন্নতি দেখা নগল, আৰু ওপৰৰ স্ৰেনিৰ পৰাও নমাই দেখা হল;

বিসেস বুধি নিচেই হিন, এতেকে ইয়াৰ বিসয়ে কি কৰ্ত্তব্য? পাচে বাবুএ কলে, এই কথাৰ পাচে এটা বিবেচনা কৰা জাব, এতিয়া তুমি লৰা পঢোআগৈ, এই বুলি তেওঁক বিদাই দি তিনিও বঙ্গলা ইস্কুল চাবলৈ গল। বঙ্গলা ইস্কুলৰ প্ৰত্যেক স্ৰেনিৰে অলপ লথান বুজিলে, সকলো স্ৰেনি চাই ফুৰি প্ৰথম স্ৰেনিৰ ওচৰতে অলপমান বিস্ৰাম কৰিবৰ কাৰন বহিল। এনেতে ভ্ৰমাঙ্কে গুৰুক সুধিলে, গুৰু, এই লৰাটিহঁতক জে বঙ্গালি মাত্ৰৰ পুথি-বিলাকেৰে জ্ঞান সিকাবৰ নিযম কৰিচে, কি, অচমিযা ভাসাৰেনো এই কিতাপ বিলাকৰ ভাব ৰস তুলিব নোআৰিনে? আৰু লৰাহঁত তিৰোতাই চহা লোকে বুজিবৰ নিমিত্তে সুগম নহলহেতেন নে? পাচে গুৰু জনাই কলে এই পুথি সকল অচমিযা ভাসাৰে অতি সহজে বুজিব পৰাকৈ প্ৰস্তুত কৰিব নোআৰি, এনে নহয়, বিসেস মাতৃ ভাসাৰে লিখা পুথিসকল পঢ়িবলৈ জে সুগম হলহেতেন, তাৰ কোনো সন্দেহ নাই।

ইংৰাজি লোক সকলে জদি লাটিন, গ্ৰীক, ফ্ৰান্স ভাসাৰে সংস্কৃত ভাসাত থকা জ্ঞান সিকিবৰ নিযম ইল হেতেন, তেতিযা অবস্যে দুৰ্গম পালেহেতেন। বঙ্গালি সকলেও জদি চিলঠিযা নাইবা অচমিযা মাতেৰে ইংৰাজি বিদ্যা সিকিবৰ নিযম পালেহেঁতেন, তেতিযা অভ্যাস নথকা দুটি ভাসা সিকি ইংৰাজি সাস্ত্ৰত থকা উৎক্ৰিস্ট জ্ঞান লাভ কৰিবলৈ অৱস্যে দুৰ্গম বুলি স্বিকাৰ কৰিলে হেতেন। তথাপি আমাৰ দেসত জে বিদেসি বঙ্গালি ভাসা আজিলৈকে ইস্কুলত আৰু কাচাৰি ঘৰতো চলি আচে, ইয়াৰ প্ৰথম কাৰন এই, বঙ্গালি ভাসা অচমিযা ভাসাতকৈ তিমান প্ৰিথক নহই বুলি প্ৰত্যয হৈচে। এইৰূপ প্ৰত্যই হোআৰ কাৰন এই, জে বঙ্গাল দেসত থকা সকলে পুস্তক আদিত সংস্কৃত মিহলাই লিখিলেহে ৰচনা উৎক্ৰিস্ট হয় বুলি জানি, পাৰেমানে বঙ্গালিভাসাৰ মাজত সংস্কৃত বেৱহাৰ কৰি থাকে। পুৰ্বকালৰ মহা মহা কবি সকলে এই সংস্কৃত ভাসাৰে ধৰ্ম্ম সাসন, ৰাজ সাসন, সমাজিক নিয়ম, বৈদ্য সাস্ত্ৰ, দ্ৰব্যগুন, ইস্বৰৰ জ্ঞান প্ৰভৃতি অসেস প্ৰকাৰ প্ৰানিৰ আৱস্যকিয় কথা বাৰ্ত্তা লিখি লিখি থৈ জোআৰ কাৰনে প্ৰাই ভাৰতবৰ্ষৰ হিন্দু সকলৰ মাজত সেই ভাসাটিক আদৰ কৰিবৰ নিমিত্তে বাধিত হৈচিল। এতিয়ালৈকে জতে জতে হিন্দুৰ বসতি আচে, ততে ততে সংস্কৃত ভাসা অৱসো আচে। অন্য কি? এই ভাসাই সাগৰ পাৰ হৈ গৈযো জথা সম্ভৱে আদৰ পাইচে। অচমিয়া ভাসাৰ ভিতৰতো এইৰূপে সংস্কৃত বেৱহাৰ হৈ আচে। অচমিয়া ভাসাই সৈতে

বঙ্গালি ভাসাৰ জি জি অংস মিল জেন দেখা জাই, সেই সকলোয়েই প্ৰাই সংস্কৃত।

এই সংস্কৃত ভাসা অচমিয়া ভাসাৰ লগত জিৰূপে মিহলি হৈ আচে, সেই ৰূপে সি অসংখ্য ভাসাক সাহাজ্য কৰি আটাইতে মিহলি হৈ আচে। ৰজাই ইচা কৰিলে আপোন দেসৰ ভিতৰত জি ভাষাকে চলাব খোজে, তাকেই চলাব পাৰে; কিন্তু ভাসাৰ মিল অমিল বুজিব লাগিলে দেসৰ সৰ্বসাধাৰন প্ৰজাৰ মাজত কি ভাসা চলি আচে, তালৈ লক্ষ কৰিব লাগে। গাৱলিয়া চহকি মানুহৰ সংখ্যা কিমান আৰু নগৰত বাস কৰা নগৰিয়া লোকৰ সংখ্যা কিমান, তাক বুজিবলৈ গলে, গাৱলিয়াৰ সংখ্যাকেই অধিক পোআ জাব।

বঙ্গাল দেসৰ গাৱলিয়া চহা বঙ্গাল এজনে সৈতে আমাৰ অচমিয়া গাৱলিয়া চহা এজনক লগলগাই দি সিহঁতৰ এল, উলা, একাভকা, মাতেৰে দেসব ৰিতি, নিতি বেৱহাৰৰ কথা বাত্ৰা সোধা সুধি কৰা সময়ত ওচৰত থিয় দি কান কৰিলেই ভাসাৰ প্ৰভেদ উতমে বুঝিব পৰা হব। বঙ্গাল দেসত বঙ্গালি ভাসা চলি থকাৰ কাৰন কোনো পুথি পাজি নাইবা গোচৰ হাৰিৰ দৰখাস্ত জবাব আন এটাই পৰ্হিলেও চহা চহকিএ খপিয়াই জপিয়াই আচল মোটামুটি কথাৰ ভাব বুজিব পাৰে; কিন্তু আচাম দেসত অচমিয়া ভাসা নচলাৰ কাৰনে চহা চহকিৰ মহা প্ৰমাদ। বঙ্গালি পুথি এখনৰ ভাব জানিবলৈ ইচাহলে, আধা খৰচিয়াকৈ বঙ্গালি ভাসা জনা পণ্ডিত মহাসই সকলে অনুগ্ৰহ কৰি জি বুজাই, সেয়েই। গোচৰহাৰি লাগিলেও উকিলমোচাই সকলে আমোলামোচাই সকলে অনুগ্ৰহ কৰি জি দিহা বুধি দিএ, তাকেই সিৰোগত কৰি মানি চকু মুদি পেট পেলাই পৰি থাকি, হৰ্স বা বিসাদ একবিধ ওপৰৰ পৰা পৰিলোঁ জেন বুলি স্বিকাৰ কৰি থাকিবলৈ বাধ্য হৈচে। এই কথাতে তিনিও হাঁহি হাঁহি উঠি বাহিৰলৈ গল। এনেতে ইস্কুলৰ ঘৰিত তিনি বাজিল। সত্যপাল আৰু ভ্ৰমান্ধে হেড মাষ্টাৰৰ হাতত ধৰি ক্ষমা প্ৰাৰ্থনা কৰি বিদাই হল, মাষ্টাৰ বাবুএও সন্তোস চিতে বিদাই স্বিকাৰ কৰিলে। পাচে ইস্কুল বন্ধ কৰি সকলো ঘৰাঘৰি গুচি গল।

---

# যজ্ঞৰাম দেওধাই বৰুৱা।



## আহোম ভাষাৰ পৰা ভঙ্গা

### পুৰণি বুৰঞ্জী।

কোচৰণ ঃ—লাক্‌লি বাইচান (১৪) সকত চুচু-কুচুম আৰু টেপ্‌সু নামে দুজন কোচ ৰজাৰ সেনাপতিয়ে আহি শলা পালেহি, আমাৰ লোকেও গৈ শলাত থাকিল গৈ। পাচে সিহঁত দুযো লুইতে উজাই দিখৌ মুখ পালেহি। পাচে এই কথা শুনি ৰজাদেৱে চাৰিংৰজা, তংখান বৰগোহাঁই, কুজং বৰপাত্ৰগোহাঁই আৰু ওৱাইখেক বুঢ়াগোহাঁইৰে আলচি নাৱে ভটীয়াই লুইত পালেগৈ। সিহঁত দুযো গধুলি বেলিকা লুইতে উজাই পুনৰ দুপৰ ৰাতি ভটীয়াই আহি আমাৰ মানুহবিলাক হিলৈ মাৰিলে, দুই চাৰি গুলি লাগিলত আমাৰ মানুহ ভাগিল। পাচত সিহঁত দুযো ভটীয়াই গৈ হাড়ীয়া মুখ পালেগৈ আৰু তাৰ চাপৰিত ৰলহি। আমাৰ লোকে খেদি গৈ হাড়ীয়া মুখত যুধ ধৰিলেগৈ; তাতে আমাৰ ত্যাওমুংচুং পৰিল।

চিলাৰাই বা শুক্লধ্বজ কোঁৱৰৰ আক্ৰমন ঃ—লাৰ্কি মংৰাও [ ১৫, হিন্দুমতে ১৪৮৫ ) সঁকত মাঘৰ দিনত কোচ ৰজাৰ অপৰাজেয় ভায়েক, চিলাৰায়ে উজাই আহি ( লুইতে ) দিখৌ মুখৰ পোনে লুইতৰ উত্তৰে ৰলহি। পাচে ৰাজাদেৱে চাৰিংৰজা, তৱাইখেক বুঢ়াগোহাঁই; ত্যাওউত, ত্যাওচুলুং কংজং বৰপাত্ৰ চুতাংখাম্‌চেন, এই সকলেৰে গৈ ইপাৰে কোঁঠ দি ৰলগৈ। ত্যাওৰিং আইৰংমুঙ্গক যুদ্ধৰ অধিকাৰ কৰি, তিপাম ৰজাক লগত দি দিহিঙ্গৰ গৰঁত থাকিব দিলেগৈ। সেইসময়ত বহাগৰ দিনত মৰঙ্গীৰ ৰাইজ ভাগি আহিল। পাচে চাৰিংৰজাই ডাঙ্গৰীয়া সকলেৰে আলচ কৰি ৰজাদেৱলৈ জনাই, ফুংফামৰ পুতেক লাঙ্গিতামত লেচাইলুং লাঙ্গিখুন, এই তিনিক কোচ ৰজাৰ থাইলৈ প্ৰীতিৰ স্থাপনাৰ নিমিত্তে ৰাতিকৰা নামে ভাল মনুহ এটা পঠাই

দিলে। কোচ ৰজাই এই বুলি কৈ পঠালে,—"আমিও এতিয়াৰ নহওঁ, সিবিলাকো এতিয়াৰ নহয়। বিশেগতঃ স্বৰ্গদেৱ ৰজা ইন্দ্ৰৰ সন্তান, আমিও সদাশিৱৰ সন্তান এতেকতে তোমাৰ আমাৰ দ্বন্দ কন্দল কৰা উচিত নহয়, পূৰ্ব্বতো তোমাৰে আমাৰে অধিকাধিক প্ৰীতি গোট চলি গৈছে। এই জানি তোমাৰ আমাৰ দুই ৰাজ্য লওক, আমাকো দিওক; এই কথা শুনি যাতে সৰ্ব্বজনে প্ৰসংসা কৰে, তাকে আচৰিব।" তেওঁ সন্দেশ দিছিলে, হাতী ১টা ঘোঁৰা ৪টা (তাৰে এটা সোণৰ জিম বন্ধা)। পাচে ৰজাদেৱ এই কথা শুনি পাত্ৰ মন্ত্ৰীৰে আলচ কৰি কোচ ৰজালৈ হাতী ২টা আৰু ৰূপৰ টাঙ্গি বন্ধা দিলে। তাতে কোচ ৰজাই প্ৰীত হৈ ভায়েকক ভটিয়াই দেশলৈ নিয়ালে; আমাৰ সৈন্যও ৰনৱ ঠাইৰ পৰা উলটি আহিল।

পাচে আকৌ জেঠৰ দিনত কোচ ৰজাই টেপু সেনাপতিক পঠালে। টেপুৱে আহি দিহিঙ্গত কোঁঠ দি ৰলহি; আমাৰ দিহিঙ্গিয়া কাঁবোয়ে জানি গৰ এৰি ভাগি দক্ষিন পাৰলৈ আহিল। তাতে কোচ সেনাপতিয়ে তৰে নাৱে খেদি আহিল। আমাৰ চাৰিং ৰজা, তৰাইখেক বুঢ়াগোহাঁই, খংচন, কংজং বৰপাত্ৰগোহাই, এই সকলে আলচি হাতি ১, মোনীয়া হেংজন ১, হিলৈ ১ এই বস্তুদি লেচাই, খিং লাং মুংখুৰুৰ পুতেক, এই দুইক কোচ ৰজাৰ ঠাইলৈ পঠাই দিলে, ইহঁত দুয়ে কোচ ৰজাক এই সন্দেশ দিলেগৈ। আমাৰ ঘোঁৰা চোৰাই কৰলৈ নৌপাওঁতেই, যোদ্ধা সকলে ভাগিব খুজিছিল, এতেতে ঘোঁৰাচোৰাই পাই আজ্ঞা কৈ উলটি আহিল। পাচে আমাৰ মানুহে ৰব মোৱাৰি মাজৰাতি গঁৰ এৰি পলাই আহিল। সিবোৰলৈ বাট নেচাই ৰজাদেৱে ডৈখামত সবাকে গোটখুৱাই তাৰে পৰা নগাপৰ্ব্বতত উঠি চৰাইখোৰোঙ্গত থাকিল গৈ কংডৈ পৰ্ব্বতত তিনি মাহ আছিলে, কোচ সেনাপতিয়েও আহি পাই মানি বিলৰ কাখৰত থাকিলহি। পাচে আমাৰ ৰজাদেৱে প্ৰীতি স্থাপনাৰ কাৰণে তৰাইখেক বুঢ়গোহাঁইক কোচ ৰজাৰ ঠাইলৈ পঠাই দিলে আৰু লগত সন্দেশ দিলে,—সোণৰ কলহ ২, ৰূপৰ কলহ ৪, ৰূপৰ বেলা ১, ৰূপৰ জৰা ১। বুঢ়াগোহাঁয়ে আহি কোচ ৰজাক প্ৰীতিৰ কাৰণে কলেগৈ, পাচে কোচ ৰজাই কলে, "তৰাইখেক বুঢ়াগোহাঁই, তুমি উদৈগিৰি বুজাত এই কথা কৰা যাই,—তিনি জনা গোহাঁইৰ পুতেকক দিব, চুডাঙ্গৰ পুতেকক দিব, খামচেনৰ পুতেকক দিব, মই সকলো স্বৰ্গী ৰজাৰ ৰাজ্যত থৈ যাম। এই বুলি গোহাঁইক বিদায় দিলে বুঢ়াগোহাঁও আহি সকলোকে ৰজাদেৱত জনালেহি। কোচ সেনাপতিয়ে লুইতৰ মাজুলিত ৰল গৈ। শাওনৰ দিনত ৰজাদেৱে লংলাওৰ পুতেক

আকুত্যাং, বুঢ়াগোহাঁইৰ পুতেক ত্যাওত্যিত, বৰগোহাঁইৰ পুতেক ত্যাওপেত, খিমৰতৰ পুতেক, চুডাঙ্গৰ পুতেক, এই সকলক কোচৰ ঠাইলৈ বুঢ়াগোহাঁইৰ হাতত দিলে।

নাংবক্ল গাভক ঃ—পাচে দিহিঙ্গীয়া ৰজাদেৱৰ জীয়েক, খোৰা ৰজাদেৱৰ পেহী-য়েক আৰু বৰগোহাঁইৰ ভাৰ্য্যা নাংবক্ল গাভৰুৱে পুতেকৰ লগত আহি বুলিলে, "মোৰ পোক ভাটী ৰাজ্যলৈ যাবলৈ কেলৈ দিম? কোচেৰে সৈতে ৰণত যেন্হাৰিলা, তুমিনো কিহৰ ৰজা? ডাঙ্গৰীয়ানো কিহৰ?" আৰু বৰগোহাঁইক কলে; "তুমিনো কিহৰ বৰগোহাঁই? ভাল তোমালোকে যে ৰণত হাৰিলা, মই যুধ কৰি চাওঁ; তোমালোকৰ টুপি, চোলা, কুনবিন কুনখা (২) পিন্ধি কোচৰে যুধ কৰোঁগৈ; মই তিৰোতানে পুতাপু তেতিযাহে তাৰ চানেকি পাবাঁ। তোমালোকে মোৰ সাজপাৰ পিন্ধিবাঁ।" এই বুলি গাভৰুৱে পুতেক ত্যাওপেতক কাঢ়ি নিলে। পাচে বৰগোহাঁয়ে ৰজাদেৱত কলে, "ৰাজ্যৰ নিমিত্তে মোৰ পোক দিলোঁ, যক।" গাভৰুৱে পুনৰ কলে, "মোৰ লৰাক কোনে দিব পাৰে? দিখৌ নৈ বান্ধি ওভোটাই পঠিয়ালেহে মোৰ লৰাক দিব পাৰে।" পাচে ৰজাদেৱে খং কৰি বুলিলে, "বৰ-গোহাঁইৰ পুতেক যাব নেলাগে, মোৰ ভাই চুগাং কোৱঁৰ যক।" এই বুলি ত্যাওচুগামক কোচৰ ঠাইলৈ বুঢ়াগোহাঁইৰ হাতত দিলে। শাওনৰ দিনত বুঢ়া গোহাঁয়ে গৈ কোচ ৰজাৰ ঠাইত সকলো ওল সোধালেগৈ। খামচেনৰ পুতেকক সৰু লৰা বুলি ওলোটাই দি, কোৱঁৰক ভাল ৰূপে ৰখিয়া দিলে; কোচহঁতেও আপোনাৰ ৰাজ্যলৈ ভটীয়াই গল। পাচে চাৰিং ৰজা, তৰাইখেক বুঢ়াগোহাঁই এই দুয়ে কোচৰ ওল সোধাই উজাই আহি ৰজাদেৱৰ সপ্রপক্ষে কলেহি। উজিৰ-বামুন, তপস্বা লস্কৰ, মালামূল্য লস্কৰ, এই তিনিক কোচ ৰজাই উত্তৰ কোলত ৰাজখোৱা পাতিলে।

লাক্নি প্লেকমিত সকত (১৬) আঘোণৰ দিনত চৰাইখোৱোঙ্গৰ ৰজাদেৱে নগৰলৈ ওলাই আহি, পাঙ্গৰুৱা কোৱঁৰক মাৰিলে, সেই বছৰতে (অৰ্থাৎ হিন্দুমতে ১৪৮৬) আমাৰ-ওল দিয়া চুগাং কোৱঁৰকে মুখ্য কৰি সকলো মানুহকে কোচ ৰজাই আমাৰ ৰাজ্যলৈ পঠিয়াই দিলে। তাৰ কাৰণ তলত সংক্ষিপ্তকৈ বিবৃত হল; এদিনাখন কোচ ৰজাই লাচানাগা কছাৰিৰ বিৰুদ্ধে এটি বাৰ্ত্তা পালে, সেই কথা আমাৰ ৰজাদেৱে ভু পাই ত্যাওকনখামক, আৰু ত্যাওতক পঠাই লাচানাগা কছাৰিক ধৰি নিয়ালেহি; পাচে ইসকলে যাবৰ শুনি ত্যাওজাইখাম, ত্যাওতিং পুং

এই দুয়ে ৰজাদেৱক দ্ৰোহ কৰি ঘাই লুইতৰ পাৰহৈ বামুন উজিৰ কোচৰ ৰাজখোৱাৰ তাত সোমালগৈ; এই তিনি ঘটনা একে বছৰতে সংঘটিত হয়। পাচে ৰাজাদেৱে ত্যাওকনখামক উজনি কলিয়াৰাজ্য দিলে। ৰূপ সন্দিকৈক কনখামৰ লগত ডিবৰু মুখত থাকিব দিলে। পাচে কনখামক তাৰ পৰা আনি বুঢ়াগোঁহাই পাতিলে, তাৰাইখেকক বুঢ়া গোহাই ভাঙ্গিলে, কাৰণ স্বৰ্গদেৱে তেওঁক এই বুলি কৈছিল,- "তোমাৰ কেৰামতালি আৰু অসাৱধানতাত কোচে আমাক ৰণত জিনে, তোমাৰ নেমিত্তে আমি পূৰ্ব্বৰ শশ্ৰম হেৰুৱালো।"

ওল পৰিবৰ্ত্তন;—লাব্‌লি কাতেকেও (১৭, হিন্দুমতে ১৪৯১) সকৰ কাতিৰ দিনত ৰাজখোৱা মালামূল্য লস্কৰে ৰজাদেৱক দ্ৰোহ কৰিবলৈ আলচিলে। এদিন কোচ ৰজাই আমাৰ চুগাংকোৱঁৰক বুলিলে, "ভাই চুগাং, পাশা খেলোঁ আহা," এই বুলি দুয়ো পাশা খেলাত প্ৰবৃত্ত হল। চুগাং কোৱঁৰে কুৰি ঢাল পাশা জিকিল; এঢালত জোৰ দহলাগি আছে। এনেতে কোচ ৰজাই কলে, "ভাই চুগাং, যদি জোৰ দহ মাৰিব পাৰ, সত্যে সত্যে সত্যে তিনি সইত খাই কৈছো তই যাকে খোজ, তাকে দিম।" পাচে চুগাং কোৱঁৰে বিমুখে ঢালি জোৰ দহ পেলালে। পাচে কোচ ৰজাই কলে, "মই বচনে ঘাটিলো, মই দিও বুলিছোঁ তই কি খোজ খোজ।" পাচে চুগাং কোৱঁৰে বোলে, "যদি দিবা, মোৰ লগত অহা মানুহে সৈতে মোক ৰাজ্যেলৈ পঠাই দিয়া," তাতে কোচ ৰজাই কলে, "ভাল মই বিদাই দিছোঁ। তোমাৰ মানুহে সৈতে যোৱাঁ, আৰু মোৰ মানুহো যাক তোমাৰ নিবৰ ইচ্ছা, তোমাৰ লগতে যক।" পাচে চুগাং কোৱঁৰে মানুহে সৈতে উজাই আহি ৰজাদেৱক সেৱা কৰি সপ্ৰপঞ্চে বাৰ্ত্তা কলেহি। এই দৰে আমাৰ ৰজাদেৱে পূৰ্ব্বে কোচ ৰজালৈ পঠোৱা ওল, ঘুৰি আমাৰ ৰাজ্যলৈ উভতি আহিল।

পাচে ৰজাদেৱে উজিৰ বামুনকে, তপস্বী লস্কৰকে মাতি আনি ইঠাইতে ৰাখি থৈ, ত্যাংত্যাইৰ পুতেক লাইচুকক পঠাই মালামূল্য লস্কৰক ধৰি আনিব দিলে। পাচে সিবোৰেওগৈ লৰা তিৰোতা সহিতে সিহঁতক ধৰি আনিলে। পাচে উজিৰ আৰু তপস্বি লস্কৰক লোৱা মেলিলে। মালামূল্য লস্কৰক টুকৰা টুকৰাকৈ কটা হল। ৰজাদেৱে আঘোনৰ দিনত তিনিজনা ডাঙ্গৰীয়াক পঠাই চিনাতলিত গঁৰ বান্ধিব দিলে, আৰু বৰগোহাঁইৰ পৰিয়ালৰ লাংগুণমলাক ৰাজ নেওগ পাতিলে।




# পূর্ণানন্দ ডেকা বৰুৱা।

১৮৫৮ সন

পৰহিতৈষিতা অৰ্থাৎ পৰোপকাৰ

"নোপকাৰাৎ পৰোধৰ্ম্মঃ"।

আসাম দেস হিতৈষিনি সভাৰ ৰচনাৰ সাৰ সংগ্ৰহ।

জি দেসৰ মানুহৰ বুদ্ধি বৃতি অলপমান মাৰ্জিত হৈছে, আৰু জি দেসৰ মানুহৰ কিঞ্চিত ধৰ্মাধৰ্মৰ বোধ আছে, তেওঁবিলাকেই পৰোপকাৰ এটি প্ৰধান ধৰ্ম বুলি স্বিকাৰ কৰিছে। পৰম ইস্বৰে মানুহ মাত্ৰকে উপচিকিসা বৃতি দিছে, আৰু সকলোকে তদনুসাৰে কৰ্ম কৰিবৰো শক্তি দিছে। কেৱল যে ধনি মানুহএহে নিধনিৰ উপকাৰ কৰিব পাৰে, বা গিয়ানিযেহে অগিযানিৰ উপকাৰ কৰিব পাৰে এনে নহই, সকলো প্ৰকাৰ মানুহৰ দোআৰাই সময়ে সময়ে উপকাৰ হব পাৰে। ধনিএ জেনেকৈ ধনেৰে নিধনিৰ উপকাৰ কৰিব পাৰে, নিধনিয়েও আপোনাৰ বুধি পৰিস্ৰম আৰু হাতৰ কামৰ দোআৰাই ধনিৰ উপকাৰ কৰিব পাৰে। এইৰূপে সকলো মানুহে পৰস্পৰ উপকাৰ কৰি, প্ৰিথিবিত পৰম সুখেৰে কাল নিযাব পাৰে। কিন্তু আক্ষেপৰ বিষই এই, জে কেতিয়াবা অতি সামান্য কাৰণৰ নিমিতে পৰম ইস্বৰে মানুহক পৰম কল্যানৰ উদ্দেসে দিয়া উপচিকিসা বৃতিৰ কৰ্মবিলাক ভাল ৰূপে সিধি নহই, এই হেতুকে জেনেকৈ পৰোপকাৰ সাধনৰূপ ব্ৰত সম্পুৰ্ন সিধি হই, আমি তাৰ নিমিতে জতন কৰা উচিত। এই প্ৰিথিবিত কিমান জিৱ জন্তু আছে, সেই সকলো একে জনা পৰম পিতা পৰম ইস্বৰৰ পৰা উত্‌পন হৈছে; সুতৰাং আমি তেওঁৰ সম্বন্ধেৰে সকলোবিলাক পৰস্পৰে ভাই কাকাই হৈছোঁহকঁ, এতেক

জেনেকৈ আমি আমাৰ পিতা মাতাৰ পৰা হোৱা ভাই ককাই-বিলাকক মৰম চেনেহ কৰোঁহক, আৰু সিবিলাক দুখত পৰিলে অনেক কষ্টৰ দোআৰাইও সিবিলাকক তাৰ পৰা উদ্ধাৰ কৰিবলৈ জতন কৰোঁহক, তদ্ৰূপ আমাৰ পৰমপিতাৰ সমন্ধেৰে হোৱা ভাই ককাইবিলাকৰো উপকাৰ কৰিবলৈ চেষ্টা কৰা কৰ্ত্তব্য। এইৰূপে আমি জি উপকাৰ কৰোঁহক, সি আমালৈ সাঁচি থোআ হই, কিন্তু তাকে নকৰি, লোকৰ অপকাৰ কৰিলে আমি আমাৰ সৰ্ব পিতাৰ কোপত পৰিমহঁক। পোনে পোনে চালে আমি জানোঁ, জে কোনো মানুহৰ দুখ গুচাই সুখ দিব পাৰিলেই তাৰ উপকাৰ কৰা হই, ফলতঃ তেনে কথাৰ পৰা কেতিয়াবা কেতিয়াবা উপকাৰ নহৈ, বৰং অপকাৰহে হই। মানুহৰ স্ব স্ব অভিলাসৰ দৰে অনেক সময়ত অনেক প্ৰয়োজন হই, সেই সেই সময়ত তাক আপোনাৰ অভিলাস সিধিৰ উপাই কৰি দিলেই সি উপকাৰ মানে। জি মানুহৰ বিদ্যা শিকিবলৈ মন আছে, তাক বিদ্যাৰ বিসয়ত কোনো উপদেস দিলে সি জেনে উপকাৰ মানিব, লুভিয়া বা লুম্পত মানুহক তাৰ সেই কুচিত অভিলাস সিধিৰ উপাই কৰি দিলে, সিও তেনে উপকাৰ মানিব; কিন্তু এনে অসত প্ৰয়োজন সাধন কৰি দিলে লোকৰ উপকাৰ হোআ থাকোক অপকাৰহে হই। অনেক মদপি মানুহে ধন নোহোআত সুৰা পান কৰিবলৈ নেপাই অনেক কষ্ট পাই। আৰু অনেক অনেক মানুহে পৰতিৰি গমন কৰিবলৈ নেপাই, মনত অনেক দুখ পাই; অনেক খঙাল মানুহে বৈৰ নিৰ্য্যাতন কৰিবলৈ নেপালে সামান্য কষ্ট নেপাই, কাৰণ কোনো কোনো খঙাল মানুহে খঙৰ প্ৰতিকাৰ কৰিবলৈ নেপাই, আপোনাৰ জিৱনকো বিসৰ্জন কৰিবলৈ উদ্যোগ কৰে। আৰু অনেক লুভিয়া বা দুষ্ট মানুহে আপোনাৰ অভিলাস সিধি কৰিব নোআৰি, অসেস ক্লেস বোধ কৰে। কিন্তু সেই বিলাক দুৰাচাৰ মানুহৰ সেই সেই বিলাক কষ্ট দেখি, কোনো উপায়েৰে সিহঁতৰ উপকাৰ নহৈ অনেক অপকাৰহে হই। ৰেচকৈ জনা গৈচে, জে কেৱল দুখ গুচাই সুখ দিলেই লোকৰ উপকাৰ কৰা নহই, আৰু কেতিয়াবা প্ৰয়োজন বিসেসত কিঞ্চিত দুখ দিলেও উপকাৰ কৰা হই। কুকৰ্মকাৰি মানুহ বিলাকক দণ্ড কৰিলে তেতিয়া সিহঁতে তাক অপকাৰ জেন ভাবিব পাৰে হই, কিন্তু সেই দণ্ডতেই সিহঁতৰ মহা উপকাৰ হই, তাত সংসই নাই; ইয়াক সকলোৱে জানে, জে দুৰাচাৰ মানুহবিলাকে আপোনাৰ কুকৰ্মৰ নিমিতে জিমান দণ্ড পাই, সিহঁতৰ দুস্প্ৰবৃতিবিলাক তিমান দুৰ হই। বেজে যেতিয়া কোনো ৰুগিয়া মানুহৰ ৰোগ গুচাবৰ নিমিতে জলা তিতা দৰব খুআই, নাইবা

কোনো অঙ্গ কাটি পেলাই, তেতিয়া জে সেই নৰিয়া মানুহে অনেক দুখ পাই, তাত কোনো সংসই নাই, কিন্তু তাক তেনে অলপ দুখ নিদিলে,. তাৰ ৰোগ গুচাবৰ উপাই নাই। আমি এই সমযত ৰোগ ম্রিত্যু প্রভৃতিক অতি অপকাৰি আৰু ঘ্রননিয গিয়ান কৰোঁহঁক; কিন্তু বিবেচনা কৰিলে জানিব পাৰি জে, সেই ৰোগ প্রভ্রিতি দিও পৰম ইস্বৰে আমাক অসেস উপকাৰহে কৰিচে, কিযনো আমি জেতিয়া তেওঁৰ সাধাৰনিক মানসিক কোনো প্রকাৰ নিযম ভাঙ্গো, তেতিয়া আমি সেই বাবে ৰোগ আদিৰ দোআৰাই দুখ ভোগ কৰোঁহক, কিন্তু আগলৈ আমি সেই ৰুপে নিযম নেভাঙ্গিবলৈ সতক হব পাৰোঁহক। আৰু অসেস ৰোগৰ দোআৰাই জেতিয়া আমি ক্লেস পাওঁহঁক, তেতিয়া ম্রিত্যু আহি আমাৰ সেই দুখ গুচাই; এতেক ম্রিত্যুও আমাৰ উপকাৰিহে। এই কাৰন আমাৰ অসেস সুখৰ নিমিতে অলপ দুখ দিলেও সেই দুখত অপকাৰ নহৈ, উপকাৰহে হই, কিন্তু সম্প্রতি অলপ সুখ দি পাচত অনেক দুখ হবৰ পথ উলিযালে সেই সুখ কোনো ৰুপেই উপকাৰি হব নোআৰে। কিন্তু উপকাৰি জনৰ সুভ ইচাইহে উপকাৰৰ মুল, কোনো মানুহে মনত সম্পুৰ্ন উপকাৰ কৰিবৰ মনেৰে জদি কোনো মানুহক অলপমানো উপকাৰ কৰিব পাৰে, তেন্তে সেই জনক পৰোপকাৰি বোলা উচিত। কিন্তু জি মানুহৰ মনত উপকাৰ কৰিবৰ কিঞ্চিতমানো মন নাই, অকস্মাত তাৰ পৰা কোনো উপকাৰ পোআ যাই, তাক উপকাৰি বুলি গননা কৰা উচিত নহই। কোনো ভোকলগা মানুহক আহাৰ দিযাত জদি তাৰ গাত কোনোৰুপে আঘাত লাগে, তেন্তে সেই অন্নদাতাক অপকাৰি বোলা উচিত নহই। আৰু কোনো ডকাইতে কোনো মানুহক প্রান মাৰিবৰ মনেৰে দাৰে কোব মাৰিলে সেই মানুহৰ কোনো ৰোগ দুৰ হলেও সেই ডকাইতক সেই জনৰ উপকাৰি বোলা অজুগুত। এতেকে উপকাৰিৰ সুভ ইচাইহে উপকাৰৰ মুল। আৰু সেই দৰেই উপকাৰিৰ অন্য কোনো লোভ ৰাখি উপকাৰ কৰিলেও উপকাৰৰ মর্জদা নেথাকে। জেনেকৈ কোনো ধনি মানুহক প্রসন্ন কৰি সাৰ্থ সিধি কৰিবৰ মনেৰে কোনো মানুহে সেই ধনিৰ উপকাৰ কৰিলেও সেই ধনিএ তাক উপকাৰি গিয়ান নকৰি, আপোনাৰ উপাসক বুলিহে ভাবে। এতেকে স্বাৰ্থপৰতা বা অসত প্রবৃতি নোহোআকৈ জি উপকাৰ কৰা জাই, তাকেহে সত্য উপকাৰ বুলিব পাৰি। জদিও উপকাৰৰ লগে লগেই প্রত্যুপকাৰ আৰু ইস্বৰৰ প্রিতি আচে, তথাপি উপকাৰি মানুহে আন কোনো প্রকাৰ আপোনাৰ লাভৰ বাঞ্চা ৰাখি উপকাৰ কৰা উচিত নহই। আৰু তেনে

কৰিলে পৰোপকাৰ ৰূপ ধৰ্ম্মৰো ফল পোআ নেজাই। কিয়নো উপকাৰ দায়াৰ কাৰ্জ, কিন্তু স্বাৰ্থপৰতাৰ লগত দায়া নেথাকে। বিসেস দেস কাল পাত্র বিবেচনা কৰিলে উপকাৰৰ সম্পুৰ্ণ ফল পোআ নেজাই। এতেকে জি দেসত জি কালত জি মানুহৰ জি বস্তুৰ আৱস্যক; বিবেচনা পুৰ্ব্বক সেই বস্তু তাক দিব পাৰিলেই সম্যক উপকাৰ কৰা হই। পৰে সেসত ইয়াকে কোআ উচিত, জে উপকাৰ কৰোঁতে, জেন তাৰ অপকাৰ নহই, কোনো মানুহক সুখ দিয়াত জেন তাৰ নিত্য কল্যানৰ পথ ৰোধ নহই; পৰোপকাৰ ৰূপ ধৰ্মৰ লগত জেন স্বাৰ্থপৰতা পাপৰ যোগ নহই; আৰু কঠিন বাক্য বা বিসম ভাবৰ দোআৰাই উপকাৰৰ অমৃত সমান স্বাদ নষ্ট নহই; উপকাৰ কৰিবৰ সময়ত উপকাৰি মানুহে এনেকুআ কিচুমান নিয়মৰ প্ৰতি দ্ৰিষ্টি কৰা উচিত। এইৰূপে উপকাৰ কৰিব পাৰিলেই লোক সমাজৰ হিত সাধন কৰা হই, আৰু জি এই দৰে লোকৰ উপকাৰ কৰে, তেওঁকে সত্য পৰহিতৈসি বোলা উচিত।

---

# হেমচন্দ্ৰ বৰুৱা।

## কোৱা ভাতুৰী।

কোৰখনিযা সত্ৰৰ গোবৰ্দ্ধনদেউ আতা পৰম বৈষ্ণৱ, কংশ ৰজাৰ চন্দন-যোগাতী কুঁজী-বাইৰ বংশত জাত, সাক্ষাত গুৰুজনৰ পৰা পৰমাৰ্থৰ ভাগ-পোৱা গোপীনাথদেউ আতাৰ পৰিনাতি। ঘোষা, কীৰ্ত্তন, ৰত্নাৱলী, এই তিন খানি শাস্ত্ৰ প্ৰভুৰ ওষ্ঠাগ্ৰ; ইয়াত বাজে গুণমালা, ভটিমা, চপয, তোটয়, এই বিলাক মুখে আখৈ ফুটাৰ দৰে ফুটে। বৰগীতত গোঁসাই দেউ এনেহে পাৰ্গত যে, তেওঁ পুৱতীযা নিশা গীত ধৰিলে ওচৰৰ গছবিলাকেও পাত-লৰোৱাৰ চলেৰে তাল ধৰে, আৰু কুকুৰ শিয়ালেও প্ৰেমত বাউল হৈ ৰাগ দিযে। গোঁসাই ঈশ্বৰৰ উপৰি পুৰুষ সকল তিৰী-লগীযা আছিল, কিন্তু গোঁসাই দেউৱে মধপুৰ থানৰ ধূলা-মালা লৈ নিৰ্ম্মল উদাসীন ধৰ্ম্মত আশ্ৰয় কৰিছে, তিৰীজাতিৰ মুখকে নেচায; আন কি ! তিৰীলগীযা ভকতে অনা জলকো গ্ৰহণ নকৰে। প্ৰভুৰ উপৰি পুৰুষ সকলৰ বৰ মহিমা আছিল, তেওঁবিলাকৰ এজনৰ মহিমা দেখি কালশিলা নৈযে মানুহৰ ৰূপ ধৰি শৰণ ভজন লৈ কৰৰ বাবে বছৰি পাঁচ বুৰি কালচাপৰ কনী যোগাই আছিল। আমাৰ গোঁসাই-দেউৰো মহিমা কম নহয, এতিয়া কলিৰ কাল বুলিও কিষ্কিন্ধ্যাৰ বান্দৰৰ ৰজাৰ কোঁৱৰ এজনাই গোঁসাই দেউৰ ঠাইত মালা মন্ত্ৰ লৈ বছেৰেকত তিনটা লঙ্কাৰ কণমৌ-কৰ দিয়ে। গোসাই-দেউ "মহাপুৰুষগুৰুৰ শুধ" সত পথৰপৰা একাঙ্গুলো লৰ-চৰ নহয়, "অন্য দেৱী দেউৰ" নাম মুখেৰে লোৱা থাকোক, কাণেৰে শুনিলেও কাণত সোপা দিযে, "অইন দেৱী দেউৰ" নামেৰে মানুহৰ নাম থাকিলে তাক সলাই "কালিৰামক" "মহিৰাম" "দুৰ্গাৰামক" "দহ হতীযাৰাম," "শিৱনাথক" "জটীয়ানাথ" বুলিহে মাতে। প্ৰভুৱে তিনটা প্ৰসঙ্গ নকৰাকৈ পানী এটোপাকো ভোজন নকৰে,

আৰু আঁউহী একাদশী হলে ডুকঠা আৰৈ চাউলৰ কেঁচা পিঠা-গুৰি, আৰু তাৰে সোখাই গুড় গাখীৰ আৰু কলাত বাজে আন একো নলয়। গোঁসাইদেউ "বাকসিধ," যি বোলে সেয়ে হয়। এবেলি এজন ভকতে কিবা দাই কৰাত, "হতশ্ৰীহো" বুলি তাক শাও দিছিল, গোসাইদেউৰ সেই "বৰ্জ্জ বাইক" পৰিবৰ পৰা ভকত জনে ডেৰকুৰি বছৰ মাথোন টানিলে। গোঁসাইদেউ ধৰ্ম্ম শাস্ত্ৰত বৃহস্পতি, ঘোষা-ৰত্নাৱলীত যিবিলাক টান কথা আছে, মুহূৰ্ত্তেতে সেইবিলাকৰ সংশয় ছেদ কৰিদিয়ে। এবেলি এজন পৰমাৰ্থ-বস্তুলৈ আশা-কৰা ভকতে কুৰাল-গুৰি-সত্ৰৰ নাম-ঘৰত ভাগতী বাপুৱে কৃষ্ণৰ লীলা কথন কৰোঁতে ভকতসকলক প্ৰেমত বাউল হৈ বাগৰি ফুৰা দেখি তেৱোঁ ডুবাৰ-মান মাটিত লেটি ললে; পাছে নামঘৰলৈ পিঠি দিলতে কৃষ্ণৰ চৰিত্ৰ সকলো-খিনি গাৰ ঘামে সৈতে মনৰ পৰা মাৰ গল, কেৱল "বৃন্দা বিপিনে" এই ডুটি কথা মাথোন কথমপি মনৰ এচুকত লাগি ৰল। কিন্তু সেই বাক্য-ফেৰিৰ ভাৱাৰ্থত অলপ সংশয় হোৱাত তেওঁ গোঁসাই-ঈশ্বৰৰ গুৰিলৈ গৈ সেৱা কৰি মাত লগালে "প্ৰভু ইস্পৰ" বিৰিন্দা বুলিলে, জানিবা বিৰিণা বনকে বুজায়, তাক সদায়ে দেখিয়েই আছোহঁক এতিয়া বিপিনা বুলিনো কি?" তাতে গোঁসাই-দেউৱে গম্ভীৰ ভাৱেৰে উত্তৰ দি বুলিলে, "আতৈ ৰাম সজ সোধা গৈছে, "বিপিনা" বুলি বিৰিণাৰ কোমল কেঁওখিনি, ই বৰ গূঢ়াৰ্থ সকলোৱে তাৰ সন্ভেদ নেপায়।" আমাৰ "প্ৰভু ইস্পৰে" বিষ্ঠাৰ কিমানলৈ ভেদিছে, এয়ে তাৰ চিন।

ভকতসকলে আগৰেপৰা চলি অহা সদাচাৰত প্ৰবৰ্ত্তে নে, তাৰপৰা ইফাল-সিফাল হয়, নাম প্ৰসঙ্গতকৈও আমাৰ গোঁসাই-দেউৱে তালৈ অধিক চকু দিয়ে; কিয়নো তাৰপৰা অকল ভকতসকলৰ তৰিবৰ উপায় হয়, এনে নহয়; তেওঁবিলাকক সত্ৰৰ নীতি-নিৰ্ব্বন্ধৰপৰা লৰ-চৰ হোৱা ধৰিব পাৰিলে ৺থানৰ এফেৰি লাভ আছে। আন নহলে তেও শলা-বন্তিৰ ধন ফেৰি 'ওলায়। এবেলি এজন ভকতে ফুৰা গাৰে গুৱা-ভোজন কৰাৰ কথা আন আন ভকতসকলে কোৱাকুই কৰাত সেই কথা গোঁসাই দেউৰ কানত পৰিল, তাতে ভকত জনৰ জীৱটিৰ অসদ্গতি হয় বুলি বৰ ভাবিত হৈ কেৱলীয়া ভকতসকলক চপাই গোঁসাই ঈশ্বৰে মহা সোধ পাতিলে; সোধত পদপ্ৰমাণেৰে সেই কথা সঁচা নোহোৱাতো আতৈজনৰ জীৱৰ কল্যাণৰ আৰু অপবাদৰ পৰা গাটি শুচি কৰিবৰ কাৰণে ৺থানলৈ কুৰি টকি ৰূপৰ বাব দিবৰ আজ্ঞা হল; আৰু তেওঁ তাকে নিদিলে মানে তেওঁক পাচলৈ হাত কৰি বান্ধি বেলি মূৱাকৈ পেলাই থোৱা হৈছিল। এইৰূপে আমাৰ প্ৰভু ঈশ্বৰে কত ভকতৰ গা শুচি কৰিছে,

তাৰ লেখ নাই। পাপ এটা সোঁচৰা ব্যাধি, নিস্পাপী মানুহ পাপী মানুহৰ ওচৰ চাপিলেই পাপে জাঁপ মাৰি নিস্পাপী মানুহৰ গাত উঠে। যি শিষ্যে জানি বা নেজানি প্ৰভু ঈশ্বৰৰ দাই লগাই, তাতকৈ পাপী কেও নাই। এইকাৰণ সি দাই নভঙ্গায় মানে তাৰ পাপ আনৰ গাত সোঁচৰে বুলি প্ৰভু ঈশ্বৰে তাৰ দুৱাৰ-মুখত টাৱ-চিলিঙ্গি মাৰি আন শিষ্যক সেই জগৰীয়া শিষ্যেৰে সৈতে জুই পানীৰো ব্যৱহাৰ কৰিবলৈ নিষেধ কৰি থয়। শিষ্যৰ জাৰটি কেনেকৈ উদ্ধাৰ হব প্ৰভুৰ সদায় তাকেহে চিন্তে; তাতে শিষ্যৰ ভাল বস্তু এটি দেখিলেই কেতিয়াবা তাৰ প্ৰতি দয়া কৰি সেই বস্তুটি "গ্ৰহণীয় ভাৰ" কৰিবলৈ মহাপ্ৰভুৰ ইচ্ছা জন্মে, বস্তুটি দুখানি চৰণত শোধালে ইহ পৰ-লোকত শিষ্যটিৰ কল্যাণ হয়; তাকে নকৰিলে নৰকৰপৰা তাৰ নিস্তাৰ নাই। আমাৰ প্ৰভু জগন্নাথ সি খানি শিচ-গাৰ ৩ সোমাই, তাৰ কল্মষ গুচাবৰ নিমিত্তে তাক জহনীয়ে চোঁচা পেটতকৈও নীৰস কৰিহে এৰে। দুখানি চৰণে এবাৰ শিষ্যৰ গাৱঁত ধূলা পেলাই সকলোকে পবিত্ৰ কৰিবলৈ গৈছিল; গাওঁ পাই শুনিলে, সেই গাওঁৰ মেধিৰ এজনী ভাল গাই আছে, তাতে মেধিৰ পৰম ভাগ্যৰ গুণে তেওঁৰ প্ৰতি প্ৰসন্ন হৈ আতা ঈশ্বৰে গাইটীলৈ এনেহে ইচ্ছা কৰিলে যে, তাকে নেপালে চাউল সিজোৱাই নহয়। এই কথা আলধৰা-আতৈয়ে গৈ মেধিত কলে, মেধি বিমোৰ! গৰু নিদিলে গোঁসাই ঈশ্বৰৰ ভোজন নহয়, গৰুজনীও মৰমৰ, দিবলৈ গাই নসয়। কিন্তু গোঁসাই ঈশ্বৰ লঘোনে থাকিলে, গৰু কি বস্তু? দেহ প্ৰাণৰে সৰ্বনাশ! এই বিলাক কথা ভাবি চাই একেবাৰে অৰি-হণাৰে সৈতে নামঘৰৰ খুঁটাত গৰুজনী বান্ধি দিলতহে প্ৰভুজগন্নাথে দুপৰীয়া ভোজন কৰিলে।

---

গোবৰ্দ্ধন গোঁসাইৰ নগৰলৈ অহা, আৰু মৰ্কটেশ্বৰ

ফুকনৰ ঘৰত বহা কৰা।

লোভৰ সমান দুষ্ট বস্তু নাই, ই কি সন্ত, কি মহন্ত, সকলোকে বশ কৰে। আমাৰ গোঁসাই ঈশ্বৰ যদিও সাক্ষাত ধৰ্ম্মমূৰ্ত্তি আৰু পৰমাৰ্থৰ ভঁৰাল আছিল, তথাপি লোভৰ হাত সাৰিব পৰা নাছিল;—তাতে কোনো এজনৰ এডৰা ৰোৰতী

মাটি আপোনাৰ ধৰ্ম্মোত্তৰৰ ভিতৰৰ বুলি এখান মিছা তামৰ ফলি উলিয়াই গোচৰ পাতিছিল আৰু সেই গোচৰৰ কাৰণে গোঁসাই-দেউ নগৰলৈ আহি মৰ্কটেশ্বৰ ফুকনেৰে চিনাকি হোৱাত তেওঁৰ তোলতে বহা কৰিলে। মৰ্কটেশ্বৰ ফুকন এই দেশৰ বৰগোঁহাই-ফৈদৰ সন্তান, ৰজাৰ দিনত কেইবাখনো ডাঙ্গৰ বিষয় খাইছিল, এতিয়া পেন্‌স্যন পায়। পূৰ্ব্বে তেওঁ তন্ত্ৰৰ মতত প্ৰবৰ্ত্তিছিল কিন্তু আমাৰ গোসাঁই-দেউৰ এনেহে পৰমাৰ্থৰ বল যে তেওঁৰ লগ পাবৰেপৰা ফুকন-দেওৰ মন একেবাৰেই পালটিল, তাতে তেওঁ তন্ত্ৰ-মন্ত্ৰ সকলোকে কাতিকৈ থৈ মহাপুৰুষ গুৰুৰ এজন শুদ্ধ সেৱক হৈ পৰিল, ভোৰতালৰ কোবত গছৰ পাত সৰাবলৈ ধৰিলে। এওঁতকৈও এওঁৰ গাভৰু-দেও-জনাৰ ভক্তিহে চাৰ। তেওঁ নিতৌ গোঁসাই দেউৰ মুখে কৃষ্ণ লীলা শুনি ভক্তি-ৰসৰ সোৱাদ পালে, আৰু পৰমাৰ্থৰো মৰ্ম্ম বুজি ললে। এইৰূপে থাকোঁতে থাকোঁতে গুৰু-শিষ্যে দুইকো দুয়ো চিনি পাই প্ৰেমভাৱ উপজিল। গোঁসাই-দেউৱে নতুন শিষ্যৰ ভক্তিত তুষ্ট হৈ পূৰ্ব্বে কৃষ্ণৰ যিবিলাক লীলাৰ কথা মুখেৰে শুনাইছিল, পাচত ঘৰতে বৃন্দাবন পাতি সেইবিলাক দেখাই দিবলৈ ধৰিলে; বস্ত্ৰহৰণকে আদি কৰি মান-ভঞ্জনলৈকে লাহেলাহে সকলো লীলা সাঙ্গকৈ দেখালে। ফুকনদেৱে এই সকলো লীলাখেলাৰ কথা জানিও সন্তৰ, বিশেষত গুৰুৰ মনত কোপ হব, এই ভয়ত বাধা দিবলৈ সাহ কৰিব নোৱাৰিলে; বৰং গাভৰু-দেৱে এনে এজনা পৰম বৈষ্ণৱৰ প্ৰিয়া শিষ্যা হৈ পৰমাৰ্থৰ মৰ্ম্ম বুজি লোৱাত আপোনাকো ধন্যহে মানিলে, আৰু আপোনাৰ পুণ্যৰ ফলেৰে নোৱাৰিলেও আইচু-দেওৰ পুণ্যৰ ফলেৰেই যেন তৰি যাব পাৰিব, একো বেলি মনত এনে এটা আশাও কৰিছিল। বিশেষ তেওঁৰ পুত্ৰ নাছিল, এই কাৰণ গাভৰু-দেওলৈ সাধু-জনাৰ ইমান অনুগ্ৰহ ভাৱ হোৱা হেতু বুঢ়া কালত পুত্ৰৰ মুখ দেখিবলৈ পাব বুলি, তেওঁমনত বৰ ৰং পাইছিল। ইয়াত বাজে আইচু-দেওৰ গাত বীৰাৰ পাক এটা আছিল, গোঁসাই-দেউৰ আশ্ৰয় লেৱাৰ পৰা সেইটি গুচিল, এই কাৰণ তেওঁৰ মনৰ সন্তোষ সকলো সীমাৰ পাৰ হৈছিল।

---

## ভঙেশ্বৰ-বৰুৱাৰ চৰিত্ৰ। তেওঁৰ সভা-বৰ্ণনা। গোঁসাইদেউৰ সভালৈ গমন আৰু শাস্ত্ৰালাপ।

ভঙেশ্বৰ বৰুৱা তিনিও "মোতালকৰ" চিৰস্তাদাৰ, চাহাবৰ বৰ খাটনিয়াৰ, অকল তেওঁইহে চাহাবৰ খাটনিযাৰ এনে নহয়, তেওঁৰ ঘৰৰ বোন্দা-মেকুৰিটি পৰ্য্যন্ত চাহাবৰ প্ৰিয়, এই কাৰণ তেওঁ যিহকে কৰোঁ বোলে, তাকে কৰিব পাৰে; বগ্যাত কিন্তু "বৃহস্পতি," সেই কথাত তেওঁৰ ফালে নিতৌ "শ্ৰীপঞ্চমী" বুলিলেও বৰ মিছা কোৱা নহয। কিন্তু ডাঙ্গৰীয়া আন সকলো বিদ্যাত কৈ এটা বিদ্যাত বৰ পাৰ্গতি, তাৰ নাম "লোটনি"। এই বিদ্যাত তেওঁ এনেহে পণ্ডিত যে হাকিম সকলৰ ভৰিৰ পৰা তেওঁৰ হাতৰ বিচ্ছেদেই নাই, আৰু অকল এই বিদ্যাৰেই সকলো হাকিমক বশ কৰে। বৰুৱা দেউৰ গুৰিটোহে বৰ বিশিষ্ট নাছিল, তেওঁ তাক ঢাকিবৰ উপায় নকৰি থকা নাই। আমাৰ দেশৰ সামান্য মানুহে এটা ডাঙ্গৰ কাম পালে আগৰ হীন অৱস্থালৈ তাৰ ঘিণ লাগে, আৰু তাক লুকাবৰ মনেৰে পুৰনি ডাঙ্গৰ খিতাপ এটাৰে খ্যাত হবলৈ যতন কৰে। আমাৰ বৰুৱাদেৱে সেই বুদ্ধিটো জানিছিল। আমাৰ দেশৰ মনুহবিলাক খাটনি-লোটনিত বৰ পটু, আৰু যেনে মাছ দেখে, তেনে জাল গাঁথিব পাৰে। বৰুৱাদেঁও যদিও আগেয়ে ঘৃণাৰ পাত্ৰ আছিল, তথাপি এতিয়া ডাঙ্গৰ বিষয় পোৱাত, বিশেষত চাহাবৰ খাটনিয়াৰ হোৱাত সকলোৱে তেওঁত ইষ্ট গুৰুৰ নিচিনাকৈ ভক্তি কৰিবলৈ ধৰিলে। কোনো একোজন ভদ্ৰলোকে কয়, ডাঙ্গৰীয়া শুদা শক্তিৰ লোক নহয, যোগ ভ্ৰষ্ট পুৰুষ সাক্ষাত ঈশ্বৰ মূৰ্ত্তি, নহব কিয়? "শুচিনাং শ্ৰীমতাং গেহে যোগ ভ্ৰষ্টোভিজায়তে"। এনে কথা শুনিবলৈ ডাঙ্গৰীয়াই বৰ ভাল পায় আৰু কোৱা জনলৈ প্ৰসন্ন হয়। ইয়াকে দেখি আমাৰ মানুহবিলাকে সেই বিষয়ত বৰ পাৰ্গতালি দেখাই আপেনাৰ কাৰ্য্য সিদ্ধি কৰিছিল। এজন গুচৰিয়া ভকতে এদিন ৰাতিপুৱা লৰি আহি ডাঙ্গৰীয়াৰ ভৰিত দীঘলহৈ পৰি কবলৈ ধৰিলে, "দেউতা ঈশ্বৰ! বন্দীক ৰইখা কৰক, বন্দীয়ে বৰ অপৰাধ কৰিছোঁ। কালি কেনেবাকৈ নেদেখাত দেউতা ঈশ্বৰৰ খৰমত উজুতি মাৰিলো, তাতে ৰাতি শুই থাকোঁতে হাতত সোণৰ লখুটি লোৱা আৰু শুকুলা বস্ত্ৰ পিন্ধা, পকা থেকেৰা যেন বৃদ্ধ লোক এজনা আহি 'তই মোৰ খৰম কিয় গুৰিয়ালি' বুলি বন্দীক গচকা মাৰি ধৰিলে। বন্দিয়ে সপোনতে অনেক কাকুতি মিনতি কৰাত

এৰি দিঁ কলে, মই কোন্ চিনিছনে ?'' তাতে ভয়ত কঁপি কঁপি বন্দীয়ে বুলিলোঁ, পৰ্ভু। আমি পগালি চকুৰা মনিচ, প্ৰভুক কেনেকৈ চিনিম ? এই কথা শুনি মিটিকিয়াই হাঁহি দেউতা-ঈশ্বৰৰ নাও কাঢ়িলে, 'তেৱেঁই মই, তেওঁক শুদালোক যেন নেদেখিবি, আৰু তই যে তেওঁৰ খৰমত ভৰি লগালি এই বাবে তেওঁৰ আগত দীঘল হৈ পৰ গৈ' তাতে এতিয়া দেউতাই ৰাইখা কৰিলেহে হয়।'' ইয়াকে শুনি ডাঙ্গৰীয়া তালৈ বৰ প্ৰসন্ন হল, আৰু এই কথা যেন তেওঁজানি আছিল, এনে ভাবেৰে ওলপকৈ দাঁতকেইটি উলিয়াই গম্ভীৰৰূপে বুলিলে বাৰু খেমা কৰিলোঁ যা।'' তাতে ভকত জনে ভক্তিভাৱে ডাঙ্গৰীয়াৰ শ্ৰীচৰণৰ ধুলি লৈ উঠি গল, আৰু সেই ধুলাৰ প্ৰসাদতে গোচৰো জিকিলে, এনে বিলাক কথা শুনি শুনি ডাঙ্গৰীয়া ওফন্দি গঙ্গাটোপ হল, আপোনাক শিৱ কি বিষ্ণুৰ পূৰ্ণ অৱতাৰ বুলি ভাবিবলৈ ধৰিলে; এই কাৰণে কোনো কথাৰ সঁচা-মিছা নিশ্চয় কৰিব লাগিলে, তাৰ আন সাক্ষী নিবিচাৰে, তেওঁৰ 'চৰণত'' ধৰি শপত খাবলৈ আজ্ঞা কৰে।

এদিন ডাঙ্গৰায়া বৰচৰাত এযোৰ জাঁপ পাটী-চৰাত একাঁঠুমান ওখ এটা বৰ গাঁৰুলৈ কিলিংনৈৰ বালিত বৰ ঘৰিয়ালটোৰ দৰে পৰি আছে, পাৰিশদ সকলে চাৰিও ফালে শক শগুনৰ দৰে বেৰি আছে ডাঙ্গৰীয়াৰ চকু কদাচিত হে আধা মানেই মুকলি হয়। আমাৰ দেশৰ মানুহে ভাবে যে, আপোনাৰ গাটো দুৰ্ব্বল, ৰুগীয়া আৰু সুকুমল বুজাব পাৰিলেহে বৰ মানুহ বোলাব পাৰি; এই কাৰনে অনেকে হাত থাকোঁতেও কোঙ্গা, ভৰি থাকোঁতেও খোৰা, আৰু বল থাকোঁতেও দুৰ্ব্বল যেন দেখাই ফুৰে। আমাৰ ডাঙ্গৰীয়াও সেই বিধৰ লোক; আগেয়ে যে আহাৰমহীয়া ৰদত পথাৰে পথাৰে ফুৰোতেও গাই কেৰেপ নকৰিছিল, এতিয়া সেইটো অৱস্থা একেবাৰেই পাহৰি বৰ মানুহ বোলাবৰ মনেৰে মাজে মাজে একোটা হামি মাৰিছে, আৰু মুৰত হাতটো দি বুলিছে আজি কাচাৰিৰ পৰা এফেৰি বেগাই আহিলোঁ, তাতে মুৰৰ বিষে ধৰিচে। ইয়াকে শুনি একুৰিমান পাৰিষদে ডাঙ্গৰীয়াৰ আগৰ অৱস্থা যেন দেখাই নাই, এনে ভাৱেৰে একেবাৰেই মাত লগালে, "দেউতাঈশ্বৰৰ সুকোমল শৰীল, অলপ দুখেই বৰদুখ; অলপমান নিদ্ৰা কৰক, তেহে গা স্বস্থ হব।" ডাঙ্গৰীয়াই তাতে হৰিক ভৰদি অমৰা-গুটি দুটি ছালেৰে ঢাকিলে।

ইফালে ডাঙ্গৰীয়াক শোৱা দেখি পাৰিসদ সকলে নানা কথাৰ আলাপ কৰিবলৈ ধৰিলে। আমাৰ দেশৰ প্ৰায় মানুহে লোকক নিন্দা কৰাত বৰ ৰং পাই দুটা মানুহ একে ঠাই হলেই লোকৰ নিন্দা উলিয়াই, পৰৰ নিন্দাত বাজে আন আলাপ

কৰিবই নেজানে, বুজি চোৱা যদি, সিবিলাকে লোকক যিবোৰ কথাৰ বাবে নিন্দা কৰে, তেওঁবিলাকৰ তাতকৈও বঢ়া কথা আছে, কিন্তু তেনে ভাবে তেওঁবিলাকৰ মনত চক্‌মকো নকৰে। পাৰিষদ বিলাকৰ এজনে মাত লগালে, ৰবৰটকাৰ ঘৰৰ বিদ্যাধৰ বোলা লৰাটো গুচিল, সি শুচি, অশুচি, ধৃতি, বিধৃতি, একো নিবিচাৰে গধুলি গাটো ধুবলৈও এৰিলে।" আন এজন মহাপুৰুষে প্ৰতিধ্বনিৰ দৰে মাতি উঠিল, "আজি কালি ইস্কুলত পঢ়া লৰা কোনটোৰনো ধৃতি-বিধৃতিৰ জ্ঞান আছে? সিহঁতে কয় বোলে—মিছা কথা কোৱা, ভেটা খোৱা, বিভিচাৰ কৰা, এইবোৰহে পাপ, বিধতিযে খোৱাটোনো কি পাপ?" সেই সভাতে এজন পণ্ডিতো আছিল, তেওঁৰ বিদ্যাৰ এনেহে পৰাক্ৰম যে, তেওঁৰ ভয়ত খোদ সৰস্বতীয়েও দেশ এৰিছে এই বিলাক কথা শুনি তেওঁ পণ্ডিতালি প্ৰকাশ নকৰি থাকিব নোৱাৰিলে. দুৰ্ব্বাসা মুনিৰ নিচিনা খঙেৰে মাত লগালে, "বঢ়া খ্ৰীষ্টীয়ানহঁতে শাস্ত্ৰৰ কথা কি জানে? শাস্ত্ৰত লিখা আছে, ৰজাৰ ঘৰলৈ, বেজৰ ঘৰলৈ, ডাঙৰ লোকৰ ঘৰলৈ, 'ৰিক্ত হস্তে ন গন্তব্য' শুদা হাতে যাবই নেপায়। তাত ডাঙৰ লোকে ভেটি খালে কি দোষ? কোনো সময়ত মিছা কৰবো শাস্ত্ৰত বিধান আছে। বিভিচাৰ কামৰ যে কথা কয়, ডাঙৰ লোক হলেই অলপ ক্ৰীড়া-কৌতুক কৰিবই লাগে। স্বৰ্গত ইন্দ্ৰাদি দেৱতাসকলেও তেনে কাম কৰে, আৰু ই কি পাপ? তিনটা সন্ধ্যা যি উপাসা কৰে, তাৰ গুৰিলৈ এনে পাপ চাপিব পাৰে নে? অঘমৰ্ষণতে তেনে কোটি কোটি পাপ নষ্ট হয়। সিহঁত অধামূৰ্খ, সিহঁতে আমাৰ শাস্ত্ৰৰ কি বুজ পায়? আমি এই বুঢ়া কেইটা, যাইকৈ এই ডাঙৰবিযা সকল থাকে মানেহে আমাৰ দেশত ধৰম থাকিব, ই সকলৰ পাছতে এটাইবোৰ খ্ৰীষ্টীয়ান হব। নহব কিয়? শাস্ত্ৰৰ কথা মিছা হব নে? ভবিষ্যপুৰাণত লিখিছে ইস্কলে নিম্নুলো ভবেৎ। যেতিযাই আমাৰ দেশত ইস্কুল হবলৈ ধৰিলে, তেতিযাই জানিছো, এই দেশৰ মানুহৰ জাতি নেথাকে। কটা খ্ৰীষ্টীয়ানহঁতক মুখৰ কথাৰে নোৱাৰি, ৰা-বাহ দি গচকা মাৰি ধৰি, তিনি কুৰি মান চম্‌টাৰ কোব মাৰিলেহে সিহঁতৰ জুতি লাগে।"

এইৰূপে কথোপকথন হৈ থাকোতেই গোবৰ্দ্ধন দেউ-অধিকাৰ উপস্থিত হলগৈ। গোঁসাইক দেখি সকলোৱে আস্তব্যস্তকৈ বহিবলৈ কলে। আল-ধৰাই থঙ্গাপাৰি দিলে, গোসাইদেউ "মহাপুৰুষ গুৰু" বুলি তাতে বহিল। মহন্ত আহিবৰ গম পাই ডাঙৰীযাই অলপকৈ চকু দুটি মেলিলে, তাতে

গোঁসাই-দেউৱে শুকান দমনা আৰু বন-মালা-পাতৰ মেৰ বান্ধি থকা ঢোঁৰা-সাপটি যেন ঢোপ এধাৰি শৰায়েৰে আগবঢ়াই দিলে। ডাঙ্গৰীয়া এজন উঠন ভকত, নাম ঘৰত হৰিকীৰ্ত্তন কৰোঁতে প্ৰেমে ধৰি পেট-কামুৰীয়া মানুহৰ দৰে বাগৰি ফুৰে, ভোৰতালৰ কোবত ওচৰত থাকিবৰ মানুহৰ সাধ্য নাই। কিন্তু ভগৱন্ত হলে প্ৰসন্ন হৈ আগতে ওলায় হি। সাধু মহন্তত ডাঙ্গৰীয়াৰ বৰ ভক্তি বৈষ্ণৱৰ ধুলা নোলোৱাকৈ ডাঙ্গৰীয়াই ভোজনকে নকৰে, এই কাৰণ মহন্তক দেখিয়েই "নমঃকাৰ" কৰি নিৰ্ম্মালি শিৰত ললে, এনেতে আকৌ চকু মুদ গল।

ডাঙ্গৰীয়াৰ টোপনি দেখি পাৰিষদ সকলে গোসাই-দেউৰ সৈতে শাস্ত্ৰৰ আলাপ কৰিবলৈ ধৰিলে। গোঁসাই শাস্ত্ৰৰ কল্পতৰু, আই সৰস্বতীৰ ভতিজা পুতেক। শাস্ত্ৰৰ কথা শুনিলেই মুখ শুকাই কৰাই-খোলা যেন হয়, কথা কওঁতে জিভা দোৰোল নেখায়, এই দেখি কোনো মতে মান ৰাখি পলাবৰ উপাই চিন্তিছে; এনেতে ভকতচৰণ ডেকাবৰুৱাই মাত লগালে, "গোঁসাই-দেউ! আমাৰ মনত এটা আশঙ্কা আছে। কোনোৱে তাক ভাঙ্গিব পৰা নাই, আপুনি কৃপা কৰি ভাঙ্গি দিয়ক।"

গোঁসাই।—সজ, কোৱা যাওক ডাঙ্গৰীয়া।

ভকত।—পৰমেশ্বৰৰ হাত কেই খনি?

গো।—ভগৱন্ত চতুৰ্ভুজ, চাৰিখান হাত।

ভকত।—ভাল, শাস্ত্ৰত লিখিছে, "শংখ, চক্ৰ, গদা, পদ্ম, কৰত তোমাৰ" পৰমেশ্বৰ যদি চতুৰ্ভুজ, তেন্তে শংখ, চক্ৰ, গদা, পদ্ম, এই চাৰিটি বস্তু চাৰি; হাতত লয়, পাছে কৰতখনিনো লয় কত?

এই প্ৰশ্ন শুনি গোঁসাইদেউৰ ধাতু উৰিগল, তথাপি সাহত ভৰ দি বুলিলে, "ডাঙ্গৰীয়া বাপু! এইটি কথা বুজিবলৈ এফেৰি টান হওঁতে হয়, তথাপি শাস্ত্ৰত লিখিছে 'কৰত বজাৱত বেনু' কৰত খনি ভগৱন্তে কাষলতিৰ তলত লয়।"

এই কথা শুনি পাৰিষদ সকলে খোঁৰাব নিচিনাকৈ হিঁ হিঁ হিঁ কৰি উঠিছিল, কিন্তু সাধুজনক অপমান কৰাৰ বুজ পালে ডাঙ্গৰীয়াৰ খং উঠে বুলি ভয়ত মুখত সোপা দি হাঁহি ৰাখিলে গোঁসাইদেউৱে মহা লাজ পাই ডাঙ্গৰীয়া শয়ন কৰিছে, পাছে আহিমইক" বুলি লাহেকৈ "পলায়ন্বং" কৰিলে।

---






# আত্মজীৱন চৰিত।

১৭৫৭ শঁকৰ আঘন মাহৰ ২৪ দিন যাওঁতে মঙ্গলবাৰ কৃষ্ণা চতুৰ্থীৰ ৰাতি শিৱসাগৰ জিলাৰ ৰজাবাহৰ নামে ঠাইৰ পৈতৃক ঘৰত মোৰ জন্ম হয়। মোৰ পিতৃৰ নাম মুক্তাৰাম বৰুৱা। তেওঁ সংস্কৃত ভাষাৰ আৰু বৈদ্য শাস্ত্ৰৰ পাৰদৰ্শিতাৰ নিমিত্তে প্ৰখ্যাত আছিল। আমাৰ পূৰ্ব্ব পুৰুষ সকলে অসম ৰজাৰ পৰা যি যি বিষয় পাইছিল, সেই বোৰৰ কথা লিখিবৰ সকাম নাই, কিয়নো সেই কথাৰ অলপ আচৰপ এই দেশৰ প্ৰায় সকলো লোকৰ জনা আছে। অসম ইংৰাজৰ ৰাজ্য হোৱাৰ কিছুমান বছৰৰ মূৰত মুক্তাৰাম বৰুৱা নিজ মিছামৰা মৌজাৰ মৌজাদাৰ হয়। আৰু মৰণ কাললৈকে সেই বিষয়কে ভোগ কৰি আছিল।

তেওঁ দুজনা ভাৰ্য্যা বিয়া কৰিছিল। প্ৰথম জনাই এটি পুত্ৰেকক সূন্যৰ পোহৰলৈ আনিয়েই এই জগতৰ পৰা বিদায় লোৱাত লৰাটি বুঢ়ামাকৰ পৰা প্ৰতি পালিত হৈ ডাঙ্গৰ হয়। তেওঁৰ নাম যোগেশ্বৰ আছিল। তেওঁ বহুকাল সংসাৰৰ সুখ ভোগ কৰিবলৈ নেপালে, ১৮ বছৰ বয়সত বিয়াৰ জৰীৰ বান্ধ নোলওঁতেই বন্ধুবৰ্গক শোকৰ জুইত পেলাই জীৱন এৰিলে। এই কালৰ ভিতৰতে তেওঁ পিতাকৰ উত্তম শিক্ষাৰ, আৰু নিজৰ চোকা বুদ্ধিৰ গুণে সংস্কৃত ভাষা আৰু বৈদ্য বিদ্যাত বৰ পাৰ্গত হৈছিল।

যোগেশ্বৰৰ মৃত্যুৰ কিছু বছৰৰ আগেয়ে পিতৃয়ে মোৰ আইক বিয়া কৰাত তেওঁৰ এটি কন্যা হোৱাৰ পাচত মই জন্ম ধৰোঁ। আৰু জেষ্ঠৰ পৰকাল প্ৰাপ্তিৰ সময়ত বছৰেকীয়া লৰা আছিলোঁ। তেওঁক হেৰুৱাই পিতৃয়ে ইমান শোক পাইছিল যে মই বিদ্যা শিকিবৰ বয়স পোৱাৰ কেইবা বছৰ পাচলৈকে মোৰ আগত শিক্ষাৰ নামকে নুলিয়াইছিল। এই কাৰণে ৭ কি ৮ বছৰ মান বয়সলৈকে মই লোকৰ মুখে শুনি বৰ্ণমালাৰ আখৰ কেইটা মাতিব পৰা হোৱাত বাজে আন একোকে নেজানিছিলোঁ, আৰু পোনেই মাকৰ গৰ্ভৰ পৰা ওলোৱা লৰাতকৈ আখৰেৰ সৈতে মোৰ অধিক চিনাকী নাছিল। কোনোৱে পিতৃক মোৰ শিক্ষাত ইমান আওহেলা কৰাৰ কাৰণ সুধিলে তেওঁ এইদৰে কৈছিল যে "এটাক বহুত যত্নেৰে বিদ্যা শিকোৱাৰ পৰা কি লাভ পালোঁ? কেৱল শোকৰ অগ্নিৰ তাপ দুগুণ হল মাথোন; শিক্ষাৰ অন্তত ইয়াৰো তাৰ নিচিনা দশা হলে সেই জুইয়ে

মোক পুৰি মাৰিব; এই ভয়তে মনে মনে আছোঁ, আৰু কিছুদিন বাট চাই পাচে যেনে উচিত বুজো কৰিম।

এই দৰে থাকোতে মোৰ ৯ বছৰ মান বয়স হোৱাত পিতৃয়ে মোক এদিন বিদ্যাৰম্ভ কৰালে, অৰ্থাৎ বৰ্ণমালাৰ সৈতে ভেটাভেটি নকৰোৱাকৈয়ে একেবাৰেই শব্দ সধাত লগালে, আৰু শব্দ সধাওতেই এইৰূপে মোক আখৰ চিনালে যেনে, এখান কলিত বিভক্তি বিলাকেৰে সৈতে সাধিব লগিয়া শব্দটো লিখি দি তেওঁ মোক কয় "এইটো দেৰ শব্দ, এইটো দ তাতে এইটো একাৰ, দত একাৰে দে, এইটো ৰ দেৰ!" এই প্ৰকাৰে আন বিলাক শব্দৰো আখৰবোৰ চিনাই দিয়াত শব্দসাধনৰ অন্তত মই প্ৰায় সমুদায় আখৰ মাতিব পৰা হলো। যি অলপ বাকী আছিল, ধাতু সাধোতে সেই বিলাকতো মোৰ অধিকাৰ জন্মিল। কিন্তু ভালেমান বয়সলৈকে মই অঙ্ক শাস্ত্ৰৰ আদি কলাবোৰ ক্ৰম লগাই মাতিব নোৱাৰিছিলো। পূৰ্ব্বে সেই বিলাক নিশিকাই সেই অজ্ঞতাৰ কাৰণ আছিল। শব্দ ধাতু সধাৰ পাচত মাহচাৰেক দ্ৰোণপৰ্ব্ব কৰ্ণপৰ্ব্ব আদি অসমীয়া পদ পুথি, আৰু বঙ্গালী আখৰ চিনিবৰ কাৰণে, নীতিকথা আৰু মনোৰঞ্জন কিতাপ পঢ়াত নিযুক্ত আছিলো। পাচে পিতৃৰ শিক্ষাৰ অধীনে ব্যাকৰণ পঢ়িবলৈ আৰম্ভ কৰো। ১৭৬৯ শকৰ কাতি মাহলৈকে ব্যাকৰণ পঢ়ি সঞ্চিত কিছু ব্যুৎপত্তি জন্মিছিল। সেই মাহৰ আদিতে বা তাৰ আগৰ মাহৰ শেষ ভাগত ৰজাবাহুৰ আৰু তাৰ ওচৰৰ গাওঁবিলাকত বিসূচিকা ৰাক্ষসীয়ে উগ্ৰমূৰ্ত্তি ধৰি দেখা দিয়ে; তাতে তেওঁৰ বহু কালৰ আশ্ৰিত ওচৰ চুবুৰিয়া বোৰক সেই পিশাচীৰ দাঁতৰ পৰা ৰক্ষা কৰিবৰ মনেৰে পিতৃয়ে সিবিলাকক কয় যে সেই ৰাক্ষসীয়ে কোনো মানুহৰ তেজ শুহিবলৈ ধৰাৰ চিন ওলোৱা মাত্ৰেই তেওঁক সম্বাদ দিলে, তেওঁ তাৰ প্ৰাণৰক্ষাৰ কাৰণে যত্ন কৰিব আৰু ঈশ্বৰৰ অনুগ্ৰহ হলে, কিবাজানি সি তাইৰ হাতৰ পৰা; সাৰিব; আৰু ৰাতিয়ো যেন কোনো জনক জহনীয়ে ধৰাৰ সম্বাদ তেওঁ সহজে পাব পাৰিব, এই কাৰণে তেওঁ তেওঁৰ শয্যা চৰাঘৰত পাতি ললে, আৰু এমাহ মান দিনে ৰাতিয়ে জহনীত পৰা ৰোগীৰ চিকিৎসাত নিযুক্ত থাকি ভালেমান মানুহ সেই দুৰন্ত ৰোগৰপৰা মুক্ত কৰিলে। কিন্তু জহনীয়ে শাম কটাত যেতিয়া গাওঁৰ সকলো মানুহ নিশ্চিন্ত হৈছিল, সেই সময়ত এদিন ৰাতিপুৱা সেই ৰাক্ষসীয়ে তেওঁক প্ৰবলৰূপে আক্ৰমণ কৰাত আবেলি ৩ বজা মানত শেষ উশাহলৈ তেওঁ স্বভাবৰ ধাৰৰ পৰা মুক্ত হল।

সেই সময়ত মোৰ দদাইদেও লক্ষ্মীনাথ বৰুৱা শিৱসাগৰত কলেক্টৰীৰ চিৰস্তাদাৰ আছিল। পিতৃৰ মৃত্যুৰ সম্বাদ পাই তেওঁ আমাৰ ঘৰলৈ গৈ আমাৰ পৰিয়ালৰ সকলোকে শিৱসাগৰলৈ নিলে। আৰু চৰকাৰী কাম শিকিবৰ নিমিত্তে মোক মাহে ৪ টকা বেতনত নবিচ নিযুক্ত কৰিলে। তাতে মই নিতৌ দিনত কাছাৰিত বঙ্গালা লিখিব পাঢ়িবলৈ শিকি পুৱা গধূলি উৰ্ব্বীধৰ শিৱসাগৰীয়া বৰুৱাৰ পঢ়াশালিত সংস্কৃত পঢ়িবলৈ ধৰিলো। দদাইদেও ইংৰাজী শিক্ষাৰ গোটেই বিৰোধী আছিল। এই কাৰণে সেই বিদ্যাৰ অভ্যাস কৰিবলৈ আগ বাঢ়িব নোৱাৰিলো। কিন্তু মাঝে মাঝে সেই সময়ৰ শিৱসাগৰ জিলাৰ অধিপতি কাপ্তান ব্ৰোডী চাহাবৰ ঘৰলৈ গৈ দেৱনাগৰী আখৰৰ লিখা হিন্দী, অৰ্থাৎ ব্ৰজভাষা শিকিছিলো। তেওঁ বৰ বিদ্যোৎসাহী আছিল, আৰু বিদ্যা শিক্ষাত যত্ন কৰা ডেকাবিলাকক মৰম কৰিছিল। হিন্দী শিকিবলৈ মোৰ বৰ আগ্ৰহ দেখি তেওঁ মোক উৎসাহেৰে সেই ভাষা শিকাইছিল। তেওঁৰ অনুগ্ৰহতে মই প্ৰেম সাগৰৰ আদি পুথি বিলাক ভালকৈ পঢ়িব আৰু বুজিব পৰা হলো, আৰু এতিয়া বজভাষাত মোৰ জি অলপ ব্যুৎপত্তি আছে সি তেওঁৰ কৃপাৰেহে হল মাথোন।

যদিও দদাইদেওৰ ইচ্ছাৰ বিৰোধে দেখাশুনাকৈ ইংৰাজী শিকা মোৰ পক্ষে অসম্ভৱ আছিল, তথাপি গোপনে তাৰ অভ্যাস কৰা একেবাৰে নহয়, মোৰ মনত এনে এটা ভাৱ হোৱাত এদিন মই ব্ৰোডী চাহাবৰ ঘৰলৈ গৈ এখান ইংৰাজী বৰ্ণ-বিন্যাসৰ পুথি খুজিলো। তাতে তেওঁ বৰ ৰঙ্গেৰে মোক এখান পুথি দিলে, আৰু প্ৰতি দেওবাৰে তেওঁক মোৰ শিক্ষাৰ মহলা দিবলৈ কলে। ইংৰাজী পুথি পালো হয়; কিন্তু তাক পঢ়িবলৈ সময় পোৱা শুদা কথা নাছিল। কিয়নো ৰাতিপুৱা দশ বজা মানলৈ সংস্কৃত পঢ়া, পাছে এঘাৰ বজাত কাছাৰিলৈ গৈ পুনৰায় চাৰি বজা মানৰ পৰা আঠ কি ন বজা মানলৈকে সংস্কৃতৰ অনুশীলন কৰা মোৰ দৈনিক কাম আছিল। সন্ধ্যা সময়ত মাথোন অলপ আজৰি পাইছিলো। তাতে চোতে খৰ দি সময়ৰ আগচুলিত খামোচমাৰি ধৰিছিলো। আৰু মোৰ সমান বয়সীয়া বন্ধু বিলাকৰ সাহায্যেৰে, দুই সপ্তাহ মানৰ ভিতৰত, ইংৰাজী বৰ্ণমালাৰ দুয়ো বিধৰ আখৰ বিলাকেৰে সৈতে চিনাকি হৈছিলো। এনেতে মোৰ বিদ্যাৰ যশস্যাৰ ধ্বনি শিৱসাগৰীয়া বৰুৱাৰ কাণ চুলেগৈ। তেওঁ সেই কথা দদাইদেওক নজনাই থাকিব নোৱাৰিলে। এই সম্বাদে তেওঁক পানিৰ ছাট পোৱা পকা তেলৰ দৰে জনালে। আৰু মোৰ কলি পুথি বান্ধিলৈ ঘৰলৈ উলটি অহা আৰু ইংৰাজী

শিক্ষাক বিসৰ্জ্জন দিয়াই তাৰ ফল হল। এই সময়ত সংস্কৃত বিদ্যাত মোৰ যি অধিকাৰ জন্মিছিল, এতিয়া তাতকৈ অধিক হোৱা নাই।

এই ঠাইতে এটা কথা কোৱা উচিত যে উল্লিখিত সময়ত অসমত বঙ্গালী ভাষাৰ বৰ আদৰ আছিল; মাতৃ ভাষাক সকলোৱে ঘিনাইছিল—ইস্কুলত বঙ্গালী কাছাৰিত বঙ্গালী ডেকাবিলাকৰ আলাপত বঙ্গালী আৰু তেওঁলোকৰ চিঠিতো বঙ্গালী ভাষাহে চলিছিল; সকলোৱেই ৰঙ্গিনী বঙ্গিয়াক সঙ্গিনী কৰি লৈছিল। অৱশ্যে মইয়ো এই নিয়মৰ বাহিৰা নাছিলোঁ, বঙ্গভাষা মোৰ বুকুৰ কুটুম আছিল; তাৰ পৰা মই এটা শুভ ফলো পালোঁ। উৰ্ব্বীধৰ বৰুৱা বঙ্গলা জিলাইস্কুলৰ অধ্যাপক আছিল, আৰু যদিও মই তেওঁৰ বঙ্গালী স্কুলত নহয়, সংস্কৃত পঢ়াশালিত-হে পঢ়িছিলো; তথাপি তেওঁ মোৰ নামটো ইস্কুলৰ প্ৰথম শ্ৰেণীত লিখি থৈছিল, এই কাৰণ তেতিয়াৰ ইস্কুল ইনস্পেক্টৰ ৰবিন্সন চাহব ইস্কুল চাবলৈ যোৱাত মই দুবাৰ স্কুললৈ গৈ মহলাত উঠি প্ৰথম শ্ৰেণীৰ প্ৰথম পুৰস্কাৰ পাইছিলোঁ।

বৰুৱাৰ পঢ়াশালি এৰি ঘৰলৈ যোৱাত মোৰ সংস্কৃত পঢ়াৰ শেষ হল বুজিব লাগে। কিয়নো যদিও দদাইদেওৰ মুখে তেওৰ বৰ পুতেক পদ্মনাথৰ লগত কিছুদিন ব্যাকৰণ পঢ়িছিলোঁ, তথাপি পদ্মনাথৰ পঢ়া অতি অলপ থকা হেতু তাৰে সৈতে একে লগে পঢ়াৰ পৰা মোৰ একো লাভ নহল। আৰু মোক বেলেগে পঢ়াবলৈ তেওঁৰ আজৰি নাছিল। পাচে তেওঁ যদুনাথ নামেৰে এজনা অধ্যাপকক আনি আমাৰ ঘৰৰ আগতে এখান পঢ়াশালি পাতি আন আন কিছুমান ছাত্ৰৰ লগত পদ্মনাথ আৰু মোক, দুইকো পঢ়িবলৈ দিছিল। কিন্তু তাত পঢ়াৰ পৰাও মোৰ একো উপকাৰ নহৈ অধ্যাপকেৰে সৈতে তৰ্ক কৰা মাথোন সাৰ হল। এবছৰ মানৰ মুৰত জহনী ৰাক্ষসীয়ে অধ্যাপক আৰু পদ্মনাথ দুইকো গ্ৰাস কৰিলে, পঢ়াশালি ভাগিল, আৰু মই সম্পুৰ্ন মুক্তাৱস্থা পালোঁ। তেতিয়া দিনত কাছাৰিলৈ গৈ কাম কৰাত আৰু পুৱা গধূলি মুকলি মূৰে গাঘেলাই ফুৰাত, বাজে মোৰ একো ব্যবসায় নাছিল। এদিন মোৰ এজন বন্ধু, ইংৰাজী ইস্কুলৰ প্ৰথম শ্ৰেণীৰ ছাত্ৰ শ্ৰীযুত কুশৰাম গগৈৰে সৈতে সাক্ষাত হোৱাত তেওঁ মোক ইংৰাজী পঢ়িবলৈ পৰামৰ্শ দিলে, আৰু তেওঁৰ উপদেশকে সাৰোগত কৰি ইংৰাজী বিদ্যা অভ্যাস কৰিবলৈ স্থিৰ কৰিলোঁ কিন্তু এই সময়ত মোৰ বয়স প্ৰায় কুৰি বছৰ হৈছিল, আৰু ইংৰাজী বৰ্ণমালাৰ আখৰ কেইটাত বাজে মই তাৰ একোকে নেজানিছিলোঁ। এই আপত্তিৰ উত্তৰত তেও মোক ( Reader no I )। প্ৰথম সংখ্যক ইংৰাজী

পাঠোপকাৰক নামেৰে পুথি পঢ়ি তাতে ইংৰাজী বৰ্ণ বিণ্যাস আৰু ভাষা দুইকো শিকিব পাৰিবা বুলি এখান পুথি দিলে,আৰু মোৰ পঢ়াত সাহায্য কৰিবলৈ গাতললে। এই উপকাৰৰ বাবে মই অন্তকাললৈকে তেওঁৰ ধৰুৱা হৈ থাকিম। পাচে তেওঁৰ আৰু অন্যান্য বন্ধুবিলাকৰ সাহায্যেৰে কিছুকাল ইংৰাজী শিক্ষা কৰি ইস্কুল মাষ্টাৰ শ্ৰীযুত পৰমানন্দ ভঁড়ালীৰ সাহায্য বিচাৰিলো। আৰু মই তেওঁৰ শলাগলৈ কওঁ যে তেওঁ মোক সকলো সময়তে উৎসাহেৰে সাহায্য কৰিছিল। শ্ৰীযুত প্ৰিয়লাল বৰুৱাৰ পৰাও কিছু উপকাৰ পাইছিলো। কিন্তু তেওঁ নিজ কাৰ্য্য উপলক্ষ্যে ফুৰি থাকিবলৈ বাধ্য হোৱাত তেওঁৰ সাহায্যৰ পৰিমান অধিক নাছিল।

পৰিশেষত আমেৰিকাৰ মিস্যনেৰি বিলাকৰ ওচৰ চাপিলো। আৰু তেওঁলোকেও মোক দুয়ো বাহুৰে সাবটি ধৰি শিক্ষাৰ বিষয়ত বহুত সহায়তা কৰিলে। বিদ্যা শিকাত মোৰ সদায় বৰ উৎসাহ আছিল। আৰু সেই কাৰ্য্যত মই বৰ পৰিশ্ৰম কৰিছিলো। কিন্তু যেতিয়া চাৰি সংখ্যক ইংৰাজী পাঠোপকাৰকত (A sleeping fox catches no Poultry) "শুই থকা শিয়ালে হাহ কুকুৰা ধৰিব নোৱাৰে" এই উপদেশ পূৰ্ণ পটণ্টৰটি পালো তেতিয়াৰ পৰা মোৰ উৎসাহ তিনি গুণমান বাঢ়িল, এখন্তকো নিৰৰ্থকত গলে মনত বৰ দুখ পাবলৈ ধৰিলো। আমাৰ ডেকাবিলাকে যেন এই উত্তম বাক্যটি মনত ৰাখে। আৰু তাৰ ভাবৰ দৰে কাৰ্য্য কৰে, এয়ে মোৰ বাঞ্চা, আৰু সেই বাঞ্চাৰ পৰা পৰিচালিত হৈহে মই এই ঠাইত তাৰ উল্লেখ কৰিছো।

এই সময়ৰ ভালেমান দিন আগৰে পৰা মই মিস্যনেৰিবিলাকৰ মাহেকীয়া কাকত অৰুণোদয়ত লেখিছিলোঁ; কিন্তু যেতিয়া মিস্যনেৰি বিলাকৰ গুৰিলৈ নিতৌ যাবলৈ ধৰিলো, তেতিয়াৰ পৰা অৰুণোদয়েৰে সৈতে মোৰ সম্বন্ধ আৰু দৃঢ় হল। তাতে মই তাৰ বৰ্ণবিণ্যাস সংশোধনৰ নিমিত্তে যত্ন কৰিবলৈ ধৰিলোঁ। মোৰ এই চেষ্টাত নিধিৰাম ফেয়াৰোৱেল নামেৰে এটা দেশী খ্ৰীষ্টীয়ানৰ পৰা বৰ বাধা পাইছিলো। সি তাৰ গুৰু ব্ৰাউন চাহাবৰ বৰ্ণবিন্যাসৰ প্ৰণালীৰ পৰা এক আঙ্গুলো লৰচৰ হোৱাক মহা পাপ যেন ভাবিছিল। পৰিশেষত মোৰ যত্ন সফল হল হয়, তথাপি ৱ আখৰটোৰ ব্যৱহাৰ চলোৱা অসম্ভব যেন বোধহল। তাৰ কথাত নিধিয়ে জন চাৰেক প্ৰাচীন ডাঙ্গৰীয়াৰো মত লৈছিল। সেই বিষয়ত যাই আপত্তি আছিল এইটো যে, সেই আখৰ আমেৰিকাৰ পৰা চলাই আনিব লাগিব; কিন্তু মিস্যন সভাই অধিক ব্যয় কৰিবলৈ মান্তি নহয়। মই গুৱাহাটিলৈ অহাৰ

পিচত পাদ্ৰী ডক্‌টৰ কম্পৰ্ট চাহাবৰ সহায়তাৰ দ্বাৰা এই বিষয়ৰ সকলো আপত্তিৰ খণ্ডন হল। আৰু "ৱ"ৰ ব্যৱহাৰ চলিল। মোৰ আদিপাঠ ছপাৰ সময়ত ইস্কুল ইনস্পেকটৰ মাৰ্টিন চাহাবেও সেইটো আখৰৰ ব্যৱহাৰৰ বিষয়ত বৰ বাধা জন্মাইছিল। পাচে বিস্তৰ লেখালেখিৰ অন্তত তেওঁ নিজৰ ভ্ৰম বুজিব পাৰিলে, আৰু ইস্কুলৰ কিতাপত তাৰ ব্যৱহাৰৰ নিমিত্তে চিফকমিশনৰৰ আজ্ঞা ললে।

১৭৮০ ( ইং ১৮৬০ ) শকত মোৰ অসমীয়া ভাষাৰ ব্যাকৰণ প্ৰকাশিত হয়। তাক লিখা সময়ত ডাঙ্গৰীয়া শ্ৰীযুক্ত গুণাভিৰাম বৰুৱা কলিকাতাত আছিল, আৰু তাৰ ৰচনাৰ বিষয়ত লেখাৰ দ্বাৰা তেওঁ মোক বহুত পৰামৰ্শ দিছিল। অধিক কি? সেই বিষয়ত তেওঁ মোৰ অকল উৎসাহ দাতা আৰু উপদেশক আছিল। অসমীয়া ডেকাবিলাক যে বঙ্গালী বাইৰ সলনি অসমীয়া মাতৃক আদৰ কৰিবলৈ আগ বাঢ়িল তাতো মহাত্মা আনন্দৰাম ঢেকিয়াল ফুকনৰ পাচতে গুণাভিৰাম বৰুৱা পথ প্ৰদৰ্শক হৈছিল। সেই বাবে তেওঁ ধন্যবাদৰ পাত্ৰ।

ইংৰাজী ভাষাত মোৰ ভালৰূপে ব্যুৎপত্তি নোহোৱালৈকে দদাইদেৱে মই তাক শিকাৰ কথা নেজানিছিল। মই অতি গোপনে তাৰ অভ্যাস কৰিছিলোঁ। পাচে তাত মোৰ কিছু অধিকাৰ জন্মিলত গোপন কৰিবলৈ এৰি দেখা শুনাকৈ তাৰ চৰ্চ্চা কৰিবলৈ ধৰিলোঁ। তেতিয়া তেওঁ মোক তাৰ বাবে তিৰস্কাৰ নকৰি বৰং কাছাৰিত ইংৰাজীৰ পৰা ভাঙ্গি বঙ্গালী বা বঙ্গালীৰ পৰা ভাঙ্গি ইংৰাজী কৰিবলৈ কোনো কোনো কাকত দিছিল। ইং ১৮৫৮ শকত গোলাঘাটৰ ৰেবনিউ পেচকাৰ বিদ্ৰোহত লিপ্ত থকা অপৰাধত চসপেণ্ড হোৱাত মই তেওঁৰ ঠাইৰে ছমাহ মান কাম কৰোঁ। তাৰ পৰা উলটি অহাৰ পিচত শিৱসাগৰৰ ইংৰাজী ইস্কুলৰ দ্বিতীয় শিক্ষক শ্ৰীযুক্ত পৰমানন্দ ভৰালিয়ে মেলানি লোৱাত তেওঁৰ বাবে একটিং হওঁ। এয়ে মোৰ ইস্কুলত প্ৰথম আৰু, অৱশ্যে শেষ প্ৰবেশ। ইয়াৰ পাচত মাহে ২৫৲ টাকা বেতনত ৰেৰ্বনিউৰ মহাফেচ নিযুক্ত হৈ ইং ১৮৬২ শকলৈকে সেই কামত আছিলোঁ। সেই বছৰৰ আগষ্ট মাহত অসমৰ জুডিস্যেল কমিশ্যনৰ মেজৰজেনৰেল (তেতিয়াৰ মেজৰ) এগনিউ চাহাবে মোক গুৱাহাটীলৈ আনি তেওঁৰ আদালতৰ ট্ৰেন্‌চলেটৰ বা ভাষা ভাঙ্গা কাকতি পাতিলে। মই ইংৰাজী পঢ়িবলৈ ধৰোতে সেই ভাষাৰ কাম কৰিব লগীয়া বিষয় লবৰ মোৰ সপোনতো ইচ্ছা নাছিল। ইংৰাজীত থকা জ্ঞানৰ কথা বিলাক শিকিবৰ কাৰণে মাথোন সেই ভাষাৰ অনুশীলন কৰিছিলোঁ। কলেক্‌টৰীৰ চিৰস্তাদাৰ হৈ মনচুপ হোৱাই মোৰ অকল উচ্চাভিলাষ আছিল। আৰু এই

কাৰণেই মই মোৰ ইংৰাজী আখৰ ভাল কৰিবলৈ একো যত্ন নকৰিলো। ঢৰৰ সকাম নাই যে সেই কালত চিৰস্তাদাৰ মনচুপ আদি ডাঙ্গৰীয়া সকলৰ ইংৰাজী জানিবৰ বা লিখিবৰ একো প্ৰয়োজন নাছিল। আৰু কেৰাণীত বাজে আন সকলোৱেই ইংৰাজী বিদ্যাক ঘিনাইছিল।

ইং ১৮৬২ শকৰ পৰা জডিচেল কমিশ্যনৰ চাহাবৰ অফিচত কাম কৰি ক্ৰমে সেই অফিচৰ চুপৰইণ্টেণ্ডেণ্টৰ পদ পাও, আৰু ইং ১৮৮১ শকৰ প্ৰথম জানুৱাৰীত সেই পদ উঠি যোৱা নৈকে তাত নিযুক্ত আছিলো। ইং বাডা ১৮৬১ শকত এগনিউ চাহাব কোচবেহাৰৰ কমিশ্যনৰ হৈ যোৱাত কামৰূপৰ ডেপুটীকমিশ্যনৰৰ অফিচত এবছৰ ট্ৰেনস্লেটৰৰ কাম কৰো। এই কালত থাকোতে তেতিয়াৰ অসমৰ ইস্কুল বিলাকৰ ইনস্পেকটৰ পোৰ্টৰ চাহাবে মোক উপযাচি মাহে ১০০ টকাত শিৱসাগৰৰ ডেপুটী ইনস্পেকটৰ নিযুক্ত কৰাত ডিৰেক্টৰ চাহাবে সেই নিয়োগ অনুমোদন কৰিছিল কিন্তু সেই সময়তে এগনিউ চাহাব উলটি আহি মোক মাহে ১২০ টকা বেতনত হেড্এচিষ্টেণ্ট পাতি তেওঁৰ অফিচৰ নিযাত ডেপুটি ইনস্পেকটৰহৈ যোৱা নহল। জুডিচেল কমিশ্যনৰ চাহাবৰ অফিচৰ চুপৰইণ্টেণ্ডেণ্ট হৈ থাকোতে প্ৰথমে ইং ১৮৭৫ শকত তিনি মাহৰ নিমিত্তে মোক একষ্ট্ৰা এচিষ্টেণ্টৰ পদ যচা হৈছিল কিন্তু চিৰস্থায়ীৰূপে নেপালে সেই পদ নলও বুলি লাক নবলৈ মই অমান্তি হলো। পাচে আকৌ ইং ১৮৭৬ শকত তিনি মাহৰ নিমিত্তে সেই পদ মোক যচা হয় কিন্তু পূৰ্ব্বৰ এবাৰ অচিৰস্থায়ী পদ নবলৈ অস্বীকাৰ কৰি পাচে তেনে পদ লোৱা অযুগুত, ঘাইকৈ আগৰ বাৰ এগনিউ চাহাবৰ অনুৰোধত সেই পদ মোক যচা হৈছিল, তেতিয়া তাত অমান্তি হৈ পাচে চেক্ৰেটৰী চাহাবে নিজে দিয়াত তাক ললে এগনিউ চাহাবৰ অৱমাননা হব, এনে ভাব হোৱাত তাক ত্যাগ কৰিবলৈ বাধ্য হলো। এই কাৰণে তেতিয়া মোৰ মনত অলপ অসন্তোষ জন্মিছিল। কিন্তু এতিয়া সেই বাবে সন্তোষহে পাইছো। কিয়নো মোৰ বিবেচনাত একষ্ট্ৰা এচিষ্টেণ্ট হোৱাত কৈ মই বহুত সুখে আছো। মনৰ সন্তোষেই সুখ। ইং ১৮৭৩ শকত তেতিয়াৰ লেফটেনেণ্ট গৱৰ্ণৰ স্যাৰ জৰ্জ্জ কেম্বেল চাহাবৰ জাননী অনুসৰি আন অনেকৰ দৰে মই আদি পাঠ নামেৰে এখান অসমীয়া ভাষাৰ প্ৰথম শিক্ষাৰ পুথি লেখোঁ। এই প্ৰকাৰৰ ৫০ খন মান পুথি লিখা হৈছিল। সেই বিলাকৰ গুণাগুণৰ বিবেচনা কৰিবৰ কাৰণ বহা সমজুৱা বিলাকে আদিপাঠক সকলোতকৈ শ্ৰেষ্ঠ বোলাত ৫০০, টকা বঁটা পাও। তাৰ পাচতো পুথি আদি লিখাৰ

বাবে গবর্ণমেণ্টৰ পৰা সকলোৱে মুলি ১,১০০ এঘাৰশ টকা পুৰস্কাৰ পাইছোঁ। মই চৰকাৰী কামৰ পৰা অবসৰ পোৱাৰ পাচত (ইং ১৮৮২ শকত) দেশহিতৈষী কিছু-মান অসমীয়া ভদ্রলোকে আসাম নিউচ নামেৰে এখান ইংৰাজী অসমীয়া, সাপ্তাহিক বাতৰি কাকত চলাবলৈ স্থিৰ কৰি মোক তাৰ সম্পাদক নিযুক্ত কৰাত মই তিনি বছৰ মান আনৰ পৰা অধিক সহায়তা নোপোৱাকৈ, একে হাতে সেই কাকত চলাওঁ; কিন্তু কওঁতে বেজাৰ লাগে যে সি চিৰজাৰী নহল। কিছুমান বছৰৰ আগেয়ে অসমীয়া ভাষাৰ এখান ডাঙ্গৰ, অসমীয়া ইংৰাজী অভিধান লিখিছিলোঁ। সি সম্পূর্ণ হৈ পৰি আছে এতিয়ালৈকে পোহৰ দেখা নাই।

মই গুৱাহাটীলৈ অহাৰ আগয়েই বিয়াকৰি মোৰ ভাৰ্য্যাক ঘৰলৈ আনিছিলোঁ, আৰু মই শিৱসাগৰ এৰি অহাৰ সময়ত তেওঁ সগর্ভা আছিল। পাছে ইং ১৮৬৩ শকত এটী ছোৱালী পাই ১৮৬৫ শকৰ নবেম্বৰ মাহত জহনী ৰোগৰ হাতত প্রাণ সমর্পিলে। মই পুনৰায় বিয়া নকৰিলোঁ। আজি কালি আমাৰ সমাজৰ অৱস্থালৈ চাই ভাৰ্য্যা মৰা পুৰুষে পুনৰায় বিয়া কৰা গোটেই নিন্দনীয়। মই ভাবি চালোঁ—"মোৰ ভাৰ্য্যাৰ নহৈ মোৰ মৃত্যু হোৱা হলে তেওঁৰ কি অৱস্থা হল হেতেন? তেওঁ মৰিছে, তথাপি মোৰ ইচ্ছা হলেই মই এটা কিয়? তিনটা বা অধিক বিয়া কৰিব পাৰোঁ; কিন্তু বিধবা হোৱাৰ পাচত পুনৰ বিয়াৰ নাম লোৱা মাত্রেই তেওঁৰ জাতি গল হেতেন—সমাজে বৰ্জ্জিলে হেতেন আৰু তেওঁ জীয়ন্তে মৰা যেন হৈ থাকিল হেতেন। ই কেনে অসঙ্গত কেনে অযুগুত!!! এতেকে পুনৰায় বিয়া কৰা মোৰ উচিত নহয়"

শাস্ত্র নেলাগে যুক্তিলৈ চালেই বিধবাৰ বিয়াত যে কোনো দোষ নাই তাক বুজিব পাৰি, আৰু শাস্ত্ৰৰো যুক্তিয়েই মূল; কিয়নো সেই শাস্ত্রতে লিখা আছে, "যুক্তিহীন বিচাৰেণ ধৰ্ম্মহানিঃ প্রজায়তে" এতিয়া চাওঁহকচোন মতা, তিৰোতা দুটা সমান জীব, ভোক, পিয়াহ, টোপনি, বোধ, ইচ্ছা, অঙ্গ, প্রত্যঙ্গ, জন্ম, মৰণ, দুইৰো সমান। তথাপি এটাৰ যি স্বত্ব আছে, আনটোৰ সি নাই বোলা কথাটো কিমান অন্যায়, ইয়াক যাৰ অলপ মান জ্ঞান আছে, সিও বুজিব পাৰে। ঈশ্বৰৰ বা স্বভাৱৰ নিয়ম মতে বিধবাৰ বিয়া নিষিদ্ধ হোৱা হলে স্বামীৰ মৃত্যুৰ পাচত তিৰোতাৰ মনৰ পৰা সহবাসৰ বাঞ্ছা গুচি গল হেতেন, কিন্তু সকলোৱেই জানে তেনে কেতিয়াও নহয়। হিন্দু শাস্ত্রৰ মতে ভাৰ্য্যা স্বামীৰ অৰ্দ্ধাঙ্গ, আৰু হিন্দু

বিলাকে তেওঁ লোকৰ বিয়াত অগ্নিৰ আগত দেৱতা আৰু পিতৃ বিলাকক সাক্ষী কৰি ভাৰ্য্যাক এইৰূপে কয়—তোমাৰ প্ৰাণে সৈতে মোৰ প্ৰাণক, তোমাৰ হাড়ে সৈতে মোৰ হাড়ক, তোমাৰ মঙ্গহে সৈতে মোৰ মঙ্গহক, আৰু তোমাৰ ছালে সৈতে মোৰ ছালক মিলাওঁ।

ইয়াৰ দ্বাৰা দেখা যায় যে ভাৰ্য্যা আৰু স্বামীৰ একে দেহ, একে প্ৰাণ, দুইৰ ভিতৰত একো প্ৰভেদ নাই। এনে স্থলত যেতিয়া পুৰুষে ভাৰ্য্যা মৰি গলে, অৰ্থাৎ তেওৰ শৰীৰৰ এভাগ নষ্ট হলে তাক পুৰাই লব পাৰে, তিৰোতা সেই স্বত্বৰ পৰা বঞ্চিত হয় কিয়? বিধবা বিবাহৰ—বিৰোধি বিলাকে ইয়াৰ কি উত্তৰ দিব? অবশ্যে তেওঁলোকে কব যে বিধবা বিবাহ শাস্ত্ৰৰ নিষিদ্ধ; কিন্তু তেনে কথা কবৰ এতিয়া সময় নহয়, সেই আপত্তি অনেক দিনৰ আগেয়ে খণ্ডিত হৈ গৈছে। বিধবাৰ বিয়াৰ মই পক্ষপাতি; কিন্তু মই এনেকৈ নকওঁ যে তিৰোতা বাৰি হলেই অবশ্যে আকৌ বিয়া কৰিব বা দিব লাগে। মোৰ মতে বিধবা বিয়াৰ দুৱাৰত যি এডাল ডাঙ্গৰ ডাং আছে সি গুছি বাটটো মুকলি হব লাগে, সেয়ে হলে এতিয়া যেনেকৈ ঘৈনিয়েক মৰা মতাই ইচ্ছা আৰু সুচল হলে অবাধে পুনৰায় বিয়া কৰে, তেনেকৈ গিৰিয়েক মৰা তিৰোতাইয়ো কৰিব। যি বিলাক ছোৱালী—ফুলতে বাৰি হয় বা সন্তান হোৱাৰ আগেয়ে স্বামীক হেৰুৱাই—, সেই বিলাকৰ বিয়াই—প্ৰশস্ত; কিন্তু আন বিধবাৰ বিয়াতো বাধা থাকিব নেলাগে। আমাৰ শিক্ষিত ডেকাবিলাকৰ মূৰত এটা বৰ গধুৰ বোজা আছে, সেই কথা সিবিলাকে ভাবিচোৱা উচিত। ইযাৰ পাচত তেওঁবিলাক সমাজৰ নায়ক আৰু সাধাৰণ মতৰ স্ৰষ্টা হব; তেতিয়া তেওলোকে যেন কুসংস্কাৰ আৰু দেশাচাৰৰ দাস হৈ নেথাকে, আৰু বিধবাৰ বিয়াৰ বাটটো বহলায়, এয়ে মোৰ আন্তৰিক ইচ্ছা আৰু প্ৰাৰ্থনা। পূজনীয় বিদ্যাসাগৰে বিধবা বিবাহ যে শাস্ত্ৰ সিদ্ধ ইয়াকে সপ্ৰমান কৰিয়েই—মনে মনে নেথাকিল। আপোনাৰ পুতেকেৰে সৈতে বিধবাৰ বিয়া দিলে। কালৰ সোঁতত তেওঁ উটি গল। কিন্তু তাৰ বালিত তেওঁ যি খোজৰ সাঁচ থৈ গৈছে, সি চিৰকাললৈকে থাকিব, লুপ্ত নহয়; সেই খোজৰ পাচত চলোতা মানুহ আমাৰ দেশত ওলাব কেতিয়া। প্ৰতিধ্বনিয়ে সুধিছে কেতিয়া?

---

# পাঠ-মালা।



## সন্মান।

(Respect)

ঈশ্বৰ, পিতৃ-মাতৃ, শিক্ষক, দেশৰ অধিকাৰ আৰু বুঢ়া লোক, এই সকল সন্মানৰ পাত্র।

যি আদি কাৰণৰ পৰা এই পৰিদৃশ্যমান জগতৰ উৎপত্তি হৈছে, সেই কাৰণৰ নামেই ঈশ্বৰ। তেওঁ সকলোৰে আদি, কিন্তু তেওঁৰ আদি নাই; সকলোৰে অন্ত আছে, তেওঁৰ অন্ত নাই। তেওঁ দেৱতাৰো দেৱতা, বিধাতাৰো বিধাতা। ৰজাৰো ৰজা আৰু সকলোৰে সৃষ্টি আৰু পালন কৰ্ত্তা; এতেকে তেওঁক শ্ৰদ্ধা আৰু ভক্তি কৰা সকলোৰে উচিত। পৃথিবীত মানুহৰ যত মান্য লোক আছে, তেওঁ সেই সকলো বিলাকতকৈ অধিক মান্য। সকলো দেশৰ, সকলো জাতিৰ, সকলো ধৰ্ম্মৰ জ্ঞানী লোকবিলাকে তেওঁক বিশ্বাস আৰু ভক্তি কৰে, আৰু যাৰ তেওঁত শ্ৰদ্ধা ভক্তি নাই, তাক নাস্তিক বুলি ঘিনায়; এতেকে তোমাৰ সমুদায় মন, বুদ্ধি আৰু শক্তিৰে তেওঁক শ্ৰদ্ধা আৰু ভক্তি কৰিবা।

ঈশ্বৰৰ পাচতে পিতৃ মাতৃ আমাৰ মাননীয়; তেওঁবিলাকেই আমাক জন্ম দিছে, আৰু তেওঁ লোকৰ পৰাই আমি এই বিচিত্ৰ সংসাৰ দেখিবলৈ পাইচোঁহঁক। আমি যেতিয়া কেঁচুৱা আছিলোঁ, আমাৰ উঠি লৰি ফুৰিবৰ শক্তি নাছিল, তেতিয়া তেওঁবিলাকে কত দুখ সহি, কোলাত লৈ আমাক তুলিছিল; আমি নেখালে তেওঁবিলাকৰ আহাৰত ৰুচি নহৈছিল; আমি গাত দুখ পালে বা নৰিয়া পৰিলে শোকত বিহ্বল হৈ তেওঁবিলাকে আমাৰ আৰোগ্যৰ নিমিত্তে যত্ন কৰিছিল; আন কি? আমাৰ কুশলৰ কাৰণে প্ৰাণকে উচৰ্গিছিল। আমি অলপ ডাঙৰ হলত সিবিলাকে আমাক জ্ঞান বিদ্যা শিকাই ভাল লোক কৰিবৰ নিমিত্তে পাৰে মানে যত্ন কৰিছিল, আৰু এতিয়াও আমি ধনী মানী যশস্বী হলে সিবিলাকৰ আনন্দৰ সীমা নেথাকে; কিন্তু আমাৰ দুৰ্যশ বা দুৰ্ভাগ্যৰ কথা শুনিলে মুখ মলিন, আৰু

চকু লোতকেৰে পূৰ হয ; সেই পিতৃ মাতৃতকৈ মনুষ্যৰ ভিতৰত আন কোনো আমাৰ অধিক মান্য নহয়। এতেকে আমি সদায তেওঁলোকৰ আজ্ঞা মানিব আৰু সিবিলাকক সন্মান কৰিব পাওঁহক। আৰু তেওঁবিলাকৰ বুঢ়া কালত আমাৰ শক্তি অনুসাৰে শুশ্ৰূষা কৰা আৰু পোহ পাল দি তেওঁবিলাকক সুখেৰে ৰখাও আমাৰ কৰ্ত্তব্য।

কণা মানুহক যি জনে চকু দিয়ে, তেওঁ যে কণাৰ পৰম উপকাৰী আৰু মান্য, তাত একো সংশয় নাই। সেইৰূপে শিক্ষকেও ছাত্ৰক চকু দিয়ে। ছাত্ৰে চকু থাকোতেও যি বস্তু নেদেখি আৰু যি কথা নুবুজি কণাৰ নিচিনা হৈ থাকে, অধ্যাপকৰ অনুগ্ৰহত চকু মুকলি হৈ তাক দেখিব আৰু বুজিব পৰা হয। এনে অধ্যাপকৰ প্ৰতি যি সম্মান নকৰে, তাৰ সমান অশলাগা মানুহ নাই। আমাৰ শাস্ত্ৰত লিখা আছে যে, অধ্যাপকে যদি এটি মাথোন আখৰ ছাত্ৰক শিকায়, তেও পৃথিবীত এনে বস্তু নাই, যাক দি ছাত্ৰে সেই শিক্ষকৰ ধাৰ শুজিব পাৰে। এতেকে তুমি তোমাৰ শিক্ষকৰ প্ৰতি মান-সৎকাৰ কৰিবা, আৰু তেওঁৰ বশ হবা।

দেশৰ অধিকাৰ সকল দুষ্টৰ দমন, আৰু শিষ্টৰ পালন কৰোতা। যি দেশৰ অধিকাৰ নাই, শাসন কৰ্ত্তা নাই, সেই দেশ অৰাজক, আৰু ধুমুহা-বতাহত ঘুৰিয়াল নথকা নাৱৰ দৰে অস্থিৰ। তাত সকলো মানুহে স্বপ্ৰধান হৈ আপোনাৰ ইচ্ছাৰ দৰে আচৰণ কৰে। এই কাৰণ নিজ বলেৰে নোৱাৰিলে মানুহৰ ধন প্ৰাণৰ ৰক্ষাই টান হয, আৰু কাৰো সুখ শান্তিও নেথাকে। কিন্তু দেশৰ অধিকাৰে দুষ্টক দমি সন্তক পালন কৰা হেতু কেও কাৰো প্ৰতি অন্যায় কৰিব নোৱাৰে আৰু শান্তি দেশত প্ৰবল হয়। এতেকে যিসকলৰ ভযত চোৰ, ডকাইত আৰু আন দুষ্ট মানুহবিলাক শঙ্কিত হৈ থকাৰ কাৰণে আমাৰ ধন, প্ৰাণ, আৰু মান ৰক্ষা পৰিছে। আৰু আমি নিৰ্ভয় মনেৰে আছোহক, সেই শাসন কৰ্ত্তা সকল আমাৰ অৱশ্যে মান্য, আমি তেওঁলোকৰ শলাগ লব, আৰু সিবিলাকক সম্মান কৰিব লাগে।

যি লোক তোমাতকৈ কোনো কথাত শ্ৰেষ্ঠ, তেৱেঁই তোমাৰ মান্য; বুঢ়া মানুহবিলাক তোমাতকৈ বয়সে শ্ৰেষ্ঠ, তেওঁবিলাকৰ কোনো জন তোমাৰ জ্যেষ্ঠ ভ্ৰাতৃৰ, কোনো জন মাতৃৰ, কোনো জন বা পিতৃৰ বয়সীয়া, আৰু কোনো জন তোমাতকৈ বহুদৰ্শী। এতেকে তুমি তেওঁবিলাকৰ প্ৰতি সমুচিত সম্মান কৰিবলাগে: আৰু সিবিলাক, নিঃকিন হলেও উপালম্ভৰ যোগ্য নহয়।

---

## নির্ম্মলতা।

## (Cleanliness)

যি নির্ম্মল, সেয়ে শুদ্ধ। নির্ম্মল শব্দে মল-নথকা বুজায়; 'শুদ্ধ' শব্দৰ অৰ্থ বেয়া বস্তুৰে মিহলি নোহোৱা; এতেকে ইয়াৰো সেয়ে অৰ্থ, এই কাৰণে শুদ্ধ বা শুচি হব লাগিলে নির্ম্মল হব লাগে। যি বস্তু মলিন সি অশুচি; আমি যদি সাত কলহো নিজনি পানী মূৰত ঢালি কাকো নোছোৱাকৈ ঘৰৰ ভিতৰত সোমাই থাকোঁ, আৰু আমাৰ গা মলিন থাকে তেও আমি শুচি নহওঁ। আৰু অকল গাটো নির্ম্মল হলেই সকলো হল, এনে নহয়; আমাৰ কাপোৰ, আসন, লোটা, বাটি, শয্যা আৰু ব্যৱহাৰ কৰা আন সকলো বস্তু নিকা হব লাগে; কিয়নো মলিন বস্তু মাত্রেই অপৱিত্র। আমাৰ ঘৰ-চৌতাল ছাই জাবৰ আৰু গোবৰেৰে পূৰ হলে আনবিলাক বস্তু নির্ম্মল আৰু পৰিস্কৃত হলেও কোনো ফল নহয়। এতেকে আমাৰ গা আৰু কাপোৰ আদিৰ দৰে চৌতাল ঘৰকো নিকাকৈ ৰাখিব লাগে। নির্ম্মল হলে পবিত্র হোৱা যায়, অকল সেয়ে নহয়; নির্ম্মলতাৰ পৰা আমাৰ মন প্রফুল্ল হয়, আৰু গা ভালে থাকে। আমাৰ গা কাপোৰ, ঘৰ-চৌতাল আদি মলিন হলে সেই বিলাকৰ-পৰা দুৰ্গন্ধ ওলাই মন সঙ্কুচিত কৰে, আৰু গাতো ৰোগ জন্মে। মলেই ৰোগৰ আকৰ। আমাৰ গাৰ ভিতৰৰ পৰা নাক, মুখ, কাণ আৰু নোমৰ গুৰিয়ে দি প্রতি উশাহতে কিছুমান দূষিত বস্তু অৰ্থাৎ মলি ওলাব লাগিছে, আৰু বাহিৰৰ ধূলি, মাটি পৰিও গাত মলি বন্ধ যায়; এতেকে নিতৌ অতি কমেও এবাৰ মুখ হাত আদি শৰীৰৰ সকলো ভাগ ধুই পৰিস্কাৰ কৰিব লাগে। কিন্তু গা ধোৱাৰ পাচত মলিন কাপোৰ পিন্ধিব, বা জেগেলা ঠাইত থাকিব লাগিলে গা ধুই নিকা হোৱাৰ একো সকাম নাই। এতেকে সেই বিলাকো যেন মলি নথকা হয়, তালৈ যতন কৰিব লাগে। সেয়ে হলেই মন, গা দুয়ো ভালে থাকে। মলিন মানুহ সমাজৰ অযোগ্য আৰু তেওঁক সকলোৱে ঘিণায়। এতেকে কোনো এজন জ্ঞানী লোকে কৈছে,—"নির্ম্মলতা ঈশ্বৰ পৰায়নতা।"

---

## মিঠা মাত আৰু সদয় ব্যৱহাৰ।

## (Sweet words and well behaviour)

সকলোকে মিঠা মুখেৰে মাতিব লাগে। কৰ্কশ মাত কেৱে ভাল নেপায; মিঠা কথাই হলে সকলোকে বশ কৰে। আমাৰ শ্ৰেষ্ঠ কি সমনীয়া মানুহৰ কথাকে নকওঁ, আমাতকৈ নিহ মানুহকো সাদৰেৰে কথা কোৱাত একো হানি নহয়, বৰং তাৰ বাবে আমি প্ৰশংসা হে পাওঁইক। কিন্তু বৰ ডাঙৰ লোকৰো আনক কটু কথা কোৱা অভ্যাস হলে তেওঁ আটাইৰে অপ্ৰিয হয। সকলো মানুহ একে জাতিৰ জীৱ, কেৱল কোনো বিশেষ কাৰণৰ নিমিত্তে অৱস্থাৰ হীন-ডেঢি হয, এই মাত্ৰ প্ৰভেদ; এতেকে যি যেনে অৱস্থাৰ মানুহ, তেওক তেনে অৱস্থাৰ উপযুক্ত সম্বোধন কৰি মতাটো ভদ্ৰতা আৰু সুশিক্ষাৰ চিন; কিন্তু ছুটা মাত, যাৰ প্ৰতি প্ৰয়োগ কৰা যায়, সেই মাতে তেওঁৰ অসন্তোষ জন্মাইযে নেথাকে, যি সেই মাত ব্যৱহাৰ কৰে, তেওঁৰো নীচতা আৰু শিক্ষাৰ অভাৱ দেখায। লোঁকে আমাক টেঙ্গা কথা কলে আমি ভাল পাও নে? তেওঁলোকেনো তেনে মাত কিয ভাল পাব? এতেকে সকলোকে মিঠা মুখেৰে মতা উচিত।

লোকৰ দুখ দেখি মন কোমল হোৱাৰ নাম দযা। এই দযা মানুহৰ মনৰ এটি কোমল আৰু মধুৰ ভাব। সি মানুহক দেৱতাৰ তুল্য কৰে, আৰু তাৰ অভাবত মানুহ পিশাচৰ সদৃশ হয়। যাৰ দযা নাই, তাৰ মন শিল বা কাঠৰ দৰে টান, আৰু যাৰ হৃদয় কাঠ, সি মানুহ নামৰে অযোগ্য। দয়াই তাক পাওঁতা আৰু দিওঁতা তুইকো ধন্য কৰে, কিন্তু তাৰ বিপৰীত নিষ্ঠুৰতাই তাক পাওঁতাক ক্লেশ দিয়ে, আৰু দিওঁতাকো সকলোৰে গৰিহণাৰ পাত্ৰ কৰে। দয়ালু লোকৰ সকলো বন্ধু, নিষ্ঠুৰ মানুহক তাৰ পুত্ৰ ভাৰ্য্যায়ো ভাল নেপায়। যি আনৰ প্ৰতি দয়া কৰে, সি দয়া পায়; কিন্তু নিষ্ঠুৰ মানুহ টানত পৰিলে তাক পুতৌ কৰোঁতা কেও নাই, এতেকে সকলোৰে প্ৰতি সদয ব্যৱহাৰ কৰা উচিত। লোকে তোমাৰ প্ৰতি যেনে ব্যৱহাৰ কৰিলে তুমি ভাল পোৱাঁ, তুমিও লোকৰ প্ৰতি তেনে ব্যবহাৰ কৰিব লাগে; ঘাইকৈ কণা, খোৰা, অসহায় আৰু আতুৰ, এনেবিলাক মানুহৰ প্ৰতি দয়া কৰা, আৰু সাধ্য অনুসৰি সিবিলাকৰ সহায হোৱা সকলোৰে উচিত। তেনে কোনো অৱস্থাত পৰিলে তুমি লোকৰ পৰা সহায়তা নিবিচাৰিবা নে? তেন্তে এতিয়া তুমি তেনে বিলাক মানুহৰ প্ৰতি মন কোমল কৰাঁ আৰু সিবিলাকৰ

দুখ উপশম কৰিবৰ নিমিত্তে দয়া মোনাৰ মূৰ মেলা। তোমাৰ পৰিয়াল আৰু আশ্ৰিত লোকৰ প্ৰতিও সদয় হোৱা আৰু সিবিলাকক পোহ পাল দি সুখেৰে ৰখা উচিত, কিয়নো সিবিলাকৰ তোমাতে সৰ্ব্ব ভাৰসা, তুমি সিবিলাকৰ প্ৰতিও সদয় হবা।

মানুহৰ কথাকে নকওঁ, ইতৰ জন্তুৰ প্ৰতিও সদয় ব্যৱহাৰ কৰিব লাগে। মানুহৰ দৰে সিহঁতৰো সুখ দুখ বুজিবৰ শক্তি আছে, আৰু সিহঁতে সুখ দুখ প্ৰকাশ কৰিবও পাৰে। নৰাই চৰাইৰ ঠেঙ্গত জৰী লগাই টানিলে সি যে চেঁ চেঁ কৰি আটাহ পাৰে, তাৰ দ্বাৰা সি কি বুজায়? সি যে নৰাৰ সেই কাম্যৰ দ্বাৰা দুখ পাইছে, তাকে মাথোন কৈ তাক এৰি দিবলৈ কাকুতি কৰে। তেনে অৱস্থাত পৰিলে লৰা বা ডাঙ্গৰ মানুহেও কাকুতি কৰে কিন্তু সি মানুহৰ দৰে পষ্ট মাতেৰে সেই কথা ব্যক্ত কৰিব নোৱাৰে, এই মাত্ৰ প্ৰভেদ। সেই দৰেই আন কোনো জন্তুকো আমি দুখ দিলে বা সি আহাৰ নেপালে নিজ মাতেৰে তাৰ দুখ আমাক জনায়, তেতিয়া আমি তাৰ প্ৰতি কাণ্ডকান নকৰি তাৰ দুখ গুচাব, বা তাক আহাৰ দিব লাগে, কিয়নো আমি তাতকৈ জ্ঞানী, আৰু সি আমাৰ অধীন, এতেকে আমি তাৰ দুখ বুজি দয়া নকৰিলে তাৰ উপায় নাই। তাৰ যে মানুহৰ সমান জ্ঞান আৰু পষ্ট মাতেৰে নিজ দুখ জনাবৰ শক্তি নাই, এই বাবেই আমি আৰু অধিকৰূপে তাৰ প্ৰতি সদয় হোৱা উচিত; কিয়নো তেনে শক্তি থকা হলে সি আমাৰ সমান হলহেঁতেন সেই শক্তি নথকা হেতু সি আমাতকৈ নিকৃষ্ট, আৰু সি আমাৰ সমনীয়াতকৈ অধিক দয়াৰ পাত্ৰ। এতেকে তুমি কোনো জন্তুৰ প্ৰতি নিষ্ঠুৰ আচৰণ নকৰিবা, কিন্তু সকলোৰে দুখত পুতৌ কৰিবা।

---

## পৰিশ্ৰমৰ সুগুণ।

## ( Good effects of diligence )

মানুহে চৰাই-পহু-আদি সামান্য জন্তুৰ দৰে অনাযাসে আহাৰ নেপায়, আৰু তেওঁৰ গাৰ আচ্ছাদন স্বভাৱ জাত নহয়; এতেকে জীৱন ৰাখিবৰ কাৰণে অত্যন্ত প্ৰয়োজনীয় অন্ন আৰু বস্ত্ৰ, দুইকো পৰিশ্ৰমৰ দ্বাৰা উৎপন্ন কৰিব লাগে। এই কথাত ইতৰ প্ৰাণীতকৈ মানুহৰ অৱস্থা নিকৃষ্ট। কিন্তু মানুহে অভ্যাস আৰু যত্নৰ

দ্বাৰা বৰ্দ্ধিত হোৱা যি মন বুদ্ধি পাইছে, তাৰ দ্বাৰায় তেওঁৰ সকলো অভাৱ দূৰ হয়। অন্ন-বস্ত্ৰাদি আৱশ্যকীয় বস্তুৰ উপাৰ্জ্জনৰ নিমিত্তে যত্ন কৰোঁতেই মন বুদ্ধি পৰিচালিত আৰু তীক্ষ্ণ হৈ মানুহ সকলো জন্তুতকৈ শ্ৰেষ্ঠ হৈছে, আৰু ইন্দ্ৰিয়বিলাকক বশ কৰি সিইতৰ দ্বাৰা অপোনাৰ কাম কৰাই লৈছে। মানুহৰ লাগতিয়াল বস্তুবিলাক পৰিশ্ৰমৰ দ্বাৰা উৎপন্ন কৰিব লগীয়া নহৈ অন্যান্য জন্তুৰ দৰে অনায়াসে পাব পৰা হোৱা হলে তেওঁৰ বুদ্ধি ইমান চোকা নহল হেঁতেন; এতেকে পৰিশ্ৰমেই মানুহক ইতৰ জন্তুতকৈ শ্ৰেষ্ঠ কৰিছে। এনে পৰিশ্ৰমক দুঃখদায়ক বা ঘৃনাৰ বিষয় বুলি ভৰা বৰ ভ্ৰমৰ কথা। যি পৰিশ্ৰমৰ দ্বাৰা আমাৰ জীৱনৰ উপায় ভাত কাপোৰ অৰ্জ্জা যায়, আৰু যাৰ অভাৱত আমি মনুষ্য হৈ থাকিব—আন কি জীৱনকে ৰাখিব নোৱাৰোঁহঁক সেই পৰিশ্ৰমলৈ ঘিণ কৰাতকৈ, আৰু যিবোৰ মানুহে আমাৰ প্ৰাণ ৰক্ষাৰ নিমিত্তে অন্ন বস্ত্ৰ আৰ্জিবলৈ পৰিশ্ৰম কৰে, সেই বিলাকক তুচ্ছ ভৰাতকৈ আৰু ডাঙ্গৰ ভ্ৰম কি আছে ?

স্বন্ধপাৰ্থত গোটেই এলেহুৱা, অকামিলা আৰু অসাঠন কিছুমান মানুহত বাজে প্ৰায় সকলোৱে কোনো এক প্ৰকাৰৰ পৰিশ্ৰম কৰে। খেতিয়কে খেতি কৰি সকলোকে আহাৰ যোগাইছে, তাঁতিয়ে কাপোৰ বৈ মানুহৰ শৰীৰ ঢাকিছে, আন শিল্পকাৰকে আমাৰ প্ৰয়োজনীয় নানা বিধৰ শিল্প কৰ্ম্ম কৰি আমাৰ অভাৱ গুচাইছে, আৰু সুখ বঢ়াইছে; গ্ৰন্থ কৰ্ত্তাই আপোনাৰ মস্তিষ্ক খাটি অনেক প্ৰকাৰৰ জ্ঞানৰ বা আমোদৰ পুথি লিখি আমাৰ জ্ঞান বৰ্দ্ধিত কৰিছে; আৰু আমাক আনন্দ দিছে; ৰজাই আৰু তেওঁৰ বিষয়াবিলাকে দুষ্টৰ দমন, শিষ্টৰ পালন কৰি ৰাজ্য সুখিলকৈ ৰাখিছে। এই বিলাকৰ ভিতৰত এজনে পৰিশ্ৰম কৰিবলৈ হেলা কৰা হলেও পৃথিবীৰ এনে উন্নত অৱস্থা হওক ছাৰি, মানুহৰ মহা কষ্ট হল হেঁতেন। কিন্তু যি পৰিশ্ৰমৰ দ্বাৰা জীৱনৰ উপায় অন্ন বস্ত্ৰ উৎপন্ন হয়, সি সকলোতকৈ শ্ৰেষ্ঠ আৰু আৱশ্যকীয় আৰু যি লোকে সেই দুই বস্তু উৎপন্ন কৰিবলৈ পৰিশ্ৰম কৰে, তেওঁ সমাজৰ বৰ উপকাৰী আৰু প্ৰয়োজনীয় অঙ্গ। এতেকে নাঙ্গলৰ খুটিত ধৰি যি খেতি কৰে, তেওঁ লাখ-পতি বৰলোকতকৈ অধিক আদৰৰ যোগ্য, আৰু সকলোৰে কৃতজ্ঞতাৰ পাত্ৰ।

পৰিশ্ৰমৰ পৰা আমাক লগা বস্তুবিলাক উৎপন্ন হয়, অকল সেয়ে নহয়, তাৰ দ্বাৰা শৰীৰ সঞ্চালিত হৈ দৃঢ় আৰু বলিষ্ঠ হয়, মনো প্ৰফুল্ল থাকে। ঘৰৰ ভিতৰত বৰ গাঁকৃত আঁউজি বহি থকা বৰলোকৰ গাটোৱেই মহা ভাৰ,

আৰু তেনে লোকে দুটা-মান খোজ কাঢ়িলেই ঘামি, ফোঁপাই বিতত হয়, আৰু সদায় গা বেয়া বুলি কয়; কিন্তু হাল কোৰ বাই ফুৰা চহাৰ গা আটিল্ লঘু আৰু নিৰোগী। এই কাৰনে অন্নবস্ত্ৰৰ উপাৰ্জ্জন কৰিবৰ নিমিত্তে পৰিশ্ৰম কৰা আন কি? নাঙ্গলৰ খুটিত ধৰাও একো লাজৰ বা নিন্দাৰ কথা নহয়, বৰং স্বাধীনতাক জলাঞ্জলি দি লোকৰ চাকৰ হৈ জীবিকা কৰাতকৈ এশ গুণে উত্তম আৰু প্ৰশংসনীয়।

---

## কৃষি, বাণিজ্য আৰু অন্যান্য ব্যৱসায়।

## (Agricultuie, Trade and other occupations).

মানুহৰ জীৱন ৰাখিবৰ উপায় আহাৰ। খেতিৰ দ্বাৰা সেই আহাৰ উৎপন্ন হয়। শৰীৰৰ নিমিত্তে আহাৰ যেনে, কাপোৰো তেনে প্ৰয়োজনীয়। সেই কাপোৰ ঘাইকৈ কপাহৰ পৰা হয়, কপাহো খেতিৰ বস্তু। যি খেতিৰ পৰা মানুহৰ অন্নবস্ত্ৰৰ উৎপত্তি হয়, আৰু যাৰ অভাৱত এই দুই ঘাই বস্তুৰ অভাৱ হৈ মানুহৰ প্ৰাণৰক্ষা টান হয়, সিনো কিমান প্ৰধান কাৰ্য্য, তাক কৈ ওৰ পেলাব নোৱাৰি। আমি দেখিছো, কোনো ঠাইত দৈব্যাৎ একে লালীয়ে দুবছৰ খেতি নহলে তাত আকাল হৈ হেজাৰ হেজাৰ প্ৰাণী যমৰ ঘৰলৈ যায়; এতেকে খেতিয়েই মানুহৰ জীৱন ৰক্ষাৰ ঘাই উপায়। পৰ্ব্বতৰ সমান সোণ থাকিলেও অন্ন নহলে মানুহৰ প্ৰাণ নৰয়। যদি পৃথিবীৰ সকলো মানুহে খেতি কৰিবলৈ এৰে, তেন্তে অন্নৰ অভাৱত একে দিনায় পৃথিবী নিৰ্জ্জন হব। খেতিয়ে মানুহৰ প্ৰাণ ৰাখে অকল সেয়ে নহয়, মানুহক সভ্যও কৰে। যেতিয়া মানুহে খেতি কৰিব নেজানিছিল, তেতিয়া তেওঁ কেঁচা মঙ্গহ আৰু অপুনি হোৱা ফল মূল মাথোন খাই আৰু পহুৰ ছালেৰে গা ঢাকি বনৰীয়া জন্তুৰ দৰে হাবিত বাস কৰিছিল। পাচত—খেতি কৰি অন্ন উপাৰ্জ্জন কৰিবলৈ শিকিবৰ পৰাহে সভ্যতাই মানুহৰ লগ ললে। আৰু খেতিৰ উন্নতিৰ লগে-লগে সভ্যতাও বাঢ়ি আহিল; এতেকে খেতিয়েই মানুহৰ ঘাই কাৰ্য্য। সেই খেতিলৈ আওহেলা, বা তাক হীন কাম বুলি ঘিন কৰা মূৰ্খতাৰ চিন। আমাৰ দেশৰ মানুহৰ কেনে দুবুৰ্দ্ধি! যি লোকে

চাকৰি নকৰাকৈ গাৰঁত খেতি কৰি খাই থাকে, অনেক মানুহে তেওঁক কাছাৰীত এটা ক্ষুদ্র কাম কৰা মানুহৰ সমানো আদৰ নকৰে। এতেকে সকলেৰেই খেতিক ঘিন কৰি টকাচেৰেক ৰূপৰ কাৰণে আপোনাৰ স্বাধীনতাকে বিকিবলৈ ওলায, আৰু তাকে কৰিব পাৰিলে আপোনাক কৃতকাৰ্য্য মানে। যেতিযালৈকে আমাৰ দেশৰ মানুহৰ এই ভ্রম নুগুচে, তেতিযালৈকে এই দেশৰ কুশল নহয।

ওপৰত দেখোৱা গৈছে যে কৃষিৰ দ্বাৰা মানুহৰ জীৱন ৰাখিবৰ উপায অন্ন আৰু বস্ত্ৰৰ উৎপত্তি হয, কিন্তু বানিজ্য নহলে এজনে উৎপন্ন কৰা অন্ন আৰু বস্ত্ৰ আন এজনে নেপায। আৰু এই কথা সহজেই বুজিব পাৰি যে, পৃথিবীৰ প্ৰত্যেক মানুহ খেতিতে নিযুক্ত হব নোৱাৰে, আৰু সকলো মানুহ খেতিত আবদ্ধ হৈ থাকিলে সমাজৰ হিতৰ নিমিত্তে আন আন বিষিনাক কাৰ্য্যৰ আৱশ্যক, সেইবিলাক কৰোতা নথকাৰ গুণে মানুহবিলাকৰ সুখ-শান্তি নহয। ৰাজ্যৰ শাসন, বিদ্যাশিক্ষা আৰু শিল্প-কৰ্ম্ম আদিত নিযুক্ত থকা মানুহবিলাকৰ খেতি কৰিবলৈ আজৰি নাই; এতেকে বানিজ্যৰ অভাৱ হোৱাহলে তেওঁবিলাক ভাত কাপোৰৰ দুখত পৰি নিজ নিজ কাৰ্য্য চলাব নোৱাৰাৰ কাৰণে সমাজৰ বৰ অনিষ্ট হলহেঁতেন। আৰু এঠাইত উৎপন্ন খেতিৰ বস্তুবিলাক উৎপন্ন হোৱা ঠাইতে দোলায়মান হৈ থাকি আন ঠাইৰ মানুহৰ অপ্ৰাপ্য হোৱাত যত মাটি-পানী আদিৰ অৱস্থাৰ প্ৰভেদৰ কাৰণে যি শস্যৰ উৎপত্তি নহয, সেই ঠাইৰ মানুহ তাৰ ভোগৰপৰা বঞ্চিত, আৰু সেই শস্য অৰ্জা মানুহবিলাকে তাৰ অতিৰিক্ত ভাগ বেচি ধন উপাৰ্জ্জন কৰিব নোৱাৰা হলহেঁতেন। আৰু যদিও খেতি অতি উত্তম কাৰ্য্য, তথাপি তাৰ পৰা উৎপন্ন বস্তুৰ দ্বাৰাযে আমাৰ সকলো অভাৱ পূৰ নহয, আমাৰ সুখ বৃদ্ধিৰ কাৰণে আন অনেক বস্তু লাগে। বানিজ্য নথকা হলে যিলোকে সেইবিলাক আপুনি যুগুত কৰিব নোৱাৰে, তেওঁ অৱশ্যে কষ্ট পালে হেঁতেন।

বেহাৰ দ্বাৰা বিদেশত হোৱা অনেক বস্তু আমি পাওঁহক, তদ্বাৰাও আমাৰ সুখ বাঢ়ে। বানিজ্যৰ অভাৱ হোৱা হলে সেইবিলাক বস্তু পাব নোৱাৰাত আমি সেই পৰিমাণে সুখৰপৰা বঞ্চিত হলোহকহেঁতেন। বিশেষ এজনে অৰ্জা বস্তু আন এজনে পাবৰ ঘাই উপায ধন, এতেকে ধন নহলে মানুহ বৰ দুখত পৰে। বানিজ্যৰ দ্বাৰা সেই ধনৰো বৃদ্ধি হৈ মানুহ সুখীয়া হয। আমাৰ নীতিশাস্ত্ৰে কয যে, ( বানিজ্যে বসতে লক্ষ্মী ) বেপাৰতে লক্ষ্মীৰ নিবাস। এতেকে জনসমাজৰ উন্নতি

আৰু সুখ বৃদ্ধিয়ে যাইকৈ বানিজ্যতে আশ্ৰয় কৰে। যি দেশত যি পৰিমাণে বেপাৰ চলে, সেই দেশৰ মানুহে সেই পৰিমাণে সুখীয়া হয়। আসামৰ মানুহে আন সভ্য দেশৰ মানুহৰ দৰে বেপাৰৰ মোল নেজানে, এই কাৰণে ইয়াৰ মানুহ বিলাক নিৰ্ধনী; যেতিয়ালৈকে তেওঁবিলাক বেপাৰত নিযুক্ত নহয়, তেতিয়ালৈকে দেশৰ উন্নতি হবৰ উপায় নোলায়।

---

## কৃষি বানিজ্য আৰু অন্যান্য ব্যৱসায় ( সমাপ্ত )।

খেতি আৰু বেহাত বাজে আইনৰ ব্যবস্থা দিয়া, চিকিৎসা কৰা, কাপোৰ বোৱা পাচি খৰাহি সজা, সুতাৰ, কমাৰ, কঁহাৰ, সোনাৰি, বাঢ়ৈ বা আন শিল্পীৰ কাৰ্য্যকৰা আদি অনেক স্বাধীন ব্যবসায় আছে, আৰু সেইবিলাকৰ দ্বাৰা সুসভ্য দেশবিলাকত বহুলোকে জীবিকা কৰে আৰু সুখে স্বচ্ছন্দে থাকে। প্ৰত্যেক মানুহে এই সকলোবিলাক ব্যবসায় জানিব বা কৰিব লাগে এনে নহয়; কিন্তু আপোনাৰ সুচল, বুদ্ধি আৰু ইচ্ছা অনুসাৰে এই বিলাকৰ ভিতৰৰ কোনো এটা বা অধিক ব্যবসায় জনা সকলোৰে উচিত, আৰু তদ্বাৰা মানুহৰ সুখ আৰু দেশৰো শ্ৰীবৃদ্ধি হয়।

সাধাৰণ কথাত কোৱা যায় যে, "হাৰিৰ বিদ্যা শিকিলেও কালে উপকাৰ হয়।" কিন্তু আমাৰ দেশৰ চাকৰিৰ দ্বাৰা জীবিকা উলিওৱা বৰলোক সকলে এই হিত বাক্যলৈ মন নকৰি পাচি-খৰাহি-সজা আদি হাতৰ কামবিলাকক নীচ কাৰ্য্য বুলি ঘিনায়; ই যে তেওঁবিলাকৰ ভ্ৰম, তাক তলত লিখা সত্য ইতিহাসটিৰপৰা বুজিব পাৰি। জৰ্ম্মাণী দেশৰ কোনো এজন ধনী আৰু ডাঙ্গৰলোকে ধন আৰু বিষয় অনিত্য, এতেকে দুখত পৰিলে উপজীব্য কৰিবৰ নিমিত্তে কোনো এটা হাতৰ বিদ্যা জনা উচিত। ইয়াকে বুজি তেনে বিদ্যা শিকাত উৎসাহ দিছিল। তেওঁৰ এজনী সুন্দৰী আৰু বিদ্যাৱতী কন্যা আছিল। পাচে বিষয় আৰু সম্পত্তিৰে তেওঁৰ সমান আন এজন বৰলোকৰ পুতেক এটিয়ে সেই কন্যাৰ ৰূপ গুণৰ দ্বাৰা মোহিত হৈ তেওঁৰ পিতাকৰ আগত বিয়াৰ প্ৰস্তাৱ কৰাত সেই বুঢ়া ভদ্ৰলোকে ডেকাক সুধিলে বোলে "মোৰ জীক সুখেৰে ৰাখিবৰ কাৰণ তোমাৰ কি উপায় আছে?" এই কথাত ডেকা আচৰিত হৈ কলে, তেওঁ বৰলোকৰ লৰা, তেওঁৰ ধন সম্পত্তি

অলেখ, একোৰে অভাৱ নাই; এতেকে তেওঁৰ ভাৰ্য্যাক সুখেৰে ৰখা একো টান কথা নহয়। তাতে ভদ্রলোকজনাই উত্তৰ কৰিলে যে সেই কথা সঁচা; কিন্তু ধন সম্পত্তি অনিত্য, দেশৰ বিভ্ৰাট হৈ কেতিয়া নাশ পায, তাৰ একো নিশ্চয নাই; এতেকে দুখত প্ৰবৰ্ত্তিবৰ কাৰণে এটা হাতৰ বিদ্যা নিশিকিলে সেই ছোৱালী পাবলৈ তেওঁ আশা কৰিব নোৱাৰে। যুৱা তেওঁৰ জীয়েকক বিয়া কৰিবলৈ ইমান ব্যস্ত হৈছিল যে, তেনে কোনো এক বিদ্যা শিকিবৰ কাৰণে তেওঁ ছমাহ কাল খুজি কলে, বোলে সেই কালৰ ভিতৰত তেওঁ অবশ্যে কৃতকাৰ্য্য হব। তাতে বুঢ়া ভদ্রলোকে সন্তোষ পাই মান্তি হল। ডেকাই বিদায লৈ ঘৰলৈ গল।

ছমাহৰ মূৰত ডেকা উলটি আহি পৰীক্ষাৰ দ্বাৰা দেখালে যে, তেওঁ পাচি-সজা বিদ্যাত বৰ পাৰ্গত হৈছে; তাতে সেই ভদ্রলোকে বৰ ৰঙ্গেৰে জীয়েকক তেওঁলৈ বিয়া দিলে। তাৰ কিছু কালৰ পাচত ৰাজ্যৰ বিভ্ৰাট হৈ সেই ডেকাৰ আৰু তেওঁৰ শহুৰেকৰ সকলো ধন-সম্পত্তি হেৰাল, আন কি? উপজীব্যৰ উপায়েই নাইকিয়া হল। তেতিয়া সেই যুৱাই পাচি-খৰাহি সাজি বেচিবলৈ ধৰিলে আৰু তেওঁৰ পাচি আনতকৈ ভাল হোৱা হেতু সেই কাৰ্য্যৰ পৰা বৰ লাভ হৈছিল আৰু তেওঁ তাৰ দ্বাৰাযে নিজৰ আৰু শহুৰেকৰ, দুইৰো পৰিয়ালৰ উপজীব্য চলাই-ছিল। এইৰূপে তেওঁ বুঢ়া হৈ কালৰ হাতত প্ৰাণ নোশোধালৈকে দুযোঘৰ মানুহক প্ৰতিপাল কৰি আছিল। পাচি সজা বিদ্যা নজনা হলে তেওঁৰ যি গতি হলহেঁতেন, তাক অনাযাসে বুজিব পাৰি। এতেকে হাতৰ বিদ্যা যে মানুহৰ বৰ প্ৰযোজনীয, তাত সংশয় নাই।

---

## অঙ্গ পৰিচালনা।

## ( Physical exercise ).

যাৰ গা নিৰ্ব্বল আৰু ৰুগীয়া, তাৰ কোনো সুখ নাই, আৰু জীৱনেই অসাৰ্থক, ইয়াক সকলোৱেই জানে; এতেকে শৰীৰ যেন সবল আৰু নিৰোগী হয, এইটো সকলোৰে বাঞ্ছা; কিন্তু কি প্ৰকাৰে সেয়ে হব পাৰে, আমাৰ দেশৰ সহৰ ভাগ মানুহে তাক গমি নেচায়, আৰু নেজানে। শৰীৰ বলিষ্ঠ কৰিবৰ ঘাই উপায় শাৰীৰিক পৰিশ্ৰম। সেই পৰিশ্ৰম নকৰা মানুহৰ গা আটিল নহয়, সি কেতিয়াও

বলৱান হব নোৱাৰে। কোমল বস্তু যে বলৱান্ নহয়, তাৰ দৃষ্টান্ত দেখাওঁতে লৰা আৰু বয়সীয়া মানুহৰ তুলনা দিলেই হয়। বয়সীয়া মানুহতকৈ লৰাৰ গা কোমল, এতেকে ডেকাতকৈ লৰা নিৰ্ব্বল।

বলবান মানুহ উৎসাহী আৰু সাহিয়াল হয়, আৰু বৰ পৰিশ্ৰমৰ কামো অনায়াসে কৰিব পাৰে। নিৰ্ব্বল মানুহ এলেহুৱা, ভয়াতুৰ; আৰু অলপ পৰিশ্ৰম হোৱা এটা কাম কৰিলেই শ্ৰান্ত হয় বা কৰিবই নোৱাৰে। দুৰ্ব্বল মানুহক ৰোগেও অতি শীঘ্ৰে পীড়ে। আটিল গাৰে, বলৱন্ত মানুহক নৰিয়াই সিমান কষ্ঠ দিব নোৱাৰে। এই কাৰণেই আপোনাৰ শৰীৰ দৃঢ় আৰু বলিষ্ঠ কৰা উচিত; তাকে কৰিব লাগিলে নিতৌ উত্তমৰূপে অঙ্গ বিলাকক পৰিচালনা কৰিব লাগে। হাত, ভৰি আৰু গা এই বিলাকক চলাই থাকিলে সিহঁতে আটমাৰে, লঘু আৰু কাৰ্য্য কৰিবৰ যোগ্য হয়, আহাৰেও শীঘ্ৰে পাক পায়, আৰু তেজ মাংস হৈ গোটেই গালৈ চলি যায়; তাতে গা পুষ্ট আৰু সবল হয়। কিন্তু যি অঙ্গকে চলোৱা নেযায়, সিয়েই দুৰ্ব্বল আৰু অকৰ্ম্মা হয়। অনেকেই উৰ্দ্ধ-বাহু সন্যাসী দেখিছে। তেনে মানুহে হাত এটা ওপৰলৈ দাঙ্গি লৰচৰ নকৰাকৈ থকাত সেইটো হাত একেবাৰেই অকামিলা হৈ পৰে। কিন্তু সদায় হাতুৰী মাৰি থকা কমাৰৰ হাত বলৱান আৰু টান। ইয়াৰ দ্বাৰা বুজা যাব পাৰে যে, যি মানুহে যি পৰিমাণে অঙ্গ বিলাক চলায়, সেই পৰিমাণে তাৰ গা দৃঢ় আৰু সবল হয়। অঙ্গ চালনাৰ অনেক উপায় আছে; প্ৰথম ব্যায়াম, যাক হিন্দী ভাষাত "কুস্তী" বোলা যায়; কিন্তু নিশিকিলে তাক কৰিব নোৱাৰি, এতেকে সি সকলোৰে সাধ্য নহয়। তাত বাজে নাও বোৱা কোৰমৰা খোজ কাঢ়ি ফুৰা, ভটাগুটি, ঢোপ, বা বল খেলোৱা আদি শাৰীৰিক পৰিশ্ৰমৰ কাম অনেক আছে। সেই বিলাকৰ ভিতৰৰ যি যিটো পাৰে, তাক নিতৌ এই পৰিমাণে কৰা উচিত, যেন গাৰ সকলো অঙ্গ পৰিচালিত হয়, অথচ নিজে সহিব পৰাতকৈ অধিক শ্ৰম নহয়।

যিবিলাক মানুহ কামত নিযুক্ত হৈ সদায় ফুৰি থাকে, সেই বিলাকতকৈ যি সকলে লিখি পঢ়ি বা এনেই ঘৰত বহি থাকি কাল খেদায়, সিবিলাক ওপৰত কোৱাৰ দৰে শাৰীৰিক পৰিশ্ৰম কৰিবৰ অধিক আৱশ্যকত পৰে। গাৰ অঙ্গ নচলাই সদায় মনটো চলাই থাকিলে শৰীৰ আৰু মন দুয়ো অতি শীঘ্ৰে নিস্তেজ আৰু জীৰ্ণ হয়। এতেকে মনেৰে শ্ৰম কৰা লোকবিলাকে গাৰেও শ্ৰম কৰিব লাগে। কোনো এজন জ্ঞানী বৈদ্যে কৈছে যে, নিৰ্ম্মল বতাহ, বিশুদ্ধ পানী আৰু শাৰীৰিক পৰিশ্ৰম, এই তিনিয়েই মানুহৰ ঘাই চিকিৎসক।

## সজ লোকৰ কৰ্ত্তব্য কৰ্ম্ম।

(Duties of the good)

সকলো জন্তুতকৈ মানুহবিলাক অধিক সঙ্গ প্রিয়, এতেকে তেওঁবিলাকে অকলশৰীয়া অৱস্থাক ভাল নেপায়, আৰু অনেকে গোট খাই সমাজ পাতি থাকে। সিবিলাকৰ অভাৱো অনেক, সেই বোৰ পূৰাবলৈ যত্ন কৰিব লাগে। কিন্তু এজনৰ যত্নৰ দ্বাৰা সেই সকলোবিলাক পূৰ নহয়, আৰু অন্যান্য নানা প্ৰকাৰৰ দুখ কষ্ট গুচোৱাও টান; এতেকে আনৰ সাহায্যৰ আৱশ্যক। এই কাৰণে সজ লোকে আপোনাৰ শক্তি অনুসৰি সঙ্গীবিলাকৰ সহায়তা কৰে। বলীৰ পৰা নিৰ্ব্বলীৰ ৰক্ষাৰ, আৰু পৰৰ অন্যায় আচৰণৰ পৰা দুখ পোৱা লোকৰ প্ৰতি ন্যায় বিচাৰৰ নিমিত্তে যত্ন কৰাও সজ লোকৰ কৰ্ত্তব্য কৰ্ম্ম। টানত পৰা মানুহক হিত পৰামৰ্শ দি বা অন্য কোনো প্ৰকাৰে সহায়তা কৰি তাৰ পৰা উদ্ধাৰ আৰু সমাজৰ অহিতকাৰী মানুহবিলাকে যেন ৰজাৰ পৰা উচিত দণ্ড পায় তালৈ চেষ্টা কৰিবৰ নিমিত্তে সজ লোকে সদায় সস্তম হৈ থাকে। তেওঁ পৰৰ ধন, ধান, গৰু, মহ, মাটি, বাৰী বা অন্য কোনো বস্তুলৈ লোভ কৰি বা আন কোনো প্ৰকাৰে লোকৰ অহিত নকৰে, কিন্তু পাৰে মানে হিতকেহে চিন্তে; আৰু কুৰ্চ্ছুট কপটক ঘিনায়। সঙ্গীবিলাকৰ দুজন বা অধিক লোকৰ মাজত বিবাদ বা বিৰোধ হলে তেওঁবিলাকৰ পুনৰ মিল কৰিবলৈ যত্ন কৰাকো তেনেলোকে আপোনাৰ কৰ্ত্তব্য বুলি জানে; আৰু দুখীয়াকো পুহে, আৰু নৰিয়াৰ চিকিৎসাৰ উপায় কৰাত বা মৰা ঘৰায়াক প্ৰবোধদিয়াত কেতিয়াও পৰাংমুখ নহয়, তাত বাজে হিত উপদেশ দি আৰু আপোনাৰ সজ আচৰণৰ আৰ্হি দেখাই সকলোকে সাধু কৰিবলৈ যত্ন কৰা আদি পৰোপকাৰৰ কামত তেওঁ অতিশয় আনন্দ পায়। যি এইবিলাক কাৰ্য্যৰ বিৰুদ্ধ আচৰণ কৰে, সি সজ লোক নহয়।

---



# গুনাভিৰাম বৰুৱা।

## সৌমাৰ ভ্ৰমণ।

এই অসম দেশ আমাৰ মাতৃভূমি! আমি ইয়াতেই উপজিছোঁ। ইয়াতেই শিক্ষা পাইছোঁ। এই দেশৰ নামেই আমি সংসাৰ হাটত বিকা হই আছোঁ। জননী যেনে আদৰনীয়া আৰু পূজনীয়া এই আমাৰ জন্মভূমিও আমাৰ পক্ষে তেনে মৰম আৰু সেৱাৰ থলি। যাক যি ভাল পাই তাক সি বৰকৈ শলাগে; সেই শলাগিব লগীয়া বস্তুৰ যিমান কি দুৰ্ব্বলতা থাওক, যিমান কি আসোৱাহ থাওক সেই বোৰ সেই জনে নেদেখে। এনে ভাব দুৰ্ব্বল আৰু স্বাৰ্থপৰ হলেও ই অতি মনোৰম। ইয়াত প্ৰীতিৰ উচ্চ আদৰ্শ পোৱা যায়। অনেকে ইয়াক অন্ধ প্ৰেম বুলিব পাৰে। বোলে বোলোক। এইৰূপ নহলে পিতৃমাতৃ গুৰুজনৰ প্ৰতি ভক্তি, সন্তানৰ প্ৰতি স্নেহ ভাৰ্য্যাৰ প্ৰতি প্ৰেম, দৰিদ্ৰৰ প্ৰতি দয়া এই বিলাককো অন্ধ প্ৰেমৰ শাখা বা স্বাৰ্থপৰতাৰ কাৰ্য্য বুলিব লাগে। যোগী সকলৰ যোগৰ ওপৰতো সেইৰূপ দোষাৰোপ হব পাৰে। দোষেই হওক বা গুণেই হওক সৃষ্টি কাণ্ডলৈ চালে এনে-ভাব মনুষ্য জাতিৰ হৃদয়ৰ সহজ অৱস্থা। আমাৰ এই দেশ অতি প্ৰাচীন। প্ৰাচীন ইতিহাস পুৰাণত ইয়াৰ বিবৰণ পোৱা যায়। এতিয়া যাক আসাম বোলোঁ সি পৌৰাণিক যুগত কামৰূপ, শোণিতপুৰ, কুণ্ডিল, হিড়ম্ব, জয়ন্তিপুৰ, মণিপুৰ প্ৰভৃতি (কৰি) ৰাজ্যৰ সমষ্টি। কালক্ৰমে এই সকল দেশ পতন হলত সকলো বোৰেই কামৰূপ বুলি প্ৰসিদ্ধ হল। ত্ৰেতাযুগত ৰামচন্দ্ৰৰ অৱতাৰ। তেওঁৰ প্ৰপিতামহ ৰঘুৰজাৰ দিনত হাতীৰ নিমিত্ত (এতিয়াৰ দৰেই) কামৰূপ প্ৰসিদ্ধ আছিল। কামৰূপৰ ৰজাই ৰঘুৰ যজ্ঞত বিশেষ মান (সৎকাৰ) পাইছিল। দ্বাপৰ যুগত শ্ৰীকৃষ্ণ অৱতাৰ। সেই যুগতো এই দেশ প্ৰসিদ্ধ আছিল। (মহাভাৰতত বন পৰ্ব্বত তাৰ বিশেষ প্ৰমাণ আছে)। এই কামৰূপ ৰত্নপীঠ, কামপীঠ, স্বৰ্ণপীঠ আৰু সৌমাৰপীঠ এই চাৰি পীঠ বা ভাগত বিভক্ত। বঙ্গদেশৰ বগুড়া মৰুকুমাৰ

অন্তৰ্গত কৰতোযা নদীৰ পৰা স্বৰ্ণকোষ নদী পৰ্য্যন্ত ৰত্নপীঠ। স্বৰ্ণকোষ নদী কোঁচবেহাৰৰ পূৰ্ব্ব আৰু গোৱালপাড়াৰ পশ্চিম সীমা। স্বৰ্ণকোষৰ পৰা ৰূপীকা নদী পৰ্য্যন্ত কামপীঠ; এই ৰূপীকা এতিয়াৰ নগাঁও (আগৰ খাগৰিজান) জিলাৰ ৰূপহী নদী। কোনো কোনো লোকে কামৰূপ জিলাৰ উত্তৰ পাড়ৰ পূৰ্ব্বসীমা আৰু দৰঙ্গ জিলাৰ পশ্চিম সীমা বড় নদীকো এই ৰূপাকা বুলি কয়। ৰূপাকাৰ পৰা ভৈৰবী নদী পৰ্য্যন্ত স্বৰ্ণপীঠ এই ভৈৰবী তেজপুৰৰ অলপ উজনাৰ ভড়লু নদী। ভৈৰবীৰ পৰা দিক্কৰবাসিনী পৰ্য্যন্ত সৌমাৰ পীঠ। দিক্কৰবাসিনী লক্ষিমপুৰ বা ডিব্ৰুগড় জিলাৰ অন্তৰ্গত শদীয়াৰ ওচৰত দেবীৰ স্থান। দিক্কৰৰ আধুনিক নাম দিকৰই বা দিকৰঙ্গ নদী। এই সৌমাৰ পীঠেই এতিয়াৰ প্ৰায় উজনীখণ্ড বা ওপৰ আসাম। স্বৰ্ণপীঠেই মধ্য আসাম আৰু কামপীঠেই নিম্ন আসাম। এই ৰাজ্যই মহাপুৰুষ (গুৰু) শ্ৰীশঙ্কৰদেৱ আৰু মাধৱদেৱ আৰু তেওঁ বিলাকৰ শিষ্য সকলৰ লীলা বা ধৰ্ম্ম প্ৰচাৰৰ স্থান। শ্ৰীশঙ্কৰদেৱৰ জন্মস্থান বড়দোৱাত, মাধৱদেৱৰ কুণ্ডকাত, এই কুণ্ডকা দৰঙ্গৰ কোনো অঞ্চলত বুলি অনুমান হয়। ইয়াৰ আধুনিক নামৰ পৰিচয় পোৱা অতি কঠিন। এওঁবিলাকৰ জন্ম আৰু আদি লীলা স্বৰ্ণপীঠত। উজনীৰ বেলগুড়িত এওঁবিলাকৰ মধ্যলীলা। এই বেলগুড়ি সৌমাৰ পীঠত। পাটবাউসী, বড়পেটা, সুন্দৰিদিয়া গণককুছিত দুজনা গুৰুৰ শেষ লীলা। এই সকল স্থান (থান) কামপীঠত। মহাপুৰুষীয়া ধৰ্ম্মৰ লোক সকলৰ মতে তিনি খানি ৰাজ্যত দুজনা গুৰুৰ লীলা অৰ্থাৎ উজনা (সৌমাৰ) কামৰূপ আৰু কোচবিহাৰ এই তিনি ৰাজ্যত তিনিখানি ধৰ্ম্মৰ নগৰ। "বেহাৰে মধুপুৰ, কামৰূপে বড়পেটা উজনীত কমলাবাড়ী।"

এই দেশৰ উত্তৰত হিমালয় পৰ্ব্বত শ্ৰেণী। ইয়াৰ নামনিৰ পৰ্ব্বত বোৰত ভোট ডফলা, অকা আবৰ মিচিমি চিংফৌ প্ৰভৃতি পৰ্ব্বতীয়া অসভ্য জাতি বিলাক থাকে। ইয়াৰ দক্ষিণে নগা, খাশিয়া, গাড়ো পৰ্ব্বত বিলাক ইয়াত নগা, খাশিয়া, গাড়ো প্ৰভৃতি পৰ্ব্বতীয়া লোকবিলাক বাস কৰে। হিমালয়ৰ উত্তৰৰ মানস সৰোবৰত ব্ৰহ্মপুত্ৰ নৈৰ উৎপত্তি। ই প্ৰথমে পূৰ্ব্ববাহিনী আৰু পাছে পশ্চিম বাহিনী হৈ আসাম দেশক উত্তৰ কুল আৰু দক্ষিণ কুল (বা পাড়) দুভাগ কৰি, সেই সৰোবৰৰ দাঁতিতে উৎপত্তি হই নামি অহা গঙ্গা নইৰে সইতে বঙ্গদেশৰ ঢাকা জিলাত অনেক দুৰৈৰ পাছত লগ লাগিছে। এইৰূপে (যেন) দুটী ভাইভনী লগলাগি হাতত ধৰাধৰি কৈ মহা আনন্দে দুইকো দুইএ উৎপত্তিৰ পাছৰ ঘটনা

বিলাকৰ কথা কৈ অনন্ত সাগৰত পৰিছে। পুণবাই আকৌ দুইও প্ৰাকৃতিক গুণে (ভাপবৃষ্টিৰূপে) জন্ম পাইছে। কিমান দিন যে এইৰূপে যাব তাব নিৰ্ণয় নাই। বঙ্গালী আৰু আমাৰ মাঝত পৰস্পৰ অমিল অসূয়া লক্ষ হয়; কিন্তু আমাৰ ৰজা (?) ব্ৰহ্মপুত্ৰ আৰু বঙ্গালীৰ গঙ্গা মাইএ দুইও সেইৰূপে সম্মিলিত হই আপোনাক আপুনি আনন্দত পাহৰি প্ৰকাণ্ড বেগবতী মেঘনা নাম ধৰিছে আৰু বড় ৰহস্যেৰে বঙ্গ সাগৰত পৰিছে। ইয়াৰ দ্বাৰাই আমি সজ উপদেশ গ্ৰহণ কৰিব পাৰো। এই এই উপদেশৰ সাৰ মৰ্ম্ম গ্ৰহণ কৰিলে আমাৰো সঙ্কীৰ্ণতা গুচিব আৰু মেঘনাৰ দৰে আমিও প্ৰকাণ্ড হই অনন্ত উন্নতি সাগৰত পাৰিব পাৰিম। প্ৰিয় পাঠক! এনে, সময়ত কেতিযাবা হবৰ সম্ভব নে ?

উত্তৰ আৰু দক্ষিণ ফালৰ পৰ্ব্বতৰ পৰা সৰু সৰু নদী ওলাই কোনো খান বা আনৰ লগত কোনো খানে বা অকলেই লুইতত পড়িছে। এই দেশ প্ৰকৃতিৰ বিতোপন ক্ৰীড়া ভূমি, অনেক প্ৰকাৰ প্ৰাকৃতিক সৌন্দৰ্য্য ইয়াত আছে। ব্ৰহ্মপুত্ৰৰ দাঁতিৰ পৰা উত্তৰ ফালে চালে হিমালয পৰ্ব্বত শ্ৰেণীৰ বৰফে ঢাকি থকা ওখ ওখ টিঙ্‌বোৰ দেখি। এনে অনুমান হয যেন ঋষিসকলে মূৰত বগা টুপি একোটা পিন্ধি ( বা বগা শুকুলা চুলি মেলি, ) সূৰ্য্যৰ ফাললৈ চাই তপস্যা কৰিছে। আৰু ভাৰতৰ ( বিশেষকৈ আসামৰ ) বৰ্ত্তমান হীন অৱস্থা মোচনৰ নিমিত্তে ঈশ্বৰক প্ৰাৰ্থনা কৰিছে। ইয়াত নিৰ্জ্জনে তপস্যা কৰিবলৈ অনেক স্থান আছে। সেই সকল স্থানত বহি প্ৰকৃতিৰ অনুপম শোভা চায প্ৰকৃতিৰ অধিপতিৰ অশেষ সৌন্দৰ্য্য চিন্তা কৰিবলৈ অনেক উত্তম সোযোগ। সেই কাৰণেই পূৰ্ব্বত আৰ্য্য সন্তান সকলে ইয়ালৈ আহি অনেক ঠাইত তপস্যা কৰিছিল। সেই কাৰনেই এই দেশত অনেক ঋষিমুনিৰ আশ্ৰম। সেই কাৰনেই ইয়াত অনেক তীৰ্থস্থান, এই দেশ অতিশয় দুৰ্গমো যে নাছিল এনে নহয়। মগধ দেশৰ বিখ্যাত ৰজা জৰাসন্ধই তেওঁ ৰাজ্য কাঢ়ি লোৱা অনেক ৰজাক এই দেশৰ সৌমাৰ খণ্ডত বন্দিকৈ থইছিল। শ্ৰীকৃষ্ণৰ কৌশলত ভীমে জৰাসন্ধক বধ কৰি সেই সকলক মুক্ত কৰিলে।এই দেশ অসুৰ বা ৰাক্ষস অৰ্থাৎ অনাৰ্য্য জাতিৰ বসতি স্থান আছিল। ই বানাসুৰ, নৰকাসুৰ, হিড়ম্বা, বভ্ৰুবাহন প্ৰভৃতি অসুৰ বা অনাৰ্য্য ৰজাৰ দেশ। ক্ৰমে আৰ্য্যস্ৰোত ভাৰতবৰ্ষত প্ৰবাহিত হলত এই দেশতো আৰ্য্য সন্তানে বসতি কৰিবলৈ ধৰিলে, আৰ্য্যধৰ্ম্ম প্ৰচলিত হল। সেই অসুৰ সন্তান সকলৰ অনেকে আৰ্য্য ধৰ্ম্ম গ্ৰহণ কৰি, আৰ্য্য সন্তানৰ লগত মিহলি হল। অৱশিষ্ট অনেক এতিয়াও অনাৰ্য্য ভাবেই আছে। গাড়ো,

মিকিৰ, নগা ডফলা প্ৰভৃতি আদিবাসি জাতি বোৰেই সেই অনাৰ্য্য বা ৰাক্ষস সন্তান। এই দেশ পূৰ্ব্বে দুৰ্গম থকাৰ কাৰণেই ইয়াৰ বিষয়ে নানা প্ৰকাৰ (নাচুৎ নাভূত) আশ্চৰ্য্য কথা বিদেশত ৰাষ্ট্ৰ। বহুকাল হিন্দু ৰজা হোৱাৰ পাছত ইয়াত বৌদ্ধধৰ্ম্ম প্ৰচলিত হইও অনেক দিন আছিল। বৌদ্ধধৰ্ম্মী ৰজাও যে নাছিল এনে নহয়। বৌদ্ধধৰ্ম্ম লোপ হোৱাৰ পাছে হিন্দুধৰ্ম্ম প্ৰচলিত হলত হিন্দু ৰজাৰ আকৌ আধিপত্য হল। ইয়াত প্ৰথমে সৰু সৰু ৰজা আছিল ক্ৰমে অনেক সৰু ৰজা গুছি ডাঙৰ ৰজা আৰু ৰাজ্য হল। পাছে ইন্দ্ৰ বংশীয় আহোম ৰজাই এই দেশৰ সৌমাৰ খণ্ড প্ৰথমে নিৰ্ব্বিবাদে ললে। ক্ৰমে ৰাজ্য বিস্তাৰ কৰিলে। এক কালত কৰতোয়া পৰ্য্যন্ত আহোম ৰাজ্য বিস্তাৰিত হৈছিল। পাছে বঙ্গদেশ আৰু আসাম দেশৰ সামা গুৱালপাড়াৰ ওচৰৰ মানাহা (মান অহা) নদী এই স্থিৰ থাকিল। ৰাজসিক, ধৰ্ম্ম বিষয়ক অনেক হুলস্থূলৰ পাছত আহোমৰ ভিতৰতে ৰজা মন্ত্ৰিৰ কন্দল হোৱাত ব্ৰহ্মা বা মানে আহি এই দেশ ললে। মানে অনেক উৎপাত কৰিলে। পৰিশেষত ব্ৰিটিশ গবৰ্ণমেণ্ট (ইংৰাজে) এই দেশ মানৰ হাতৰ পৰা লয়। ১৮২৪ সনৰ পৰা আজি পৰ্য্যন্ত ই ইংৰাজ অধিনত আছে। ইয়াৰ ভিতৰত এই দেশত অনেক প্ৰকাৰ উন্নতি (কিছু পৰিমাণে অৱনতিও) হইছে। কিন্তু সেইবিলাক কথা সামাজিক ইতিহাসৰ অন্তৰ্গত। সম্প্ৰতি এই দেশত গমনাগমনৰো (আগতকৈ) অনেক সুযোগ হইছে। ৰেলওৱে ভাপৰ জাহাজ আৰু আলি পদূলি বিলাক পোন হোৱাত দূৰতা কমিছে। আৰু পূৰ্ব্বৰ দৰে এঠাইৰ পৰা আন ঠাইলৈ যাব লাগিলে হোলোং নাও আৰু ডাবলি (চকলি শবদৰ) ভাৰৰ বিশেষ আশ্ৰয় লোৱাৰ প্ৰয়োজন গুছিছে। গবৰ্ণমেণ্টৰ সুদৃঢ় শাসনৰ প্ৰভাৱত যাত্ৰি আৰু বাটৰুৱাই নিৰ্ব্বিঘ্নে গমনাগমন কৰিব পাৰে (আগৰ দৰে হাহ পাৰ মাৰিব নেলাগে)। আমাৰ এনে প্ৰাচীন দেশ এতিয়া এনে সুবিধা। এনেতো যদি আমি নিজ দেশত নুফুৰো আমাৰ শিক্ষা অসম্পূৰ্ণ। বিদেশৰ অনেক অঞ্চলত ঈশ্বৰৰ ইচ্ছাত ফুৰিছো কিন্তু নিজ দেশৰ সৌমাৰ খণ্ড নেখা নাই। অথচ উজনী খণ্ডই আমাৰ ইতিহাসৰ ঘটনাৰে পৰিপূৰ্ণ। সেই খণ্ডতে ৰজাৰ নগৰ। সেই খণ্ডতে সম্প্ৰতিও নানা উন্নতিৰ সূত্ৰপাত। তাতেই ঘোৰ ৰাজ বিপ্লৱৰো সূত্ৰপাত। আসামৰ বিষয় আমি যি কথা জানিলোঁ তাৰত আমাৰ শুনা বিবৰণৰ পৰাই উৎপন্ন। এতেকে এবাৰ সেইফালে ফুৰিবলৈ যাবৰ নিমিত্তে

আমাৰ বৰ মন হল। ইমান দিন যে মন নাছিল এনে নহয়! মন আছিল। বড় মন নাছিল। সৌমাৰ বা উজনীত আমাৰ জন্ম স্থান। এতেকে সেই ঠাই স্বৰ্গতকৈও গৰিয়সী। স্বৰ্গ প্ৰাপ্তিৰ নিমিত্তে তীৰ্থদৰ্শন এতেকে স্বৰ্গতকৈও যি গৰিয়সী সি মহাতীৰ্থ। শুনিছিলোঁ তীৰ্থলৈ যাবৰ মন হলে তীৰ্থৰাজ সিদ্ধি-দাতা গনেশে প্ৰথমে যাত্ৰীৰ মন আকৰ্ষন কৰে। আৰু কোনো ব্যতিক্ৰম হলে কালভৈৰবক তীৰ্থৰ পৰা খেদায় দিয়ে। আমাৰ কিন্তু তীৰ্থ আৰু গনেশ দুইও, আধ্যাত্মিক। সেই আধ্যাত্মিক গনেশেই উজনীলৈ আমাক আকৰ্ষিলে; যাবলৈ বৰ মন হল। নগলে ৰক্ষা নাই, শান্তি নাই, নিশ্চয়ে ঈশ্বৰত ভৰসা কৰি যাবই লাগে। ক্ৰমে চিন্তাৰ পৰা প্ৰতিজ্ঞা, প্ৰতিজ্ঞাৰ পৰা কাৰ্য্য ওলাল কেতিয়া কি উপায়ে যোৱা ভাল বিবেচনা কৰিব লগা হল। দয়াময় ঈশ্বৰে সময়ও হাতত পেলাই দিলে। প্ৰভু ৰামচন্দ্ৰে ৰাৱনক বধ কৰিবলৈ বসন্ত কালৰ দুৰ্গোৎসৱ শৰৎ কালত কৰিলে। বিজয়া দশমীৰ দিনা যাত্ৰা কৰি ৰাৱণ বধ কৰিলে। সেই বিজয়া দশমীতে যাত্ৰা কৰিলে যাত্ৰা অমঙ্গল নহয়। অধিক কি বছৰেকলৈকে আৰু যাত্ৰা নকৰিলেও হয় বুলি বুঢ়ি আই আৰু আমাৰ হাতত ফলি দিয়া বাপুৱে কইছিল। সকৱে পৰা সেই দিনা যাত্ৰা কৰিবলৈ শিকাইছিল প্ৰকৃতে শৰৎ কাল পড়িলেই ৰাজপথ মুকলি হয় (বাটে পোৱালো মেলে)। ৰদ বৰষুণ কমে। মহ ডাঁহ নেথাকে এঠাইৰ পৰা এঠাইলৈ যোৱা সুবিধা। বিজয়া শুক্লা দশমী; তাৰ পাছত প্ৰথম ৰাতিও জোনাক। সেই কাৰণেই সেই বিজয়া দশমীত যাত্ৰা ভাল। দেবী দুৰ্গা, সমবেত শক্তি বা মহাশক্তি। দেবীৰ দহখানি হাত দশো দিকৰ শক্তি। ঐশ্বৰ্য্য, বিদ্যা, সিদ্ধি আৰু বল এই মহা শক্তিৰ সহচৰ লক্ষ্মী সৰস্বতী, গনেশ, কাৰ্ত্তিক। অসুৰ অজ্ঞান শত্ৰু শক্তিৰ আধাৰ বা বাহনেই সিংহ। শক্তিৰ আবিৰ্ভাব হলে হীন পশুও পৰাক্ৰমী হয়। প্ৰতিপদৰ পৰা নৱমী পৰ্য্যন্ত নৱৰাত্ৰি শক্তিৰ আৰাধনা আৰু উদ্যম: দশমীৰ দিনা কাৰ্য্যক্ষেত্ৰলৈ যাত্ৰা। এই শুভ দিনকেই আমিও যাত্ৰাৰ দিন স্থিৰ কৰিলোঁ। দেশৰ এনে উন্নতি গমনা-গমনৰ এনে সুযোগ। আমাৰ ঘৰৰ পৰা দৈনিক ভাপ জাহাজৰ ঘাট ১৬ ক্ৰোশ। এক ক্ৰোশে ৪ দণ্ডৰ বাট হলে সেই ঠাই ৬৪ দণ্ডৰ অৰ্থাত এক দিবা ৰাত্ৰিতকৈ অলপ অধিক কালৰ বাট। অসম দেশৰ আলি আৰু জল বায়ুক চালে সকলো উপায়তকৈ গৰুৰ গাড়ীৰে যোৱা অতি অন্ততঃ আমাৰ দৰে বহি শুই থকা প্ৰাণিৰ পক্ষে সুবিধা। যিৰূপ গাড়ী সচৰাচৰ পোৱা যায় তাতকৈ নতুন গঠনৰ এখান

গাড়ীও পোৱা হল। তাত বহি শুই থিয় হই সুন্দৰে যাব পাৰি। তাৰ চাৰিও ফালে মন গলেই মেলিব সামৰিব পৰা উত্তম কেনবেচ্ কাপড়ৰ পৰ্দ্দা। গাড়ী খানি কাঠৰ, ৰঙ্গদিয়া। বস্তু বাহানি থবলকো তলত ভাল সঞ্জোগ আছে। নামিব উঠিবলৈ খাপ আছে। এই গাড়ী পবলিক ওয়াৰ্কস (গড়কাপ্তানি) ডিপাৰ্টমেণ্টৰ সবএঞ্জিনিয়াৰ বাবু পূৰ্ণচন্দ্ৰ বন্দ্যোপাধ্যায়ৰ নতুন প্ৰনালি আৰু কৌশলেৰে ভাটীৰ ফালৰ এইৰূপ গাড়ীৰ অহিঁৰে কৰিছে। তেওঁ অনুগ্ৰহ কৰি আমাক জাহাজ ঘাটলৈ যাবলৈ সেই গাড়ী দিয়াত তাকেই আমি ধন্যবাদেৰে গ্ৰহন কৰিলোঁ। বিজয়া শুভদিন হলেও সেই দিনা যাব পৰা নহল। তাৰ পাচ দিনা শনিবাৰ তিথী একাদশী। "পূবে গধূলী পশ্চিমে উষা। উত্তৰে মধ্যাহ্নে দক্ষিনে নিশা।" যাত্ৰাৰ উপযুক্ত সময়। উজনী আমাৰ পূৰ্ব্ব দিশে এতেকে শনিবাৰে পূবলৈ যাব লগিয়া হলেও, সেই দিনা গধূলি যাত্ৰা কৰিবৰ সময় নিৰ্দ্দিষ্ট কৰা হল।

এজন সৌমাৰ যাত্ৰীৰ "ডায়েৰি" অৰ্থাৎ দৈনকি টোকাৰ পৰা উদ্ধৃত।

সম্পাদক।

যাত্ৰা কিয় কৰে ইয়াৰ কাৰণ চালে জানা যায় যে ইয়াৰ উদ্দেশ্য মহৎ। এঠাইৰ পৰা আন্ ঠাইলৈ যাবলৈ প্ৰস্তুত হোৱা যায়। যাক যি কৰলাগে যি যি কৰিব লাগে যাত্ৰা কৰি যাম বুলি ওলালে তালৈ সুবিধা হয়। কোনো কথা পাহৰণ হলেও সোঁৱৰণ হবৰ অনেক সুযোগ হয়। বন্ধুবান্ধবক সক্ষাৎ কৰি মাত বোল লগাই যোৱা উচিত আৰু শিষ্টাচাৰ। আৰু প্ৰবাস কৰিবৰ আৰম্ভনটোও ভাললৈ জনা যায় ঘোৰ ৰাতিৰ পৰা যেনেকেই একেবাৰে দিন হলে সুবিধা জনক নহয় আৰু ক্ৰমে ক্ৰমে হলে যেনে ভাল হয় সেইৰূপ এই যাত্ৰা ও নিবাস পৰিত্যাগ কৰি প্ৰবাস উদ্যোগ কৰা দিবা ৰাত্ৰিৰ প্ৰবৰ্ত্তনৰ উষা আৰু গধূলি সন্ধ্যাৰ সন্ধিক্ষনো তেনে। বিজয়াৰ পাচদিনা গধূলি নিবাস পৰিত্যাগৰ সময় স্থিৰ হলেও আমি বিজয়াৰ দিনাই যাত্ৰা কৰিলোঁ। ঈশ্বৰে যাত্ৰা শুভ কৰোক।

---

## যাত্ৰা।

আমাৰ দেশৰ এটা পূৰ্ব্বাপৰ প্ৰচলিত ৰীতি যে মাঘ আৰু বৈশাখৰ বিহুৰ দিনা আৰু তাৰ পাছেও কেইবা দিনলৈকে পিতৃ মাতৃ গুৰু জেষ্ঠ জনক লোকে সেৱা কৰে আৰু আশীৰ্ব্বাদ লয়। সমনীয়াই সাক্ষাৎ কৰি আনন্দ

কৰে। ভাৰতবৰ্ষৰ জ্যোতিষৰ গণনাৰে মাঘৰ বিহুৰ দিনা উত্তৰায়ণ সংক্ৰান্তী সেই দিনাৰ পৰা শীত হ্ৰাস হবলৈ ধৰে। কৃষকে ধান মাহ পথাৰৰ পৰা শস্য চপাই লয়। সেই মাঘ মাহতেই কৃষিৰ বৎসৰ আৰম্ভ হয়। সেই কাৰণে ই মহা সন্তোষৰ দিন। সেই কাৰণেই পৰস্পৰে এইৰূপ প্ৰীতি সম্ভাষণ কৰি ৰঙ্গ ধেমালি কৰে। আৰু নামগুণ গায়। গৰু মহো উদঙ্গ মেলা হয়। সেইৰূপে বহাগৰ বিহুৰ দিনা সূৰ্য্য বিষুব ৰেখালৈ যায়। গ্ৰীষ্ম আৰম্ভ হয়। খেতিয়কে খেতিলৈ বড় আগ্ৰহেৰে অগ্ৰসৰ হয়। বসন্ত কালৰ গতিকে জাৰ কালি পাত সৰি যোৱা গছো সতেজ হয়। মানুহৰ মন উৎসাহ পূৰ্ণ হয়। পুৰণি বছৰে বিদায় পায়। নতুন বছৰ সোমাব সেই কাৰণেই এই দিনা আনন্দৰ দিন আৰু সেই কাৰণেই পৰস্পৰে প্ৰীতি সম্ভাষণ কৰে। তিৰোতা বিলাকেও কাতিমাহৰ পৰা দীঘল ৰাতি পাই ন কপাহৰ সূতা কৰি বছেৰেকলৈ কাপড় বই থই। ভক্তি আৰু প্ৰীতিৰ পাত্ৰক কাপড় “বিহুমান” বুলি দিয়ে।

আমাৰ দেশত পূৰ্ব্বে দুৰ্গোৎসৱ সাধাৰণৰ মাঝত প্ৰবেশ কৰা নাছিল। দুৰ্গোৎসৱত চণ্ডীপাঠ হয়। বলিদান কৰিব লাগে। সুৰথ ৰজাই চণ্ডীপাঠ কৰি বলিদান দি দুৰ্গাৰ পূৰ্জা কৰা কাৰণেই ভ্ৰষ্ট ৰাজা হইছিল। সেই দেখি প্ৰতিমা সাজি দুৰ্গা পূজা কেৱল ৰজা ঘৰত হৈছিল। আনৰ প্ৰতি নিষেধ আছিল। কামাখ্যা প্ৰভৃতি কোনো কোনো দেৱালয়ত দেবী পূজা হয়। ৰজা বিনে ইতৰ মানুহৰ মাঝত মুকলি মুৰিয়া গোসাই প্ৰভৃতি কেইঘৰমান মানুহে ঘট স্থাপন কৰি চণ্ডীপাঠ কৰাই পূজা এভাগ কৰাইছিল। ৰজা ঘৰত যি পূজা হয় সেই পূজাকেই নগৰৰ মানুহে চাইছিল। চহৰত পূজাৰ সময়ত ৰজাৰ ঘৰত যি পাইক খাটিব লাগে বা বস্তু শোধাব লাগে, সেই বোৰেই দুৰ্গোৎসৱ দেখিছিল। এতেকে দুৰ্গোৎসৱ ইতৰৰ পক্ষে তেনে উৎসব নাছিল। ব্ৰিটিশ গবৰ্ণমেণ্টৰ দিনত তেনে কোনো বাধা নাই আশঙ্কা নাই। বঙ্গালী লোক আহিল। সেই সকলে দেশত দুৰ্গোৎসৱত বিশেষ আমোদ কৰে। আমাৰ বহাগৰ বিহুত যেনে বিহু মাননী দিয়াৰ প্ৰথা বঙ্গ দেশৰ হিন্দু সমাজতো পূজাত সেই ৰীতি। এতিয়া নগৰৰ লোকে (শাক্ত হলে) যাৰ সাধ্য আছে প্ৰতিমা সাজি দুৰ্গোৎসৱ কৰিবলৈ ধৰিছে। কোনো ঠাইত আকৌ অনেক লগ লাগি ৰাজহুৱাকৈ দুৰ্গোৎসৱ কৰিবলৈ ধৰিছে। বঙ্গাল দেশৰ এটা নিয়ম আছে যে বিজয়াৰ দিনা গোসানী উটাবৰ পাছত লোক সকলে কোলাকুলি অৰ্থাৎ দিঙ্গিত ধৰাধৰি কৰি সম্ভাষণ কৰে। আৰু তাৰ পাছেও কেইবা

দিনলৈকে ইজনে সিজনৰ লগত দেখা সাক্ষাত বা অকস্মাৎ দেখা হলে কোলাকুলি আলিঙ্গন কৰে। এইৰূপ প্ৰিয় সম্ভাষণ সমাজৰ শান্তি আৰু পুষ্টি বৰ্দ্ধক। ইংৰাজৰ লগতেই বঙ্গালী বিলাক বৈষয়িক কাৰ্য্য উপলক্ষে এই দেশলৈ আহে। পাছে অসম দেশৰ কৃষি বানিজ্য উন্নতি হোৱাত অনেক বঙ্গালী এতিয়া এই দেশলৈ আহিবলৈ ধৰিছে। বিজ্ঞান মতে আমাৰ দেশ ও জাতি প্ৰাচীন। অসমীয়া, ভোট, ডফলা, গাড়ো প্ৰভৃতি পাৰ্ব্বতীয়। অসমৰ সীমা অৰ্থাৎ গোয়াল-পাড়াৰ ভাটীৰ যি পৃথিবী সি বঙ্গাল দেশ আৰু তাৰ মানুহ বঙ্গালী। ঢাকা, কলিকাতা, কাশী, বোম্বাই, পঞ্জাব, কাবুল ইউৰোপ আমাৰ পক্ষে সকলো সমান। কি ব্ৰাহ্মন কি যৱন, কি মেচ্ছ গোয়াল-পাড়ৰ ভাটীৰ মানুহ হলেই আমাৰ মতে বঙ্গাল বা বঙ্গালী। আৰু সেই দেশো বিদেশ, কেৱল এতিয়া সবহকৈ বিদেশী মানুহ অহাত কোনোএ দেশোয়ালী, কাবুলী, ইংৰাজ গোৰা বেপাৰী, শিলটীয়া প্ৰভৃতি কেইটামান বঙালীৰ উপজাতি বুলি স্বীকাৰ কৰিবলৈ ধৰিছে। মানুহৰ স্বভাৱ অনুকৰণীয়। কোনো জাতিয়ে কোনো জাতিক পৰাস্ত কৰি দেশ জয় কৰিলে সেই পৰাস্ত হোৱা জাতিএ সেই জয় কৰা জাতিৰ ৰীতি নীতি ব্যৱহাৰ উন্নত আৰু উৎকৃষ্ট বুলি জানি তাক অনুকৰণ কৰিবলৈ ধৰে! ই এক প্ৰকাৰ স্বতঃসিদ্ধ কথা। প্ৰথমে ইংৰাজ আৰু বঙালী এই দেশলৈ অহাত আমাৰ মানুহে দুইকো একে বঙাল বুলিছিল। সেই কাৰণেই বঙালী দিন বুলি কৈছিল আৰু এতিয়াও কবলৈ এৰা নাই। সেই অনুকৰণ স্পৃহা চৰিতাৰ্থ কৰিবলৈ আমাৰ মানুহৰ মন গ'ল। কিন্তু ইংৰাজ দূৰৈৰ বঙ্গাল, বঙ্গদেশীয় সকল ওচৰৰ বঙ্গাল। ইংৰাজৰ ৰীতি নীতি আচাৰ ব্যৱহাৰ মাত কথা শৰীৰ বল বৰ্ণ আমাৰ লগত অনেক পৃথক। বঙ্গদেশীয় আৰু হিন্দুস্থানী মানুহৰ লগত বিশেষকৈ বঙ্গদেশীয় লোকৰ লগত আমাৰ আচাৰ নীতি, মাত কথা বল বৰ্ণত বিশেষ বেলেগ নাই। এতেকে আমাৰ মানুহে বঙ্গদেশীয় বঙালৰ ৰীতি নীতি মাত কথা ভালেই হওক বা বেযাই হওক সকলোৰ অনুকৰণ কৰিবলৈ ধৰিলে। সেই অনুকৰণৰ নিমিত্তেই দুৰ্গোৎসৱৰ নিয়মও আমি লইছো। ক্ৰমে বঙাল দেশৰ দৰেই গাৱঁতো সোমাব এনে আশা কৰিছোঁ। বিজয়াৰ পাছত আত্মীয় জনৰ লগত সাক্ষাৎ কৰা কোলাকুলি কৰা বঙালীৰ ব্যৱহাৰ মতে আমিও আমাৰ আত্মায় সকলৰ লগত সাক্ষাৎ প্ৰিয় সম্ভাষণ আৰু কোলাকুলি কৰিলো। বিশেষকৈ আমি উজানলৈ ওলাইছো। অনেক দিনৰ মূৰত আন ঠাইলৈ গৈ ন ন বস্তু দেখিম ন ন কথা শুনিম বিশেষকৈ বহু দিনৰ পৰা বাঞ্ছা কৰি

উজনী চাম এই নিমিত্তে আমাৰ উল্লাস; আমাৰ ঘৰ আৰু ঘৰৰ পৰিয়ালক এড়ি যাম, ঘৰৰ সন্তোষ, এড়িম প্ৰবাসৰ কষ্ট সহিব লাগিব ইয়াক ভাবি মনত অসন্তোষ জন্মিল। এই দুইবো সমান বল। দুফালৰ পৰা দুটা সমান বলে এটাই এফালে আৰু আনটোই আনফালে এটা বস্তুক আকৰ্ষিলে সেই বস্তু দুইৰো মাজে গতি কৰে। কোনো এটা বস্তুক সমান দুটা বলৰ এটাই উত্তৰে আৰু এটাই পুবলৈ টানিলে সেই বস্তুটো উত্তৰ আৰু পূব কোনো ফালে নগই ঈশান অৰ্থাৎ উত্তৰ পূব ফালে যায়। কোনো দুটা মানুহৰ বিৰোধ লাগিলে যেতিয়া আন কোনো লোকে মধ্যস্থ হই দুইকো মিলাই দিয়ে তেতিয়া দুইও জনে সাম্য হই দুইও দুইৰো কিছু কিছু কথা এড়ি দি এটা মাজ বাট লৈ মনক সান্ত্বনা দিয়ে। সেইৰূপে আমিও সেই বিপৰীত দুটা বলৰ কাৰ্য্য এইৰূপে সামঞ্জস্য কৰি সান্তনা কৰিলো। ভাবিলোঁ আমি যেতিয়া ভাৰতীয় আৰ্য্য সন্তান সমুদায় ভাৰত আমাৰ ঘৰ। আৰু অসম দেশ আমাৰ ওপজা খোটালি, উজনী আমাৰ সেই খোটালিৰ এফাল মাত্ৰ। আমি একে ঘৰৰ মানুহ, আমাৰ ভিন পৰ নাই। এইৰূপে সান্তনা কৰি বিজয়া দশমীৰ পাছ দিনা শনিবাৰে ৰাতি ১০ বজাত গৰুৰ গাড়ীত প্ৰবাসলৈ ওলালো। লগত এজন পৰিচাৰক আৰু এজন সাহায্য কাৰি লোৱা হল। আৰু সেই সকলৰ সুবিধাৰ জন্যে আন এখানি গাড়ী ললো। তাত আমাৰ ইখানত নিব নোৱাৰা বস্তুও তোলা হল। সিদ্ধিদাতা ঈশ্বৰৰ নাম স্মৰণ কৰি ভাৰ্য্যাকন্যা পুত্ৰাদিক সমুচিত প্ৰিয় সম্ভাষণ কৰি গাড়ীত উঠি ঘৰ এড়িলো। ঈশ্বৰে যাত্ৰা শুভ কৰোক।

ৰাতি জোনাক। আমি যাবলৈ ধৰিলোঁ, কিন্তু কৰ পৰা যাওঁ এতিয়ালৈকে পাঠক সকলে জানিছে নে নাই কব নোৱাৰোঁ। আমি নগাঁৱৰ পৰা ওলাইছোঁ। ইয়াক খাগৰীজানো বোলে। কিন্তু খাগৰাজান যে কিয় বোলে ক'ব নোৱাৰো খাগৰীজান বুলি যিটো জান আছে সি নগৰৰ পৰা এমাইল দূৰৈ। খাগৰীজান-নগৰ আৰু জানৰ মাজত এখান (এফালে চালে দুখানেই বুলিব পাৰি গাওঁ)। ই পূৰ্ব্বে অতি সামান্য পমুৱা গাঁৱৰ দৰে এখান গাঁও আছিল। ১৮৩৪ সনত নগাঁও যেতিয়া বেলেগ এখন জিলা হল, তেতিয়া ইয়াকেই জিলাৰ প্ৰধান নগৰ পতা হল। ইয়াৰ ৰজাঘৰীয়া নাম নগাঁও। বেপাৰী বিলাকে খাগৰীজানেই বোলে। কোনোৱে আকৌ গুদাম বুলিও কয়। ইয়াৰ নগাঁও নাম যে হৈছে ইও আশ্চৰ্য্য। পূৰ্ব্বে যি ঠাইক নগাও বুলিছিল সেই ঠাই এতিয়াৰ নগাঁওৰ পৰা ৮ মাইল পূবে। নগাঁও নগৰ কলঙ্গৰ দাঁতিত। এই কলঙ্গ নদী

বিশ্বনাথৰ প্ৰায় ইপাৰে ব্ৰহ্মপুত্ৰৰ পৰা ওলাই এই জিলাখন দুভাগ কৰি গুৱাহাটীৰ ১৬ মাইল মান ওপৰে আকৌ ব্ৰহ্মপুত্ৰতে পৰিছে। কলঙ্গ ব্ৰহ্মপুত্ৰৰ এটি শাখা নদী মাত্ৰ। যি ঠাইত ব্ৰহ্মপুত্ৰৰ পৰা কলঙ্গ পৃথক হৈছে তাক আৱিকাটিমুখ বোলে, আৰু যত আকৌ ব্ৰহ্মপুত্ৰেৰে লগ লাগিছে তাক কাজলামুখ বোলে। এতিয়াৰ নগাঁও জিলাৰ অধিকাংশ, পূৰ্ব্বে কাছাৰী আৰু জয়ন্তাৰ অধীন আছিল। পাছে আহোম ৰজাই ক্ৰমে সিহঁতৰ হাতৰ পৰা লৈ কৰতলগত কৰিলে। অনেক দিন আহোম, কছাৰী, জয়ন্তীয়াৰে—ৰাজ্যৰ নিমিত্তে বিৰোধ হৈ আছিল।

শঙ্কৰদেৱে নিজ জন্মভূমি আৰু শিশু কালৰ ঠাই বৰদোৱাৰ পৰা পলাই উত্তৰ পাৰে গল। আহোম ৰাজত্ব স্থিৰ হোৱাত কলিয়াবৰৰ পৰা মানুহ আনি এহেজাৰ পাইকেৰে শৃঙ্খলাৰূপে নগাঁও পতা হল। সেই পাইকৰ ওপৰত উপযুক্ত বিষয়া নিযুক্ত আছিল। কলিয়া-বৰতো এহেজাৰ পাইক। ইহঁতক খৰঙ্গী বোলে। নগাঁওত থকা যি মানুহৰ কলিয়াবৰত ভেটি আৰু বংশ নাই, তাক প্ৰকৃতে নগঁয়া বুলি লোকে স্বীকাৰ কৰিব নোখোজে।

ফলিতাৰ্থে কছাৰী জয়ন্তীয়া মিকিৰ প্ৰভৃতিৰ আক্ৰমণ নিবাৰণ কৰিবলৈ নখান গাঁওত সেই এহেজাৰ পাইক পতা হয়। কলঙ্গৰ দুইও কাষে এই বোৰ গাঁও, ইয়াৰ দুইও কাষে দুটা আলি। ঘৰৰ পৰিমাণ বুজি পথালিয়ে আলিৰ দাঁতিত বেঁও জুখি মাটি দিয়া হৈছিল। দাঘে যি যিমান পাবে সিমান লব পাৰিছিল। ক্ৰমে কাৰো পৰিয়াল সৰহ হোৱাত মানুহ ঠাইয়ে ঠাইয়ে গল। এই নগাঁও জিলাতে প্ৰায় লুইতৰ দাঁতিত সাতগাঁও আৰু আঠগাঁও নামে দুখান গাঁও আছে। তাতো পাইকৰ দুখেল আছিল। এনে কঠিন শাসনেৰে এই নগাঁও পতা হৈছিল যে প্ৰতিদিনে মানুহে পতি বাৰীৰ মুঢা বা তামোলৰ পুলি বা আন কোনো গছ কেই-জোপা মান ৰুব লাগে; তিৰুতা জনায়ে কেইটামান সূত নগাই কাটিব লাগে—টেকেলাই গৈ প্ৰতিদিনে এই কাৰ্য্য চায়। তাকে নকৰিলে মুনিহ কি তিৰুতাই দণ্ড পাইছিল। সেই কাৰণে নগাঁৱৰ গাঁওবোৰ শৃঙ্খলাবদ্ধ। এই গাঁওত চাৰি ঘৰ ব্ৰাহ্মণ আৰু কঢ়াল বাখৰ প্ৰভৃতি নঘৰ শূদিৰ মানুহ প্ৰধান আছিল। নগাঁও পতাৰ পাছত খাগৰীজানৰ ভাটিয়ে ৰহালৈকে পাইকৰ খেল বুলি আন গাঁও পতা হৈছিল। ইয়াতো সেই নিয়মেই মানুহৰ ঘৰ আৰু মাটি। চামগুৰি খুটাৰ কাণৰে পৰা ৰহালৈকে বাটৰুৱা মানুহে কলঙ্গৰ দুয়ো পাৰে জাপী নোলোৱাকৈ মানুহৰ পদূলীৰ আগেদি যাব পাৰিছিল। সেই নিয়ম এতিয়াও বৰ ব্যতিক্ৰম

হোৱা নাই। ৰাতি জোনাক, আমাৰ গাড়ী ক্রমে আলিয়েইদি যাবলৈ ধৰিলে। এই আলিয়েই অসম দেশৰ "ট্রঙ্ক ৰোড"—ৰ আলি। ধুবুৰিৰ ইপাৰৰ পৰা এই আলি গোৱালপাড়া আৰু কামৰূপ জিলাৰ মাজেদি দক্ষিণকুলে গুৱাহাটী সোমাই আহিছে।

গুৱাহাটীৰ পৰা নগাঁও ৭৫ মাইল। নগাঁৱৰ পৰা দক্ষিণ পাৰেই এই আলি, গোলাঘাট, যোৰহাট শিৱসাগৰ হৈ ডিব্ৰুগৰলৈকে গৈছে। তাৰ পৰাও এই ৰাজ্যৰ সীমালৈকে এই আলিৰে যাব পাৰি। কলঙ্গৰ কাষেই আলিৰ দুয়ো পাৰে গাঁও। আলিৰ মুখলৈ ঘৰৰ পদুলি। মহা সুখে আমি আলিয়ে গৈ আছোঁ। গাৱঁত কোনো শব্দ নাই। আলিত বাটৰুৱা নাই। একেবাৰে নির্জ্জন। ৮ মাইল গৈ আমি পুৰণি-গুদাম পালোঁ। এই ঠাইত মুচলমান অনেক লোকৰ বসতি। এই ঠাইয়ে নগাঁও। বৃটিস্ গবর্ণমেণ্টে এই অঞ্চল লোৱাত প্রথমতে ইয়াতেই ছিপাহিৰ ছাউনি আছিল। ইয়াতেই সৈন্যৰ খোৱা-লোৱা আৰু বছদৰ গুদাম আছিল। এই আহিৰে এতিয়া খাগৰীজানকো লোকে গুদাম বোলে। ইয়াৰ পৰা বড়াগৰা নামে ঠাইত 'সদৰ মোকাম' পতা হয়। তাৰ পৰাহে খাগৰীজানতো নগৰ পতা হয়। এই পুৰনি গুদাম বেপাৰৰ ঠাই। মিকিৰ পর্ব্বতৰ কপাহ প্রভৃতি বস্তু ইয়ালৈ আহে। ইয়াত এজন "অনবেৰি" বা বেতন নোহোৱা "মেজিষ্ট্রেট" থাকে। ইয়াত এটি ডাকঘৰ আছে। মানৰ বিপ্লৱত নগাঁৱত বৰ উৎপাত হয়; ইংৰাজ সৈন্যে গুৱাহাটীৰ ফালৰ পৰা মানক খেদি অনাত এই পুৰণিগুদামৰ ভাটিয়ে কাখৰী গাঁৱত ঘৰ এটাত অনেক মানুহ বান্ধি মানে ঘৰটো জুই লগাই পুৰি মাৰিলে! এই নির্দ্দয় ভয়ানক নৰহত্যাৰ কথা মানুহৰ মনত এনেকৈ আছে যে এতিয়াও যেন সেই পুৰি মৰা মানুহৰ চিৎকাৰ সময়ে সময়ে শুনে।

পাঠক সকলে নগাঁৱৰ বিহুৰ কথা শুনিব পায়। এই পুৰনিগুদাম আৰু খাগৰীজানৰ, মাজতে ৰাগদায়া আৰু পটীয়াবালি নামে কলঙ্গৰ দাঁতিত দুখান ঠাই আছে। তাতেই বহাগৰ বিহুৰ সময়ত ডেকা ডেকেৰী সকলে গৈ ঢোল আৰু টকা বজাই নাচে; এই আমোদ পূর্ব্বে অতি প্রবল আছিল—ইমান যে গুৱাহাটী গৰগাঁৱৰ পৰা মানুহ আহি। বিহু চাইছিল।

নগাঁৱৰ পৰা ১২ মাইল আহিলো ৰাতি পুৱাল। পুৰণি-গুদামৰ পৰা গৈ খুটাৰ কাণৰ উজনীত চামগুৰি নামে এখান বিল আছে। ইয়াৰ দাঁতিতে এখান চাহ

বাগিছা আছে। চামগুৰি বিলৰ ওচৰতে আজি ৩১ বছৰ হৈছে, এখন হাট পতা হৈছিল। এই হাট পূৰ্ব্বৰ ঠাইত নহলেও তাৰ উজনীত আজিলৈকে আছে। ইয়াত এখান থানাও আছে। ইয়াৰ পৰা ৰঙাগৰা পালোঁ। ইয়াতে প্ৰথমতে নগৰ পতা হৈছিল, পাছে আচল দেখি খাগৰীজানলৈ নিয়া হল। চামগুৰিৰ পৰা ৰঙাগৰালৈ, ৩০ বছৰ পূৰ্ব্বে গাওঁ নাছিল, মাজে মাজে দুঘৰ এঘৰ পমুৱা আছিল। ৰঙাগৰাতো অলপ কেইঘৰ মান মাত্ৰ মানুহ আছিল। কিন্তু এতিয়া চামগুৰিৰ পৰা ৰঙাগৰাৰ সিফাললৈকে লেখেৰা গাঁও। ৰঙাগৰা নগাঁৱৰ পৰা ১৬ মাইল। আজি কিছুমান বছৰ হৈছে ইয়াত এখান সদাশিৱৰ স্থান আবিস্কৃত হৈ প্ৰতিষ্ঠিত হৈছে। ইয়ালৈ সময়ে সময়ে যাত্ৰী যায়। ৰঙাগৰাৰ পৰা মিছা নোপোৱা মানলৈকে আলিৰ দুয়ো ফালে হাবি। দক্ষিণ ফালে শালনা, আমলখী প্ৰভৃতিলৈ যোৱা বাটৰ মুখ। আমাৰ আলিটো চামধৰা গড় নামে এটা গড় পাৰ হৈ গৈছে। দক্ষিণকুলে মিকিৰ পৰ্ব্বতৰ পৰা লুইতলৈকে আৰু লুইতৰ উত্তৰ পাৰেও কিছুমান দূৰলৈ এই গড় আছে। এই গড় কছাৰী আৰু মচলমানৰ আক্ৰমণ নিবাৰিবলৈ ১৫৩৮ শকত কৰা হৈছিল। এই গড়েই কলিয়াবৰৰ পশ্চিম সীমা। দীজু আৰু মিছানামে দুখান নদী মিকিৰ পৰ্ব্বতৰ পৰা ওলাই কলঙত পৰিছে। ৰঙাগৰাৰ পৰা মিচালৈ আলিৰ দাঁতিত যদি গবৰ্ণমেণ্টে মানুহৰ "বস্তি" হবলৈ অলপ সুগম নিয়ম কৰি দিয়ে ইয়াত গাঁও হবৰ সম্ভাবনা। সেইয়ে হলে বাটৰুৱাৰ বৰ উপকাৰ হয়।

চামধৰা গড় পাৰ হৈ আমি কলিয়াবৰ সোমালোঁ। কলীয়াবৰৰ এটি পৰ্ব্বতত কলীয়া বা কলা বৰগছ আছিল, তাৰপৰাই কলীয়াবৰ নাম প্ৰখ্যাত হোৱা বুলি কয়। মিছাত এখন হাট আছে। ইয়াৰ ওচৰতে নিজৰী চাহ বাগিচা। ইয়াত ডাকঘৰ আৰু টেলিগ্ৰাফ আফিচো আছে। মিছা নদীৰ মুখতে ৰুদ্ৰসিংহ স্বৰ্গদেৱ ১৬৩৩ শঁকত বাহৰ কৰি আছিল। ইয়ালৈকে জয়ন্তীয়াৰ ৰজা আৰু কছাৰীৰ ৰজা স্বৰ্গদেৱেৰে সাক্ষাৎ কৰিবলৈ আহিছিল। মিছা বা মিছামুখ পূৰ্ব্বৰো বিখ্যাত ঠাই; এতিয়াও সি ক্ৰমে উন্নতিৰ বাটলৈ আহিছে। খৰকালি আড়িকাটীৰ মুখ মাৰ যায় কলং শুকায়। মিছা আৰু দীজুনামে নদীৰ পানীয়েই কলঙৰ পুষ্টি সাধন কৰে। মিছা এৰি কেইমাইল মান গলেই কলীয়াবৰৰ গাঁও পোৱা যায়। ইয়াৰো কলঙৰ দুয়ো দাঁতিয়ে গাঁও। এই গাঁওবোৰত অনেক সত্ৰ। অধিকাংশ সত্ৰ মৰাণ আৰু মানৰ দিনৰ পৰা প্ৰতিষ্ঠিত হৈছে। গাঁৱৰ কোনো ঠাইত দাঁতিয়ে আৰু কোনো

ঠাইত মাজে গৈ কুঁৱৰীটোল পোৱা যায়। ইযাৰ পৰা পূবলৈ যোৱা আলিয়ে উজনী পায়। ইয়াতে কলং পাৰ হৈ যোৱা আলিয়ে শিলঘাটলৈ যায়। কুঁৱৰীটোলৰ উজনীত হাটবৰ। ইয়াত মান আৰু কোম্পানীৰ সৈন্যৰ যুদ্ধ হয়। সেই যুদ্ধত মান হাৰে। অনেক মান যুদ্ধত তত নাপাই পলাব খুজি কলঙত পৰি মৰিল। ইংৰাজ সৈন্যে মানক খেদি যেতিয়া ৰংপুৰ নগৰ ললে, তেতিয়া চন্দ্ৰকান্ত সিংহ স্বৰ্গদেৱ তাত আছিল। তাৰ পৰা ৰজাদেৱ আহি কলীয়াবৰতে থাকে। এতিয়া যি ঠাই কুঁৱৰীটোল নামে খ্যাত, তাতেই এইজনা স্বৰ্গদেৱৰ কুঁৱৰীসকলৰ টোল আছিল। আবেলি কুৱৰীটোলৰ ঘাট পাৰ হৈ গধূলি ৭ বজাত শিলঘাট পালোঁ। কুঁৱৰীটোলৰ পৰা শিলঘাটলৈ যোৱা আলি পথাৰৰ মাজে গৈছে। শিলঘাটত লুইতৰ দাঁতিত এখন চাহ বাগিছা আছে। ইয়াত ডাকঘৰ আৰু টেলিগ্ৰাফ আফিচো আছে। ই জাহাজৰ আড্ডা বা ঘাট। ঘাটৰ পৰা প্ৰায় এমাইলমান দূৰৈত কামাখ্যা দেৱালয়। গুৱাহাটীৰ নীলাচলৰ কামাখ্যা নহয়। ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে প্ৰায় শিলঘাটৰ সিপাৰে ভৈৰৱী বা ভৰলু নদী। ইয়াৰ ওচৰতে ৰুদ্ৰেশ্বৰ দেৱালয়। এই ভৈৰৱী স্বৰ্গ পীঠৰ সীমা। ইয়াৰ পূব পাৰৰ পৰা সৌমাৰ পীঠ। ইপাৰে আকৌ শিলঘাটৰ অলপ দূৰৈৰ বঙ্গলুগড়ৰ পশ্চিমৰ পৰা কলীয়াবৰ। তাৰ সিফালে উজনী। কলীয়াবৰৰ পৰা ভাটিয়াই যি দেশ আৰু মানুহ, সি বৰফুকনৰ অধীনৰ। কলীয়াবৰত সলালগোঁহাই নামে এজন কাৰ্য্যকাৰক আছিল। বঙ্গলুগড়ৰ পূবৰ পৰা মৰঙ্গী। এই প্ৰদেশ ১৫২৭ (ইংৰাজী ১৬০৬) শকত পতা হয়। ই মৰঙ্গীখোৱা গোঁহাইৰ অধীনৰ। ইয়াৰে পৰা বৰবৰুৱাৰ অধীনৰ ৰাজ্য। ই ৰজাৰ ৰাজ্যৰ প্ৰথম বিভাগ। শিলঘাটত লুইতৰ মাজত বৰ পানীতো তল নোযোৱা দুটা শিল আছে। ইয়াৰ নাম দুইমুনিশিলা। এনে প্ৰবাদ আছে যে দুজনা মুনি শিলা হৈ আছে। সপ্ত ম্লেচ্ছৰ যুদ্ধ হৈ যেতিয়া এই দুইমুনিশিলাত তেজ পৰিব, তেতিয়া এই মুনি দুজনা মুক্তি হব। ভাৰতবৰ্ষত যেতিয়া বৌদ্ধ ধৰ্ম্ম প্ৰচাৰিত হয়, তেতিয়া অসম দেশতো সেই ধৰ্ম্ম চলে। সেই ধৰ্ম্ম লোপ হৈ পৌৰাণিক হিন্দু ধৰ্ম্ম আকৌ প্ৰবৰ্ত্তে। ডোম নামে প্ৰসিদ্ধ জাতিটো সেই বৌদ্ধ ধৰ্ম্মৰ সন্তান। বৌদ্ধ ধৰ্ম্মত জাতি বিচাৰ নাই। সকলোৰে সাম্যভাব। সকলো জাতিৰ মানুহেই গৃহী উদাসীন "শ্ৰমণ" (Sraman) অথবা ধৰ্ম্মাচাৰ্য্য হব পাৰে, কাৰণেই অনুমান হয় যে বৌদ্ধ ধৰ্ম্ম লোপ পোৱাতো কলিতা, কেওট, প্ৰভৃতি জাতিৰ লোক সকলেও হিন্দু ধৰ্ম্ম

মতেই উদাসীন বা কেৰলীয়া আৰু ধৰ্ম্মাচাৰ্য্য হব পাৰিলে। হিন্দু ধৰ্ম্মেও সেই নিয়ম স্বীকাৰ কৰি সামৰি ললে। বৈদিক আৰু পৌৰাণিক ধৰ্ম্ম মতে যেনেকৈ নানা প্ৰকাৰ সন্ন্যাসী আছে, বৌদ্ধধৰ্ম্ম মতেও ভিক্ষুক "শ্ৰমণ" উদাসীন আছিল। সেই সকলে নিৰ্জ্জন ঠাইত তপস্যা কৰিছিল। কলীয়াবৰৰ কামাখ্যা আৰু প্ৰবাদলৈ চালে এনে জনা যায় যে সেই ঠাই বৌদ্ধ ধৰ্ম্মৰ তপস্যাৰ স্থান আছিল। যেতিয়া হিন্দুধৰ্ম্ম আকৌ প্ৰবল হৈ উঠিল তেতিয়া কামাখ্যাত থকা বৌদ্ধ মুনি দুজনাক বধ কৰিলে। অথবা দুইও লুইতত প্ৰাণত্যাগ কৰিলে। লোক সকলৰ প্ৰীতিৰ নিমিত্তে মুনি দুজনা শিলা হল আৰু সপ্ত মেচ্ছৰ যুদ্ধ হলে তাৰ তেজ পৰি তেওঁবিলাক মুক্ত হব বুলি হিন্দু সকলে জনৰব তুলি দিলে। নগাঁওৰ এই ফালৰ বাগিছাৰ চাহৰ বাক্স আৰু আন বস্তু শিলঘাটে গৰৰ গাড়ীৰে অনা নিয়া হয়। শিলঘাট উন্নতিশিল ঠাই। ইয়াত জাহাজৰ আড্ডা আৰু ষ্টীম্ এজেন্সি আফিচ আছে। পূৰ্ব্বে এই দেশলৈ নাৰেৰে ডাক আহিছিল। পাচে সেই ডাক ট্ৰুঙ্ক ৰোড আলিয়ে বামে অনা নিয়া হৈছিল। ১৮৩৯ সনৰ পৰা কলিকাতাৰ মেকলিন কোম্পানীয়ে জাহাজেৰে ডাক অনানিয়া কৰিবলৈ ধৰিলে। বিভাব ষ্টীম্ নেভিগেশ্যন নামে এই কোম্পানী প্ৰসিদ্ধ। এই কোম্পানী আৰু "ইণ্ডিয়া জেনেৰেল ষ্টীম্ নেভিগেশ্যন" কোম্পানী দুয়ো প্ৰায় ২৫ বছৰৰ পৰা আসামত বেপাৰ বস্তু আৰু মানুহ অনানিয়া কৰিছিল। মেকলিন কোম্পানীয়ে, গৱৰ্ণমেণ্টৰ ডাক আৰু যি বঙ্গালী কুলি এই দেশলৈ আহে, তাকো ধুবুড়ীৰ পৰা উজাই আনিবলৈ বন্দবস্ত কৰাত ইখান কোম্পানীৰ সুবিধা কিছু কমিবলৈ ধৰাত সেই কোম্পানীয়ে অধিক পৰিমানে জাহাজ চলাবলৈ ধৰিলে। দুই কোম্পানীৰ মাজত প্ৰতিদ্বন্দিতা চলিল। পিছে দুইও কোম্পানী মিল হল। আৰু দুইও সম্মিলিত কোম্পানীৰূপে কাম কৰিবলৈ ধৰিছে। এতিয়া দুইও কোম্পানীৰে জাহাজে ডাক অনা-নিয়া কৰে। কলিকাতাৰ পৰা আসামলৈ অহা ডাক ৰেলেৰে যাত্ৰা পুৰলৈ আহে তাৰ পৰা জাহাজেৰে ধুবুড়ীলৈ অনা হয়। ইফালে এই সম্মিলিন কোম্পানীৰ একোখন জাহাজ গোৱালণ্ডৰ পৰা প্ৰতিদিনে উজাই আহে। সেই জাহাজৰ যিখান যি দিনা ধুবুড়ী পায়, সেই খানেহে আচল ডাক, আৰু বাটত আন আন যি নিৰ্দ্দিষ্ট ঠাই আছে তাৰপৰা ডাকলৈ আহে। সেই ৰূপে ডিব্ৰুগড়ৰ পৰাও একোখন জাহাজ ডাকলৈ ভটিয়াই আহে। এই ডাক জাহাজ বিনেও সেই দুই কোম্পানীৰ বৰ জাহাজ আছে। সেই বোৰৰ লগত সদাই একোখন "ফ্লেট" বা আণ্ডাবোট থাকে তাৰে নানাবিধ বস্তু অনানিয়া হয়।

পূৰ্ব্বে এই জাহাজেৰেই বেপাৰৰ বস্তু আৰু মানুহ অনানিয়া হৈছিল এতিয়া ডাক জাহাজেৰে মানুহ অহা-যোৱা কৰে। কিয়নো, ধুবুৰীৰ পৰা ডিব্রুগড়লৈ ৫ দিনত যাব পাৰি। আমি ৭ বজাত শিলঘাট পালোঁ। নগাঁও এৰাৰ পৰা ২২ ঘণ্টা লাগিল। পাছে ৰঙাগড়াতে খোৱাবোৱা, ৰদত জিকুৱা আৰু কলং পাৰ হোৱাত সম্পূৰ্ণৰূপে ৬ ঘণ্টা এ'বলে, ১৬ ঘণ্টাতে ৩২ মাইল বাট আহিলোঁ। এই সময়ত গুৱাহাটীৰ পৰা প্ৰত্যুষে জাহাজ মেলি গধূলি শিলঘাট পোৱা নিয়ম, কোনো দিনা অলপ ইফাল সিফালো হয়। ৰতি ৯ বজা মানত জাহাজ শিলঘাট পালে। আমি খোৱা-লোৱা কৰি জাহাজত উঠিবলৈ গলো।

শিলঘাটৰ পৰা অতি প্ৰত্যুষে জাহাজ উজাই যায়। সেই কাৰণে আমি এজেণ্ট অফিচৰ পৰা যোৰহাটলৈ যাবৰ নিমিত্তে ককিলামুখলৈ টিকট কিনিলোঁ, আৰু ঈশ্বৰৰ নামলৈ জাহাজত উঠি এটা কেবিন বা খোটালিত শুই থাকিলোঁ। আমাৰ পৰিচাৰক আৰু সহাইকাৰী দুইও নিৰ্দ্দিষ্ট ঠাইত শুই থাকিল।

---

১৮৫৮ সন

## অসম দেশৰ উপকাৰ।

এতিয়া আমাৰ দেশৰ অৱস্থা পুৰ্ব্বতকৈ অনেক ভাল হৈছে, তাক সকলোএ জানে, কিয়নো ভাল হবৰ সাক্ষাত প্ৰমান এই বিদ্যা বৃদ্ধি জ্ঞান বৃদ্ধি আৰু সভ্যতা বৃদ্ধি আগতকৈ অনেক গুণে হৈছে। যাৰ দ্বাৰাই লোক বিলাকে সজ কৰম কৰিব নোৱাৰে পুৰ্ব্বৰ দৰে মানুহৰ মনত এনে কুসংস্কাৰ নাই। এতেকে আমাৰ দেশৰ ভাল হবৰ আগন্তুক হোৱা দেখি, আমি মনত বৰ ৰঙ্গ পাইছো। আৰু ভৰসা কৰোঁ জেন ঈশ্বৰৰ অনুগ্ৰহত লাহে লাহে এই দৰে দেশখন ভাল হৈ উঠিব।

পূৰ্ব্বে আমাৰ দেশত জ্ঞান বাঢ়িব পৰা এখনিও সমাজ নাছিল, এতিয়া শিৱসাগৰ প্ৰভৃতি কোনো কোনো ঠাইত দুখন এখন সভা হৈছে। এই সভাৰ দ্বাৰাই লোক সকলে কিমান উপকাৰ পাব, তাক ঈশ্বৰেহে জানিছে। পূৰ্ব্বতকৈ এই দেশৰ অৱস্থা অনেক গুণে ভাল হোৱাতো যি কথাৰ পৰা দেশৰ প্ৰধান উপকাৰ হবলৈ কিছু পলম হৈ থাকে, এনে কেতবিলাক কৰম আছে।

প্ৰথমে এই দেশৰ সকলো মানুহে আমাৰ অসমীয়া মাতৃ ভাষাৰ প্ৰতি চেনেহ প্ৰকাশ কৰিব লাগে। ইয়াক যে মুখেৰে কৰিছোঁ বুলিলে হই, এনে নহই, কায়ে বাক্যে মনে চিতে হব লাগে, তেহে হই। দেশৰ সকলো লোকসকলে অসমীয়া ভাষাৰে কাকত পত্ৰ লিখিব লাগে, আৰু অন্য অন্য কেতবিলাক কৰমো অসমীয়া ভাষাৰে হোৱা উচিত। কোনো মানুহে পুথি ৰচিব লাগিলে তাৰ সহায় হোৱা উচিত; তেহে তাৰ পুথিৰ দ্বাৰাই মানুহে জ্ঞান লভিব পাৰে। আৰু যি সকলে কিঞ্চিত বিদ্যা শিকি পণ্ডিত হৈছে, সেই সকলে একেলগ হৈ দেশৰ উপকাৰ হব পৰা পুথি ৰচিবলৈ যতন কৰা উচিত। আৰু ইজনে সিজনক, সিজনে ইজনক, এইৰূপে সহায় দিয়া ভাল।

দেশৰ ভাষাৰ যিমান দিনলৈকে শ্ৰীবৃদ্ধি নহই, তিমান দিনলৈকে দেশৰ উপকাৰ নহই। এতেকে দেশৰ উপকাৰ কৰিব লাগিলে প্ৰথমে দেশৰ ভাষাৰ শ্ৰীবৃদ্ধি কৰিবলৈ যতন কৰা উচিত। ইংলণ্ড প্ৰভৃতি দেশৰ লোক সকলৰ ভাষা যিমান দিনলৈকে ভাল নহল, তিমান দিনলৈকে সিবিলাকৰ একো ভাল হোৱা নাছিল। দেশৰ ভাষাৰ লগে লগেহে দেশৰ অৱস্থাও বাঢ়িল। বঙ্গাল দেশৰ পক্ষেও এই নিয়ম প্ৰমানিক দেখা গৈছে। ইংৰাজি ১৮৪৫ সনৰ পৰা বঙ্গাল দেশৰ লোক সকলে আপোন মাতৃ ভাষাৰ প্ৰতি বিশেষ আদৰ কৰিবলৈ ধৰিলে। পূৰ্ব্বে পাঁচ বছৰত যিমান পুথি মুঠে ছপা হৈছিল, তেতিয়াৰ পৰা এবছৰ ডেৰবছৰৰ ভিতৰতে তিমান পুথি ছপা হবলৈ ধৰিলে; আৰু এতিয়া এনেহে হৈছে, প্ৰাই বঙ্গালি ভাল মানুহ মাত্ৰেই লিখিব পঢ়িবলৈ শিকিছে। ই অলপ সুখৰ কথা নে? আৰু এই নিমিত্তেই দেশৰ উপকাৰ হৈছে।

পঢ়া সকলে সুধিব পাৰে, দেশৰ ভাষাৰে সৈতে নো দেশৰ অৱস্থাৰ কি সম্পৰ্ক আছে? যে ইটোৰ ভালে সিটোৰ ভাল। তেন্তে কওঁ, শুনা; লোক সকলৰ মাজত সাধাৰনৰূপে জ্ঞান প্ৰচাৰ কৰিবৰ দুৱাৰ বিদ্যাই। এই বিদ্যা মাতৃ ভাষাৰে যেনেকৈ সোনকালে আৰু অলপ শ্ৰমতে শিকিব পাৰি, অন্য ভাষাৰে নোৱাৰি। কিয়নো আন ভাষাৰে শিকিব লাগিলে সেই ভাষা শিকোঁতেই সৰহ সময় যাই, পাচত জ্ঞান শিকিবলৈ মুঠে অলপ সময়হে থাকে। আৰু ইয়াক যেনে সুন্দৰৰূপে বুজিব পাৰি, আনক তেনে ৰূপে নোৱাৰি। এতেকেহে জানা গল, যে স্বদেশ আৰু স্বদেশৰ ভাষা, দুইৰো সমন্ধ আছে। অসমীয়া আমাৰ স্বদেশী ভাষা, এতেকে অসমীয়া ভাষাৰে সৈতে অসম দেশৰ ভাল হোৱাৰ অনেক সমন্ধ আছে।

অসমীয়া ভাষাৰ এতিয়া যেনে অৱস্থা, তাক চাব লাগিলে আৰু ওপৰৰ নিয়মৰ প্ৰতি দৃষ্টি কৰিলে আমাৰ দেশৰ বৰ ভাল হবলৈ কিমান পলম আছে, তাক জানিব পাৰিলে মনত বৰ বেয়া লাগে। এতেকে এই দেশৰ যি লোক সকলে দেশৰ উপকাৰ কৰোঁ বুলি কই, সেই সকলে প্ৰথমে স্বদেশৰ ভাষাৰ প্ৰতি মনোযোগ কৰোক। তাক নকৰি, আন উপাইৰ দ্বাৰাই উপকাৰ কৰোঁ বুলিলে, তাৰ পৰা সাধাৰন আৰু শুভ ফল নেপাব। অধিক এই বিষই কি লিখিম ?

---

## আনন্দ ৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত্ৰ।

আনন্দ ৰাম ঢেকিয়াল ফুকনৰ বৰ্ণবগা কিন্তু ইউৰোপীয় সকলৰ দৰে শ্বেত নহয়। তেওঁ দীঘলে ৫ ফুট ৬ ইঞ্চি বা ৩।।০ হাত আছিল। তেওঁৰ কপাল উন্নত আৰু বহল, নাসিকা দীৰ্ঘ আৰু উন্নত। তেওঁৰ ডিঙ্গি কিঞ্চিৎ দীঘল। তলৰ ওঠ ওপৰৰ ওঠত কৈ কিঞ্চিৎ ডাঙ্গৰ আছিল আৰু তাৰ বৰ্ণ ৰঙ্গা। তেওঁৰ বুকু বহল আৰু কঁকাল নিয়মিতৰূপে সৰু। তেওঁৰ আঙ্গুলি আৰু নখ বিলাক তেনে শুৱনী নহলেও কুদৃশ্য নাছিল। তেওঁৰ শৰীৰ কৃশ বা স্থূল নাছিল। তেওঁৰ মুখ দীৰ্ঘাকৃতি আছিল। অৱয়ব অনুসাৰে মানিছিল। তেওঁৰ বুকুত ৰোমাৱলী আছিল। তেওঁৰ দাঁত বিলাক অতিবগা আৰু সেৰেঙ্গা আছিল। তেওঁৰ ওজন ১৮৫৯ চনৰ ফেব্ৰুৱাৰি মাহত ১।৮ এক মোন ওঠৰ সেৰ আছিল। তেওঁ গোফ ৰাখিছিল কিন্তু সম্পূৰ্ণ কৈ পাক লবলৈ নাপালে। দাঢ়ি এদিন অন্তৰে এদিন নিজে ক্ষুৰাইছিল। তেওঁৰ ভৰিত দীলৰেখা আছিল। তেওঁৰ হাতত আয়ুঃদণ্ড সম্পূৰ্ণ আছিল। তেওঁৰ গোটেই মূৰতে চুলি আছিল। ডিঙ্গিত পৰাকৈ ৰাখি কটা হৈছিল। সেই চুলিৰ আগ কেঁকোৰা আছিল। তেওঁৰ ঘোৰাত উঠা অভ্যাস আছিল। কিন্তু গছত উঠা, কুস্তি কৰা, সাঁতৰা অভ্যাস নাছিল। বন্দুক মাৰিবলৈকো নাজানিছিল; এদিন বলৰাম ফুকনে তেওঁক সৰু এটী পিস্তল মাৰিবলৈ দিয়াত তেওঁ যত্ন কৰিও ভালকৈ মাৰিব নোৱাৰিলে। তাতে সৰু জনা ফুকনে কৌতুককৈ কলে বোলে "জুখি জুখি ভাত খাওক," তেওঁৰ স্বাস্থ্য বৰ ভাল আছিল। কেতিয়াও সাংঘাতিক পীড়া হোৱা নাছিল। যি জ্বৰত তেওঁৰ প্ৰাণ বিয়োগ হল তেনে জ্বৰ কেতিয়াও হোৱা নাছিল। ১৬ বৎসৰৰ পূৰ্ব্বে কলিকাতাত

জ্বৰ হৈ তেওঁৰ নৃতী ওলাইছিল। তেওঁৰ শৰীৰত কোনো লাগি থকা নৰিয়া বা ব্যাধি নাছিল। কেতিয়াবা পানী লাগিছিল তাৰ নিমিত্তে কেতিয়াবা গাত তাপ হয়। এবাৰ পানী লগাত জুলাপ লোৱাৰ কাৰণে তেওঁৰ কষ্ট বোধ হৈছিল। সেই দিনাই পানী লাগি থকাতে ৰেচক ঔষধ নাখাবলৈ প্ৰতিজ্ঞা কৰিলে। তেওঁ প্ৰতিদিন দুইও বেলা আহাৰান্তে শৌচ কৰিছিল। কোষ্ঠ শুদ্ধিৰ প্ৰতি তেওঁৰ সৰ্ব্বদা দৃষ্টি আছিল। অল্প কোষ্ঠ বদ্ধ হোৱা গম পালেই শিলিখাৰ পাচন খাইছিল। তাত উপকাৰ নহলে ৰেচক ঔষধ লৈছিল। অল্প পেট বেয়া বা পানী লাগিলেই তেওঁ অতিশয় ব্যস্ত হৈছিল। আৰু তৎক্ষণাৎ তাৰ প্ৰতিকাৰৰ অৰ্থে ডাক্তাৰৰ পৰামৰ্শ লৈছিল। দেশীয় চিকিৎসাৰ প্ৰতি তেওঁৰ অবিশ্বাস নাছিল কিন্তু শিক্ষিত চিকিৎসক নথকাৰ নিমিত্তে অশিক্ষিত চিকিৎসকৰ প্ৰতি বৰ শ্ৰদ্ধা নাছিল। যেতিয়াৰ পৰা কম্বুকণ্ঠ আহি তেওঁৰ লগ ললে তেতিয়াৰ পৰা দেশীয় কোনো কোনো ঔষধ আৰু ক্ৰিয়া ব্যৱহাৰ কৰিছিল। শেষলৈ অকস্মাৎ কেতিয়াবা আঠুৰ অল্প বিষ হৈছিল। সদাই তেওঁ আদখিনি হাত থকা ফ্লানেলৰ বেনিয়ান বা কুৰ্ত্তা এটা গাত পিন্ধিছিল। মৃত্যুৰ কিছু দিন পূৰ্ব্বে তেওঁৰ ভৰিৰ আঙ্গুলিত নখচুকা হৈছিল। সেই বেৰি নৰিয়াতে তেওঁ ইমান কষ্ট বোধ কৰিছিল আৰু ইমান ব্যস্ত হৈছিল যে কোনো এজনে "বান্দৰৰ ঘাৰ" উপমা দিয়াত হাহিবৰ কুটি হৈছিল।

তেওঁৰ আহাৰৰ প্ৰতি বৰ মনোযোগ আৰু দৃষ্টি আছিল। পাচে অপাকি হয় এই ভাবি এটি সৰু বাটি জুখি ভাত খাইছিল। সেই পৰিমাণে আঞ্জাও লৈছিল। মৎস্য মাংস তেওঁ খাইছিল। প্ৰায় এক সন্ধ্যাত মাংস খাইছিল। পাৰৰ জোল বা চুকুৰা তেও সদাই খাইছিল। তিতা, কেহা, জলা, টেঙ্গা, ক্ষাৰ, মিঠা, সকলো খাইছিল। বিশেষকৈ কোনো বস্তুত তেওঁৰ প্ৰীতি বা অপ্ৰীতি নাছিল।

আনন্দ ৰাম ফুকনে প্ৰতিদিন ব্ৰহ্ম মুহূৰ্ত্ততে উঠিছিল। কেতিয়াবা তাৰ পূৰ্ব্বে উঠি লিখা পঢ়া কৰিছিল আৰু প্ৰতিদিনে পুৱা ফুৰিবলৈ গৈছিল। ফুৰিবলৈ যাওঁতে কেতিয়াবা কোনো সংবাদ পত্ৰ লৈ বাটে বাটে পঢ়ি যায়। বৃষ্টি কি শৰীৰ অসুখৰ কাৰণ যি দিনা ফুৰিবলৈ যাব নোৱাৰে সেই দিনা সেই পৰিমাণ সময় ঘৰৰ বাৰাণ্ডাতে ইফাল সিফাল কৈ ফুৰিছিল। সদাই তেওঁ তপত পানীৰে স্নান কৰিছিল। ফুকনে পুৱা ফুৰি আহি ৮ বজালৈকে লেখা পঢ়া কৰি স্নান

কৰিবলৈ যায়। স্নানান্তে সন্ধ্যা পূজা কৰি ১০ বজাত ভোজন কৰি তাৰ পাচে কাছাৰী লৈ যায়। তাৰ পৰা আহি কাপোৰ সলাই জলপান কৰি অল্প আৰাম কৰে। তাৰ পাছে খোজ কাঢ়ি বা গাড়ীত বা ঘোঁৰাৰে গধূলি ফুৰিবলৈ যায়। তাৰপৰা আহি আকৌ ৮॥০ বজামানলৈ লেখা পঢ়া কৰে। সন্ধ্যা কৰি ভোজন কৰে। তাৰ পাচত অল্প জিৰাই ৰাতি ১০ বজাৰ পূৰ্ব্বে শয়ন কৰিবলৈ যায় তেওঁ শোৱা খোৱা ফুৰা বিষয়ে যি সময়ৰ যি কথা তাক সদাই কৰিছিল। অতি ক্বচিৎ মাত্ৰ সময়ৰ ব্যতিক্ৰম ঘটিছিল। ৰাতি পুৱা লেখা পঢ়া কৰি স্নানলৈ যাবৰ পূৰ্ব্বে আৰু গধুলি লেখা পঢ়া কৰি মুখ হাত ধই ভিতৰলৈ যাবৰ পূৰ্ব্বে তেও কেতিয়াবা বালকৰ দৰে ধেমালি কৰিছিল। কালাকৃষ্ণ উকীল আৰু কীৰ্ত্তিকান্ত ডেকা বৰুৱাক হলে ৰঙ্গতে গতিয়াই ঢকিযাই বৰ কৌতুক কৰিছিল। এওঁ বিলাকে তেওঁৰ সৰুৰ আৰু পাঠৰ অৱস্থা দেখিছিল। আৰু প্ৰায সমনীয়া। সেই কাৰণে এওঁ বিলাকে সৈতে এইৰূপ বালকতা প্ৰকাশ কৰিছিল।

আনন্দ ৰাম ফুকনে প্ৰথমে কাছাৰীলৈ যাওতে পাজামা, চপকান বা কাবা আৰু আমামা পাগুৰি পিন্ধিছিল। নগাঁওলৈ পাচৰ বাৰ আহি কাছাৰীলৈ অসমীয়া পোচাক পিন্ধি গৈছিল। অৰ্থাৎ ভাঙ্গা পাটৰ চুৰাযা, আঙ্গা চোলা, অসমীয়া টৌকনীয়া পাগুৰি পিন্ধিছিল। পুৱা গধূলি ফুৰোতে আৰু ঘৰত থাকোতে পাজামা চাপকান ব্যৱহাৰ কৰিছিল। আৰু বাহিৰলৈ গলে টুপী পিন্ধিছিল। তেওঁ সদাই জোতা মোজা ব্যবহাৰ কৰিছিল। স্নানৰ সময় ধুতি পিন্ধিছিল। স্নানান্তে ৰঙ্গা—পাটৰ চুৰায়া আৰু নামাবলী বা আন নোমৰ কাপোৰ অথবা চেলীৰ কাপোৰ পিন্ধিছিল, ৰাত্ৰি আহাৰৰ পূৰ্ব্বে ধুতি পিন্ধি পুৱালৈকে আছিল। ফ্লানেলৰ কুৰ্ত্তা কেবল পূজাৰ সময় মাত্ৰ পৰিত্যাগ কৰিছিল। স্নানৰ পূৰ্ব্বে আৰু স্নানান্তে আহাৰৰ পাছে কাপোৰ সলোৱা পৰ্য্যন্ত খৰম ব্যবহাৰ কৰিছিল।

তেওঁ লেখা পঢ়া কৰা ঠাইত ওচৰতে পীড়া এখন থাকে আৰু গালিচা পৰা থাকে সেই সময়ত যাৰে সৈতে সাক্ষাৎ কৰিব লাগে সি যোগ্যানুৰূপে আসন পায় দেশীয় কোনো সম্ভ্ৰান্ত লোক আহিলে যদি সেই ঠাইত অভ্যৰ্থনা কৰিব নোখোজে তেনেহলে তাৰ কিছু দূৰৈতে দেশীয় নিয়মে ঢলা বিছনা আৰু গাৰু থাকে তাত বহে। আন এখোটালিত মেজ মাচিয়া কৌচ থাকে আৰু তাত নানাবিধ ছবি ইত্যাদি থাকে। ইংৰাজ লোকে সৈতে তাত সাক্ষাৎ কৰে, যি ঠাইত কাপোৰ সলাই তাতো এখান বিছনা থাকে কেতিয়াবা তাতো আৰু কেতিয়াবা ভিতৰতো আৰাম কৰা বুলিলে

শুই কিতাপ বা সংবাদ কাগজ পঢ়া। কেতিয়াবা তাকে কৰোতে অল্প নিদ্রা বা তন্দ্রা হয়।

ফুকন নাচেই বিলাসী নাছিল। সুখ স্বচ্ছন্দে থাকিলেই তেওঁৰ সন্তোষ আছিল। গুৱাহাটীৰ ঘৰ বিলাক জীৰ্ণ হৈ থোৱাত তেওঁ গাত নকৈ পকাঘৰ সজাবলৈ ইচ্ছা কৰি মৃত্যুৰ কিছুদিন পূৰ্ব্বে ইটা ইত্যাদিৰ বন্দবস্ত কৰিছিল। আগৰ পোৰা চোৰাবীৰ ভেটিতে এটি ভাল পকা বৈঠকখানা কৰিবলৈ উদ্যোগ কৰিছিল।

তেওঁৰ চাৰিটা আলমাৰী নানাবিধ ইংৰাজী সংস্কৃত ইত্যাদি পুস্তকে পূৰ্ণ। এই সকল আৰু ঘৰৰ আন বস্তু বাহানি সকলো বিলাক সদাই পৰিস্কাৰ পৰিচ্ছন্ন থাকে। তাত অলপো মলি বন্ধ থাব নোৱাৰে, এই পৰিস্কাৰ পৰিচ্ছন্নৰ প্ৰতি তেওঁ নিজে বৰকৈ দৃষ্টি কৰিছিল। আৰু বস্তুবিলাক ঠাই সনাই সনাই থৈছিল তেওঁ তেওঁৰ সকলো বস্তু সজোৱাত বৰ বিচক্ষণ আছিল। তেওঁৰ সকলো বস্তু শ্ৰেণীবদ্ধ আৰু সুবিধা মতে সজ্জিত আছিল। তেওঁৰ আইনৰ পুস্তক এক সময়ত ৩৬৯ টকাৰ আৰু মেজ মাচিযা কৌচ ইত্যাদি বস্তু ১১০০ টকাৰ আছিল। তেওঁ নিজে কাপৰ আৰু আনবস্তু সজাই থৈছিল। আৰু তাক সময়ে সময়ে চাইছিল।

চিঠি লেখা তেওঁৰ এটি বৰ কৰ্ত্তব্য কৰ্ম্ম আছিল। চিঠি অহা মাত্ৰেই তাৰ উত্তৰ দিয়ে। তেওঁলৈ অনেকে চিঠি লেখিছিল। তাৰে কোনোৱে সকামত আৰু কোনোৱে এনেই লেখিছিল। আইনাদিৰ তৰজমা কৰা প্ৰভৃতি কৰ্ম্মতে তেওঁৰ সময় যায়। সকলো চিঠি নিজে লেখিবলৈ অৱসৰ নাপায এই কাৰণে স্নানৰ সময় নুৰ খৰাওতে আৰু স্নান কৰোতে আৰু কেতিয়াবা আহাৰ কৰোতে আনৰ হতুৱাই চিঠি লেখাইছিল আৰু নিজে চহি কৰি পঠাই দিছিল।

ফুকনে সামাজিকতা বৰ আদৰ কৰিছিল। যাক যেনেকৈ সম্ভ্ৰম কৰিব লাগে তাক তেনেকৈ কৰিছিল। সমাজত হুলস্থূল লগাবলৈ তেওঁৰ ইচ্ছা নাই এই কাৰণে তেওঁ প্ৰাচীন নিয়ম যিমান পাৰিছিল তাক সকলো বিষয়তে চলাইছিল। আউনীআটিয়া গোঁসাইৰ তালৈ সাক্ষাৎ কৰিবলৈ যোৱাত তেওঁক কলাপাত এখান বহিবলৈ দিছিল। তাতে তেওঁ বহিল। তেওঁৰ এই মত আছিল যে কোনো লোকৰ ঘৰলৈ যাব লাগীয়া হলে, লোকে যিহকে ভাল পায তাকে কৰা কৰ্ত্তব্য। তেওঁৰ লোক সমাজত ওলাবলৈ বৰ ইচ্ছা নাই।

"তেওঁ অসমীয়া লৰাৰ মিত্ৰ" অসমীয়া ভাষা বিষয়ক গ্ৰন্থ আৰু "সদৰ আদালতৰ নিস্পত্তি" প্ৰচাৰ কৰি নিজৰ নাম নিদিলে আইন ও ব্যৱস্থা সংগ্ৰহ গ্ৰন্থ

প্ৰচাৰ কৰোতেওঁ তেওঁৰ নাম প্ৰকাশ কৰিবৰ ইচ্ছা নাছিল। তাৰ ভূমিকাত কেবল নামৰ আদ্যাক্ষৰ মাত্ৰ দিলে। অনেকৰ অনুৰোধত হে প্ৰথম পত্ৰত নাম দিলে। তেওঁৰ এই মত আছিল যে মানুহে নজনা কৈ মানুহৰ উপকাৰ কৰা ভাল। "তোমাৰ সো হাতৰ কাৰ্য্য বাওঁ হাতে নাজানোক" এই যে খ্ৰীষ্টৰ উপদেশ তেও ইয়াক বৰকৈ মানিছিল। আৰু কৈছিল বোলে কাৰ্য্যৰ লগে লগে ফল। এতেকে তাৰৈ বিশেষ প্ৰত্যাশা কৰা বৃথা। পাছে তেওঁক কোনো লোকে অসভ্য বোলে এই কাৰণে তেও বৰ ব্ৰাস্ত আছিল। কোনো লোকে সইতে কথা বাৰ্ত্তা কওঁতে আৰু সাক্ষাৎ কৰোতে তেওঁ তাৰ পূৰ্ব্বে বৰ ব্ৰাস্ত সমস্ত হৈছিল। মানুহে সৈতে আলাপ কৰিব তেওঁ ভালকৈ জানিছিল। যি লোক যি ব্ৰ্যৱসায় বা চক্ৰত থাকে তাৰে সৈতে সেই ব্ৰ্যৱসায় সম্পৰ্কে কথা কৈছিল। যাক যেতিয়া যি কয় তাক সৰল ৰূপে কথা কৈছিল। কোনো লোকে তেওঁক কোনো বিষয় পৰামৰ্শ সুধিলে যথা যোগ্য পৰামৰ্শ দিছিল। কিন্তু সেইটো যে তেও কৰিব লাগে এনে নকৈছিল। পৰামৰ্শ লৈও যদি কোনো লোকে তাক গ্ৰাহ্য নকৰে তাত তেওঁ বিৰক্ত নহৈছিল। তেও আপোনাৰ মত প্ৰতিপোষণ কৰিবলৈ কেতিয়াও কোনো তৰ্ক নকৰিছিল। আৰু আনে কৰিলেও তাক ভাল নেপাইছিল। তেওঁৰ বুদ্ধি অতি তীক্ষ্ণ আৰু ভাল পৰামৰ্শ দিব পৰা আছিল। কোনো কাকত উত্তম ৰূপে তেওঁ যে সজাই লেখিব পাৰে এইটো সৰ্ব্বত্ৰে প্ৰচাৰিত হৈছিল। কোচ বিহাৰৰ দেৱান কালীচন্দ্ৰলাহিড়ী আৰু আন অনেকৰ নিদৰ্শন আৰু কাকত তেওঁ লেখি দিছিল। কি কথা বা কাৰ্য্যৰ কি ফল পৰিণামে হব ইযাক তেওঁ জানিছিল। আৰু সেই কাৰণেই তেওঁৰ পৰামৰ্শ সকলোৱে আদৰ কৰিছিল। তেওঁ সময়ে সময়ে তেওঁৰ দূৰস্থ বন্ধু সকলৰ দৰখাস্ত ইত্যাদি মুচাবিদা কৰি দিছিল। প্ৰাচীন লোকেৰে আলাপ কৰা আৰু প্ৰাচীন কথা তেওঁৰ বড় প্ৰিয় আমোদ আছিল। তেওঁৰ অনুসন্ধান বৃত্তি বৰ প্ৰবল আছিল, সকলো কথাৰে ভালকৈ অনুসন্ধান লৈছিল, এই কাৰণে তেওঁ তেওঁৰ মত পৰিবৰ্ত্তনত বৰ দুঃখিত নহৈছিল। তেওঁ মানুহে সৈতে আলাপ কৰিছিল হয় কিন্তু অকাৰণ আলাপ কৰি সময় নষ্ট কৰিবলৈ ভাল না-পাইছিল। যেতিয়ালৈকে কোনো লোকে সৈতে আলাপ কৰি তেওঁ তাক ভালকৈ নাজানে তেতিয়ালৈকে তাৰ সৈতে বিস্তৰ কথা নকৈছিল। এই কাৰণে তেওঁক সহসা অহঙ্কাৰী বুলি কোনোৱে দায় দিছিল। তেওঁ নিজে তামোল কি মলা ধপাত নাখাইছিল কিন্তু লোকক সেই সকল বস্তু দি অভ্যৰ্থনা কৰিছিল। বিজয়া

দশমীৰ দিনা বঙ্গালী আমোলা আৰু দেশীয় কোনো কোনো লোক গধূলি তেওঁৰ ঘৰলৈ সাক্ষাৎ কৰিবলৈ যায়। সেই সকলৰে সৈতে আনন্দেৰে কোলাকুলি কৰিছিল। আৰু ঢলা বিছনাত সকলোৰে সৈতে বহি আলাপ কৰিছিল। তেওঁৰ তলৈ সদাই অসমীয়া বঙ্গালী অনেক লোক সাক্ষাৎ কৰিবলৈ গৈছিল। নগাওঁত হলে হৰিৰাম বৰুৱা পেস্কাৰ, ৰত্নেশ্বৰ লাহিড়ী, কালী চৰণ কাননগো, ৰাম চন্দ্ৰ বিশ্বাস, কালী কৃষ্ণ ৰায়, মনসুখ দাস ও সয়াল ধীৰাস ও সোৱাল প্ৰায় সদাই তেওঁৰ ঘৰলৈ গৈছিল। শ্ৰাৱণত তেওঁৰ পিতৃ শ্ৰাদ্ধ আৰু পুত্ৰৰ অন্নপ্ৰাসনাদি কাৰ্য্যত তেওঁ দেশীয় লোক সকলক দেশীয় নিয়মেৰে আৰু তাৰ পাচ দিনা বঙ্গালী হিন্দুস্থানী প্ৰভৃতি লোকক সকলক বঙ্গালী নিয়মেৰে ভোজন কৰাইছিল। সেই সময়ত তেওঁ সকলোৰে সৈতে সমানভাবে ব্যৱহাৰ কৰিছিল। মুচলমান আৰু ইংৰাজ সকললৈ সেই সেই উৎসৱত নানা বিধ খাদ্য সামগ্ৰী পঠোৱা হৈছিল। ঘৰৰ কোনো পৰিবাৰৰ কোনো পীড়া হলে অথবা ঘৰত কোনো কাৰ্য্য হলে তেওঁ অতিশয় ব্যস্ত আৰু ত্ৰস্ত হৈছিল। তেতিয়া তেওঁ যি কয় তাক নুশুনিলে তদ্দণ্ডে তাৰ প্ৰতিকাৰ কৰিছিল। তেতিয়া অল্প কথাতে তেওঁ উত্তেজিত হৈছিল। কিন্তু কোনো আগন্তুক লোকৰ আগত তেনে নকৰিছিল।

তেওঁ তেওঁৰ অধীন সকলে এটি কৰিলে ডাবি দিছিল। আৰু কেতিয়াবা কাকো লপা থপা মাৰিছিল। কিন্তু অচিনাকী বা অল্প চিনাকী লোক থাকিলে সেই ৰূপ কাৰ্য্য নকৰিছিল। হান সম্ভ্ৰম ফুকনৰ বৰ অপ্ৰিয় আছিল। কোনো এজন প্ৰাচীন উচ্চ শ্ৰেণীৰ অথচ এতিয়াৰ আমোলাই তেওঁক "দেৱতা" বুলি সম্বোধন কৰাত তেওঁ বৰ দুঃখিত হৈ আগলৈ সেইৰূপ নকৰিবৰ নিমিত্তে তেওঁক কলে। তেওঁ হাকিম হৈছিল বুলিও অনৰ্থক অভিমান বা অহঙ্কাৰ নকৰিছিল। বঞ্জয় ফুকন নাজীৰৰ পত্নী ভাগীৰথী আইচুৰে সৈতে ফুকননীয়ে সখী বন্ধাইছিল। আৰু দুয়োজনাৰ বিশেষ সৌহাৰ্দ্দ আছিল। ফুকনে হাকীম বুলি তেওঁৰ পত্নীৰে সখীত্ব কৰিবলৈ নিষেধ নকৰি বৰঞ্চ সন্তুষ্ট হল।

ফুকনৰ কলেজত বহুব্যাপ্ত শিক্ষা নহল। ঘৰলৈ আহি বৰ উদ্যোগ আৰু শ্ৰম কৰি তেওঁ পঢ়িলে। তাৰে পৰা বৰ উন্নতি লাভ কৰিলে। ইংৰাজী বঙ্গলা আৰু অসমীয়া তেওঁ বৰ ভালকৈ জানিছিল। আৰু এই ভাষাৰে গ্ৰন্থ ৰচনা কৰিছিল। উৰ্দ্দু আৰু পাৰচীও অল্প জানিছিল। সংস্কৃত সহজ গ্ৰন্থ ভালকৈ বুজিছিল। তেওঁৰ পঢ়াত বৰ মন আছিল। সদাই পঢ়িছিল। অনেক সময় মানুহে সৈতে অল্প

অল্পকৈ কথা পাতে আৰু পঢ়ি বা লেখি থাকে। তেওঁৰ পঢ়াৰ প্ৰতি ইমান মন আছিল যে তেওঁ কেতিয়াবা টোপনিত থকাতো মুখেৰে পঢ়া যেন শুনি। তেওঁ প্ৰকাশ্য কোনো সমাজত কেতিয়াও কোনো বক্তৃতা কৰা নাই। ইংৰাজী কথা কবলৈ বা লেখিবলৈ তেওঁৰ বৰ অভ্যাস আছিল। ইংৰাজে সৈতে আলাপ কৰোতে তেওঁৰ আলাপ শুনি কোনো ইংৰাজে হে যেন কথা কৈছে এনে অনুমান হয়। লেখাতো সেইৰূপ আছিল। বঙ্গলা ভাষাতো তেওঁৰ সেইৰূপ অধিকাৰ আছিল। তেওঁৰ বঙ্গলা কথোপকথন শুনিলে। তেওঁক কলিকাতা অঞ্চলৰ বঙ্গালী বুলি বিশ্বাস হৈছিল। পাৰ্চী লেখাত তেওঁৰ সামান্য অধিকাৰ আছিল। উৰ্দ্দুৰে কথাবাৰ্ত্তা কৰ পাৰিছিল। সংস্কৃতত তিমান ভালকৈ কথা কৰ পৰা বা ৰচনা কৰিব পৰা অধিকাৰ নাছিল। অসমীয়া ভাষাৰ বিষয়ে তেওঁ বিশেষ যত্ন কৰিছিল। কোনো অসমীয়া ভাল শব্দ থাকিলে তাৰ পৰিবৰ্ত্তে সংস্কৃত কি আন শব্দ ব্যৱহাৰ কৰিবলৈ তেওঁ ভাল নেপাইছিল। পূৰ্ব্বে অসমীয়া মানুহে অসমীয়া মানুহৰতলৈ চিঠি লেখিলে বঙ্গালা ভাষাৰে লেখিছিল। তেওঁ সেইৰূপ নকৰিছিল। অসমীয়াই বঙ্গালা চিঠি লেখিলেও অসমীয়াকৈ তেওঁ উত্তৰ দিছিল। অসমীয়া ভাষাত চিঠি পত্ৰ লোখোতে পাঠ বৰ বিবেচনা নাছিল। তেও যাৰে যাৰে পত্ৰালাপ কৰিছিল তাৰে সৈতে পাঠাপাঠৰ বিবেচনা কৰি লেখিছিল এইৰূপে অসমীয়া ভাষা সাধাৰণত প্ৰচলিত হবলৈ তেওঁ বৰ উদ্যোগ কৰিলে আৰু বাট কাটিলে। পিতৃজনা ঢেকিয়াল ফুকনৰ আসাম বুৰঞ্জীৰ আদৰ্শৰে তেও এখান আসাম বুৰঞ্জী কৰিবলৈ ইচ্ছা কৰিছিল। কিন্তু সেই ইচ্ছানুসাৰে কাৰ্য্য কৰিবলৈ নোৱাৰিলে। তেওঁৰ অসম্পূৰ্ণ আইনৰও ব্যৱস্থা অনুবাদ পৰিবাৰ সকলৰ নানা ঠাইলৈ যাব লগীয়া হোৱাত বিশৃঙ্খল হল। অঙ্ক কি বিজ্ঞান শাস্ত্ৰত ফুকনৰ তিমান বিজ্ঞতা নাছিল। ন্যায় অলঙ্কাৰ মনোবিজ্ঞান প্ৰভৃতি শাস্ত্ৰৰো সাধাৰণ নিয়ম মাত্ৰ জানিছিল। ব্যৱস্থা শাস্ত্ৰত তেওঁ বৰ পাৰ্গত আছিল। সদৰ আদালত নজিৰ আৰু আইন ও ব্যৱস্থা সংগ্ৰহ পুস্তকৰ দ্বাৰাই তেওঁৰ সেই বিষয়ৰ সংকলন আৰু ব্যাপক শক্তি বিশেষৰূপে জানি।

ফুকনে কোনো প্ৰকাৰ শিল্পবিদ্যা নাজানিছিল। কিন্তু তেওঁৰ শিল্পৰ সৌন্দৰ্য্য জ্ঞান আছিল। নগাঁওত গহপুৰ আৰু গুৱাহাটীত কাকুৰ অৰু ৰচকুল নামে দৰজি আছিল। ফুকনে আপোনাৰ দৃষ্টি দি সেই কেই জনৰ হতুৱাই কাৰচুবিৰ আৰু আনকাম কৰোৱাইছিল। তাৰ দ্বাৰাই ফুকনৰো কাপোৰ প্ৰস্তুত হৈছিল আৰু সেই

সকলৰো ব্যবসায়ত উন্নত শিক্ষা হৈছিল। এই পর্য্যন্ত ফুকনৰ অসমীয়া বঙ্গালী দুয়ো লোকৰ আদৰণীয়।

গীত বাদ্য বিষয়ে তেওঁ অপটু আছিল। সেই বিষয় কোনো শিক্ষা তেওঁ পোৱা নাই আৰু পাবলৈ যত্ন নকৰিছিল। গীত আৰু বাদ্যৰ মধুৰতা তেওঁ বুজিবলৈ পাৰিছিল। তেওঁ অল্প সময় পালেই গুণ গুণ কৰে কোনো অসমীয়া গীত বা সংস্কৃত শ্লোক গাইছিল। আৰু কেতিয়াবা স্তুতিবিৰেও সেইৰূপ গীত গাইছিল। তেওঁ আমাৰ অসমীয়া মানুহৰ দৰে পদ পুথি পঢ়িবলৈ ভাল নাপাইছিল। কিন্তু আনে পঢ়িলে তাক শুনিছিল। সাধুকথা শুনিবলৈ তেওঁৰ বৰ শ্ৰদ্ধা আছিল। ফুকনে কেতিয়াও অসমীয়া নাম ধৰা নাই। তেওঁ শয়নৰ সময়ত সুস্বৰ শুনিবলৈ ভাল পাইছিল সেই কাৰণে কম্বুকণ্ঠক বেহেলা শিকিবলৈ দিলে। তেওঁ বেহেলা কিছু শিক্ষা কৰিলত প্ৰতিদিনে ফুকনৰ শয়নৰ সময়ত বেহেলা বজাই শুনাইছিল। তাত তেওঁ বৰ তৃপ্তি পাইছিল।

তাচ, চৌপট, সতৰঞ্চ কি আন কোনো বিধ খেলা ফুকনে নাজানিছিল। প্ৰথম বাৰ তেওঁ কলিকাতালৈ যোৱাৰ পূৰ্ব্বে যি জানিছিল আৰু খেলাইছিল তাৰ পাচে আৰু তালৈ মন দিয়া নাই। লোকেৰে আলাপ কৰাই তেওঁৰ প্ৰধান আমোদ। তেওঁ কেতিয়াও কোনো অশ্লীল ভাষা নকৈছিল আৰু অশ্লীল বিষয় আলোচনা নকৰিছিল। যুবা সময়ত কোনো কোনো লোকে সেইৰূপ কথা কৈ ভাল পায়। কিন্তু তেওঁৰ সেইটো অভ্যাস নাছিল। আদিবস খাটিত সচৰাচৰ ব্যৱহৃত যি উপমা কথা আৰু ভাব আছে সেই বিলাক তেওঁ নাজানিছিল বা জানিলেও ব্যৱহাৰ নকৰিছিল।

কোনো লোকৰ নিন্দা ব্যাখ্যা কৰা তেওঁৰ অভ্যাস নাছিল আৰু তেনে কথা বৰকৈ ঘৃণা কৰিছিল। তেওঁৰ ক্ৰোধ উগ্ৰ নাছিল। এদিন তেওঁৰ বহুমূল্য কাপোৰ এখন ধোবাই অসাবধান কৰি নষ্ট কৰাত তেওঁ তাক লাঠিৰে মুৰতে মাৰ এটা মাৰিলে। ধোবাৰ মুৰৰ পৰা ৰক্ত পাত হল। ইয়াৰ পাচত তেওঁ বৰকৈ অনুতাপ কৰিলে। অন্যায় উপাৰ্জ্জন তেওঁ বৰ ঘৃণা কৰিছিল। বিজনীৰ দেওয়ান থকাত তেওঁৰ যি ন্যায্য প্ৰাপ্তি তাত বিনে আন তেওঁ গ্ৰহণ নকৰিছিল। অসমীয়া লোকৰ এটা নিয়ম আছে কোনো ভাল মানুহ বা বিষয়াৰ ঘৰলৈ গলে হাতত কোনো ইখান সিখান বস্তু ভেটিলৈ যায়। ইয়াক তেওঁ লবলৈ নীচেই ভাল নেপাইছিল। তেওঁ সদাই সকলোকে সেইৰূপ কাৰ্য্য নকৰিবলৈ কৈছিল। ঘৈণীসকলকো তেনে

বস্তু গ্ৰহণ নকৰিবলৈ সদাই দৃঢ়ৰূপে কৈছিল। মিত্ৰ কুটুম্ব সকলৰ পৰাও সেইৰূপ দ্ৰব্য গ্ৰহণ ভাল নাপাইছিল।

ফুকনে কাকো হিংসা নকৰিছিল। আৰু তেওঁৰ যে কোনো শত্ৰু আছিল এইটো এই পৰ্য্যন্ত জনা যোৱা নাই। বিষয় কাৰ্য্যানুৰোধত যাক দণ্ড কৰিছিল, সিও তেওঁৰ প্ৰতি সন্তুষ্ট আছিল। আন কি তেওঁৰ মৃত্যুৰ দিনা তেওঁ ফাটেকত দিয়া কয়দী সকলেও আপোন পৰিবাৰ মৰাৰ দৰে শোক আৰু বিলাপ কৰিছিল।

পৰৰ উপকাৰ কৰা তেওঁৰ এটা প্ৰধান ব্ৰত আছিল। প্ৰায় সকৰে পৰা গুণাভিৰামক পালন কৰি কলিকাতাত নিজ ব্যয়ে পঢ়ুৱাই বিবাহ দিয়ালে। ধৰ্ম্মদত্ত আৰু কম্বুকণ্ঠকো সেইৰূপে পঢ়ুৱাই বিবাহ দিয়ালে। দুৰ্গাচন্দ্ৰ আৰু ব্ৰজ সুন্দৰী-কো প্ৰতিপালন কৰি শিক্ষা দিয়ালে।

আৰু তেওঁবিলাকৰ সম্পত্তিৰ তত্বৱধান কৰি উপকাৰ কৰিলে। তেওঁৰ আশ্ৰিত সকলৰ কথাকে নকঁও দেশৰ আন লোককো কায কৰ্ম্ম দি সহায় কৰিছিল। দুঃখিত দৰিদ্ৰ সকলক আৰু তেওঁৰ মিত্ৰ কুটুম্ব সকলক সদাই যাক যেতিয়া যি লাগিছিল তাক দি সাহায্য কৰিছিল। নগাওঁত তেওঁ যি কেই বৎসৰ আছিল তাৰ প্ৰতি বৎসৰে তেওঁৰ কোনো না কোনো আশ্ৰিতৰ এটি বিবাহ হৈছিল। দেশীয় লোক সকলৰ নিমিত্তে তেওঁৰ ইমান যত্ন আছিল যে তেওঁ যেন সেই সকলক হাতত ধৰি তুলিব। তেওঁ সদাই স্কুল বিলাকলৈ গৈ পৰীক্ষা কৰিছিল আৰু ছাত্ৰ সকলক অনেক উৎসাহ বাক্য কৈছিল। দেশীয় যুবক সকলক নানা প্ৰকাৰ উৎসাহ বাক্যেৰে উন্নতিৰ বাট দেখুৱাইছিল। অনেকে তেওঁৰ শিক্ষাৰ পৰা লেখিবলৈ শিক্ষা কৰিলে। গবৰ্ণমেণ্টৰ কাৰ্য্য কাৰক সকলক তেওঁ সদাই অসম দেসৰ উন্নতিৰ বিষয়ে সুযোগ পালেই জনাইছিল। যি কোনো লোকে তেওঁলৈ চিঠি লিখিছিল সেই সকললৈ সময় পালে উৎসাহজনক কথা লেখিছিল। কোনো লোকৰ পীড়া হলে তেওঁ তাৰ চিকিৎসাৰ বিষয় বৰ যত্ন কৰিছিল। দৰিদ্ৰ হলে তাক নিজ ব্যয়েৰে চিকিৎসা কৰাইছিল। হাৰ মৰৰ ঘাই জনা অধিকাৰ আৰু ৰঞ্জয় ফুকনৰ অচিকিৎস্য ব্যাধি হোৱাত তেওঁ ডাক্তাৰ চাহাবৰ দ্বাৰাই অস্ত্ৰ চিকিৎসা কৰোৱাই ভাল কৰালে। আমাৰ মানুহে ডাক্তৰৰ চিকিৎসা কৰিবলৈ ভয় কৰে। তেওঁৰ উৎসাহত আৰু যত্নতে তেওঁ বিলাক উৎসাহিত হৈ ডাক্তৰৰ চিকিৎসা গ্ৰহণ কৰি ৰোগৰ পৰা মুক্ত হল।

ফুকনৰ অতিশয় উদাৰ ভাব আছিল। অসমীয়া লোক সকলক তেওঁ বৰ প্ৰীতি কৰিছিল। বঙ্গালী সকলকো তেওঁ অপ্ৰীতি নকৰিছিল। বাঙ্গালী বিলাক যে বিজাতীয় আৰু বিদ্বেষৰ পাত্ৰ এইটো তেওঁ কেতিয়াও মনত নানিছিল। বাঙ্গালীৰ যেনে অসমীয়াৰো তেনে কুচৰিত্ৰবান লোককহে বেয়া পাইছিল। হিন্দু, মুচলমান খ্ৰীষ্টিয়ান সকলোকে তেওঁ সমানৰূপে দেখিছিল ধৰ্ম্ম বিশ্বাসৰ কাৰণে কাৰো প্ৰতি তেওঁ বিৰক্ত নহৈছিল। বৰঞ্চ যেইযে যি ধৰ্ম্ম বিশ্বাস কৰে সেইযে সেই ধৰ্ম্ম অনুসাৰে কাৰ্য্য কৰিলে তেওঁ বৰ ভাল পাইছিল। তেওঁ ভণ্ডামি বৰ ঘৃণা কৰিছিল। কলিকাতাত থকাতে তেওৰ কোনো এজন বন্ধুৱে লুকাই মদ খোৱা দেখি তেওঁ আশ্চৰ্য্য আৰু চমৎকৃত হৈছিল। তেওঁৰ চৰিত্ৰ সাধু আৰু নিৰ্ম্মল আছিল। তেও ব্যভিচাৰক বৰ ঘৃণা কৰিছিল। কলিকাতাত তেওঁৰ কোনো এজন বন্ধুৱে ব্যভিচাৰত পাপ নাই এই কথা কোৱাত তেও বৰ দুঃখিত আৰু আশ্চৰ্য্য হৈছিল। তেওক প্ৰশংসা কৰিলে তেও বৰ লজ্জিত হৈছিল আৰু তেও কাৰো নিন্দা ব্যাখ্যা নকৰিছিল।

তেওঁৰ প্ৰশস্ত মনত অনেক আদি ভাব উৎপত্তি হৈছিল। সদৰ আদালত নিস্পত্তি আৰু ব্যৱস্থা সংগ্ৰহ বিষয়ে তেওৰ মনত যি ভাব সেইটো প্ৰথম ভাব, পূৰ্ব্বে কাৰো তেনে ভাব আছিল ইযাক আমি জানিব পৰা নাই। অশ্লীলতা তেওঁ বৰ ঘৃণা কৰিছিল। বৈশাখৰ বিহুত নগাওঁৰ স্থানে স্থানে অশ্লীল নৃত্য গীত হৈছিল সেই সকলক তেও নিবাৰণ কৰাৰো আৰু সেইৰূপ কাৰ্য্য যে অনিষ্ট জনক তাক তেওঁ সকলকে বুজাই দিছিলে।

বিচাৰ কাৰ্য্যত তেওঁ বৰ নিপুন আছিল। তেও হাস্য মুখে সকলৰে পৰা শুধি পুচি বিৰোধৰ মূল তথ্য উলিযাবলৈ ভালকৈ জানিছিল আৰু পক্ষ পাত শূন্য ৰূপে আজ্ঞা প্ৰচাৰ কৰিছিল। বিচাৰ কাৰ্য্যত তেও কাৰো কথা নুশুনিছিল। তেওঁ বিচাৰ কৰোতে হাঁহি হাঁহি লোকক সুধিছিল আৰু কেতিয়াও কাকো কোনো ভয় কি আন প্ৰবৃত্তি জন্মাই সোধা নাছিল। কোনোৱে খাটনি কৰিলে তেওঁৰ বিবেচনাৰ ওপৰত কৰ্ত্তৃত্ব কৰিব নোৱাৰিছিল।

তেওঁ নিজে নথী চাই আৰু বুজি কাৰ্য্য কৰাত আন লোকৰ সাহায্য তেওঁৰ আবশ্যক নাছিল। কোনো এটা মোকৰ্দ্দমাত নগাঁওত তেওৰ এজন কটুম্বকে তেওঁ কয়েদৰ আজ্ঞা দিছিল। তেওঁৰ শাস্তি প্ৰায় বৰ কঠিন নাছিল। নজনা বুলি লোক সকলক ক্ষমা কৰি লঘু শাস্তি দিছিল। তেওঁৰ এইটো মত আছিল যে, যি

শাস্তিলৈ ভয় কৰে সি অল্প শাস্তিৰেই সংশোধিত হব আৰু যাৰ নাই তাক অধিক শাস্তি কৰিলেও উপকাৰ নহয়।

বিদ্যা শিক্ষাৰ প্ৰতি ফুকনে বৰ উৎসাহ দিছিল। স্কুল সংস্থাপনৰ বিষয়ে বৰ উদ্যোগ কৰিছিল। তেতিয়া নগাঁওত ইংৰাজি স্কুল নাছিল। সেই কাৰণে তেওঁৰ নিজৰ ঘৰতে এটা ইংৰাজী স্কুল পতাইছিল—তাতে এজন শিক্ষকে পুৰা গধূলা ছাত্ৰ সকলক শিক্ষা দিছিল। গুনাভিৰাম কলিকতাৰ পৰা অহাত ফুকনৰ উৎসাহতে জ্ঞান প্ৰদায়িনী নামে এটি সাপ্তাহিক সমাজ পাতিছিল। তাত সপ্তাহে সপ্তাহে দেশীয় কিছু মান ভদ্ৰলোক গৈ নানাবিধ আলোচনা কৰিছিল। স্ত্ৰী শিক্ষাৰ প্ৰতি তেওঁৰ বৰ শ্ৰদ্ধা আছিল, নিজৰ পত্নীক নিজেই শিক্ষা দিছিল আৰু নিজৰ কন্যা পদ্মাৱতীক পথঃ বসত বিদ্যাৰম্ভ কৰিছিল। স্ত্ৰী পুৰুষ উভয়ে মনুষ্য, এতেকে স্ত্ৰী বিলাক অশিক্ষিতা থাকিলে পুৰুষ অৰ্দ্ধাঙ্গী ৰোগাক্ৰান্ত থাকে এইটি তেওঁৰ মত। স্ত্ৰী স্বাধিনতাৰো তেওঁ পক্ষপাতী আছিল। উপযুক্ত শিক্ষিতা হলে স্ত্ৰীক স্বাধীনতা দিয়া বেয়া নহয় এইটো তেওঁৰ বিশ্বাস আছিল।

তেওঁ দান দক্ষিণা কৰিছিল হয় কিন্তু অপৰিমিত ব্যয় নাছিল। তেওঁ ধৰ্ম্ম কাৰ্য্য, গুৰু দান, সন্তানৰ বিদ্যা শিক্ষা, পৰিবাৰৰ ভৰণপোষণ ইত্যাদি বেলেগ বেলেগ তহবিল কৰিছিল। সেই সেই মূল ধনৰ পৰা সেই সেই কাৰ্য্য কৰিছিল তেওঁ মৃত্যুত তেওঁৰ পৰিবাৰৰ নিমিত্তে ৮,৫০০ টকাৰ কোম্পানীৰ প্ৰমিচৰী লোট মাত্ৰ থব পাৰিলে। ইয়াৰো কিছু পৰিমান মাত্ৰ তেওঁৰ নিজৰ উপাৰ্জ্জন। প্ৰায় প্ৰতি মাহে তেওঁৰ যাৰে সৈতে কাৰবাৰ তাৰ হিচাপ পৰিষ্কাৰ কৰিছিল। কাৰো কোনো হিচাপ পৰিষ্কাৰ নকৰাকৈ নথৈছিল। আৰু প্ৰতি মাহে সকলোকে যি যি দিবলগীয়া তাক দিছিল। অল্প মাত্ৰ বাকী থাকিছিল।

ফুকনৰ পিতৃ মাতৃৰ প্ৰতি বৰ ভক্তি আছিল। যাইজনা ঢেকিয়াল ফুকনৰ কথা ওলালে তেওঁ গদ গদ চিত্তে শুনিছিল। মাতা আৰু বিমাতাৰ প্ৰতিও তেওঁৰ বৰ ভক্তি। তেওঁ বিলাকৰ সুখ স্বচ্ছন্দতাৰ প্ৰতি সদাই দৃষ্টি কৰিছিল। মৃত্যুৰ কিছুদিন পূৰ্ব্বে তেওঁ এদিন মাতৃৰ কোলতে বহিছিল আৰু কৈছিল বোলে "প্ৰকৃতিৰ আশ্চৰ্য্য পৰিবৰ্ত্তন"। তেওঁ সন্তানক স্নেহ কৰিছিল কিন্তু আনৰ দৰে তেওঁৰ পুত্ৰ কন্যাক কোলতে লৈ আদৰ নকৰিছিল। অথবা বৰকৈ লেঙ্গৰা লেঙ্গেৰি নকৰিছিল। তেওঁৰ পত্নীক বৰ প্ৰীতি আৰু স্নেহ কৰিছিল, সময়ে সময়ে তেওঁ বিলাকৰ মাজত সামান্য বিবাদ হৈছিল। কিন্তু সি নিতান্ত অল্প কাল স্থায়ী।

গৃহ কৰ্ম্ম বিষযে তেওঁৰ পত্নীৰ আৰু কোনো বিষযে তেওঁৰ মাতৃৰ পৰামৰ্শ গ্ৰহণ কৰিছিল। তেওঁবিলাকৰ মতে সৈতে তেওঁৰ মত অমিল হলে তেওঁবিলাকক ভালকৈ বুঝাইছিল। তেওঁ তামোল ধপাত কানি, ভাং, মদ কি আন কোনো ৰাগী বস্তু নাখাইছিল। প্ৰত্যহ আহাৰান্তে চাহ খাইছিল। মাজত কিছুদিন অতি শ্ৰমৰ কাৰণে শৰীৰ দুৰ্ব্বল হোৱাত অতি অল্প পৰিমানে কামেশ্বৰ মোদক খাইছিল। এই মোদক খোৱাৰ পৰা দুবাৰ কিছু কষ্ট পাইছিল। সেই কাৰণে শেষলৈ তাকো ব্যবহাৰ কৰিবলৈ এৰিলে। আহাৰ কৰি এলাচী প্ৰভৃতি মচলা মাত্ৰ তেওঁ খাইছিল।

ফুকনে উদাৰ ভাবে বৈদিক ধৰ্ম্ম বিশ্বাস কৰিছিল, মৃত্যুৰ কিছুমান দিন পূৰ্ব্বে ব্ৰ্যাণ্ড পাদ্ৰী চাহাব নগাঁওলৈ আহে। তেওঁৰ সৈতে আলাপ কৰি তেওঁৰ সেই মত আৰু দৃঢ় হল। তেওঁ লেখিছিল যে প্ৰাচীন ৰীতি পৰিত্যাগ কৰা আৰু খ্ৰীষ্টীয়ান ধৰ্ম্মৰ প্ৰতি মন মেলা অনাবশ্যক। ৰোগ শয্যাত পৰি থাকোতেও তেওঁ কৈছিল বোলে লোকে তেওঁক খ্ৰীষ্টীয়ান বুলিব পাৰে, কিন্তু তেওঁ খ্ৰীষ্টীয়ান নহয়। তেওঁ ঈশ্বৰৰ অস্তিত্ব বিশ্বাস কৰে। অনেক সময়ত কোনো বিশেষ ঘটনাত তেওঁ ঈশ্বৰ আৰু মৃত্যুৰ নৈকট্য আৰু ধৰ্ম্ম চিন্তাৰ প্ৰতি প্ৰতিজ্ঞা দৃঢ়কৈ কৰিছিল। তেওঁ "ঈশ্বৰৰ ইচ্ছাত" এই কথা তেওঁ সদাই কৈছিল। অনেক ঘটনাৰ পাচত তেওঁ ঈশ্বৰৰ প্ৰতি আত্ম সমৰ্পন কৰিছিল। তেওঁৰ সময় জ্ঞান অতি উৎকৃষ্ট আছিল। যেতিয়া যি কৰিব লাগে তাক সদাই কৰিছিল। তেওঁ জীৱনৰ প্ৰাত্যহিক ঘটনা বিলাক এটা দৈনিক বহিত লেখিছিল আৰু সেই বিলাক সময়ে সময়ে চাই তেওঁৰ উন্নতি অৱনতি জানিছিল। তেওঁৰ দৈনিক বহিত এই কেইটি প্ৰাতঃস্মৰণীয় বিষয় লিখিত আছে।

১। অপৰিমিতাচাৰি হোৱা, তোমাৰ জিহ্বাক দমন কৰা, বহুকাল জীয়াই থাকিবা।

২। পুৱা গধূলি শাৰীৰিক শ্ৰম কৰিবা।

৩। যি কাৰ্য্য তুমি কৰিব খোজা তাক পলম নকৰিবা। পঢ়া, কৰ্ম্মকৰা, লেখা, চিঠি লেখা ইত্যাদি।

৪। কিমান শীঘ্ৰ তোমাৰ সময় যাব লাগিছে তাক স্মৰণ কৰা। তাৰ সদ্ব্যৱহাৰ কৰা। অকাৰণ সময় নষ্ট নকৰিবা।

১। সুবিধা নহলে আৰু সংসাৰত সুখে থাকিব পৰা নহলে ধৰ্ম্ম জীৱন আৰম্ভ কৰিবলৈ পলম কৰা বলিয়ালি মাত্ৰ। আমাৰ এইৰূপে দিন যায কি জানি অল্প কেইদিন মাত্ৰ বাকী আছে।

২। কৰ্ম্মৰ বাহুল্যতাই ঈশ্বৰ সেৱাৰ প্ৰতি হস্তক্ষেপ কৰিব নিদিবা। আন সকলো কথাক ঈশ্বৰোপাসনায় ঘটুৱাব দিয়া। এই জীৱনত তুমি কিহলৈ চিন্তা কৰা? তোমাৰ সকলো কাৰ্য্যৰ ওপৰত পদাঘাত কৰা।

৩। ধৰ্ম্ম আৰু পৰোপকাৰৰ প্ৰতি উৎসাহ যেন দিনে দিনে আৰম্ভ হয়, ইয়াক স্মৰণ কৰিবা। দিনৌ পুৱা স্থিৰ কৰিবা। সময় গত প্ৰায় হলে আপীলৰ দৰখাস্ত যেনেৰূপ সেইৰূপ যেন তোমাৰ কথাৰ আৰু কাৰ্য্যৰ উৎসাহ তোমাৰ ওপৰত পৰা কৰ্ত্তব্য যেন ভাবিবা।

৪। এই কেই সময়ত ঈশ্বৰোপাসনা কৰিবলৈ নাপাহৰিবা। প্ৰথম পুৱা যেতিয়া উঠা, দ্বিতীয় স্নানৰ পাচত, তৃতীয় গধূলি, চতুৰ্থ শয্যালৈ যোৱাৰ পূৰ্ব্বে, পঞ্চম তোমাৰ শয্যাত, ষষ্ঠ প্ৰতিবাৰে যেতিয়া তুমি ইয়াক পঢ়া।

৫। যেতিয়া তোমাৰ চাৰিয়ো ফালে মানুহ জহনীত পৰে তেতিয়া তোমাৰ মন কেনে থাকে তাক স্মৰণ কৰিবা।

৬। খ্ৰীষ্টীয়ান মুচলমান আৰু হিন্দু উপাসনাৰ নিৰ্দ্দিস্ট সময়লৈ মনত কৰিবা। একাদশী উপবাস কৰিবা।

৭। পাৰা যদি গণি কোৱা কিমান দিন তুমি জীৱা। কি জানি এক সপ্তাহ কি এদিন। সেই কাৰণে মৃত্যুৰ নিমিত্ত প্ৰস্তুত হোৱা।

যি জনে জ্যোতিৰ্ম্ময় সূৰ্য্যৰ অন্তৰাত্মা আৰু আমাৰ বুদ্ধি বৃত্তিক পৰিচালনা কৰিছে সেই জনক আমি চিন্তা কৰো।

আনন্দ ৰাম ফুকনৰ এই প্ৰাতঃস্মৰণীয় বিষয় কেইটি চাই কাৰ তেওঁ লৈ প্ৰীতি আৰু শ্ৰদ্ধা নহব? ঈশ্বৰ উপাসনা বিষয়ে আৰু কৰ্ত্তব্য কাৰ্য্য বিষয়ে তেওঁৰ যি চিন্তা সেইটো তেওঁৰ জীৱনত প্ৰতিপালিত হৈছিল। নিৰ্দ্দিস্ট সন্ধ্যা বিনেও প্ৰতিদিন আহাৰান্তে তেওঁ তেওঁৰ ইষ্ট দেৱতাক চিন্তা কৰিছিল। তেওঁ সদাই তেওঁৰ কৰ্ত্তব্য কাৰ্য্য সম্পাদন কৰিছিল। তাক পলম কৰিবলৈ নীচেই ইচ্ছা নকৰিছিল। এই কাৰণেই তেওঁৰ মৃত্যুৰ পাচত তেওঁৰ সংসাৰত বিশৃঙ্খল হল। আনন্দ ৰাম ফুকনৰ উন্নত বুদ্ধি, নিৰ্ম্মল চৰিত্ৰ আৰু সাধু আৰু সাধাৰণৰ হিতকৰ কাৰ্য্যৰ নিমিত্তে সকলোৱে তেওঁক প্ৰীতি আৰু ভক্তি কৰিছিল। আৰু এতিয়াও তেওঁৰ নাম জন-সমাজত আদৰণীয় আৰু তেওঁৰ চৰিত্ৰ আৰু কাৰ্য্য অনুকৰণীয় হৈ আছে। ঈশ্বৰ ইচ্ছানুসাৰে তেওঁ এই অনিত্য সংসাৰ ত্যাগ কৰি অমৃত আৰু নিত্যধামলৈ গমন কৰিলেও নিজৰ কীৰ্ত্তিৰ নিমিত্ত এই সংসাৰতো তেওঁ জীৱিত থাকিব।

---



# ৰমাকান্ত চৌধুৰী।

অভিমন্যু বধ কাব্য।

## প্ৰথম সৰ্গ।

দশ দিন যুদ্ধ কৰি ভীষ্ম মহাবলা
যেতিয়া শুইলা বাৰে শৰ আসনত,
মহাৰথী পাণ্ডবেও, আনন্দ মনেৰে,
বজাইলা ঢাক, ঢোল, শিঙ্গা, কৰতাল,
জগঝম্প, ভেৰি, দবা। আপুনি শ্ৰীহৰি,
নিজ বাদ্য শঙ্খ লই, ফুৰায় বিজয়
ঘোৰ নাদে বুডুৰায় সকল শবদ
হৰষিলা পাণ্ডৱক। সাগৰ সমান
অপাৰ কৌৰৱী সৈন্য পুৰিলা শবদে,
হাঁহাকাৰ, ৰণ থলি, স্বামী নিধনত।
উথলিয়া শব্দ সিন্ধু সেনাৰ ভিতৰ
লড়ালা পাতাল, স্বৰ্গ, লড়ালা মেদিনী
মেৰু-দণ্ড সমন্বিতে। শবদে শবদে
ভাঙ্গিয়া পড়িলা যেন ধৰাত আকাশ;
কপিলা বাসুকি ত্ৰাসে, কানে লাগি তালি
স্থলচৰে, জলচৰে, জীব জন্তু যত.
কৰ্ণভেদী হিয়াভেদী শবদত সিতো,
যেন এশ বজ্ৰপাতে, চমকি উঠিলা।
পড়িলা মাটিত খহি গৰ্ব্ববতী গৰ্ব্ভ,
মূৰ্চ্ছি খায় ঘোৰ নদত, তিৰোতা সবাৰো।

বোৱাৰী, জিয়াৰী সবে, পুত্ৰবতী যেয়ে
সাবতি ধৰিলা ভয়ে আপোন শিশুক
গণিমনে ত্ৰাহি ত্ৰাহি। কানফলা ৰোলে,
পশুগণে অকস্মাত্ পাই মহাত্ৰান
লড়ি গলা যেনি তেনি নাই জ্ঞান দিগ
বিভ্ৰম হইযা সবে, আকাশত দেবে
বজালা দুন্দুভি ৰঙে, দিলেক উৰুলি
বৰষিয়া পাৰিজাত পাণ্ডৱ মূৰত।
বখানিয়া হৰ্ষ মনে পাণ্ডৱ বীৰত্ব
ৰঙ চোৰা দেবগণে কৰিলা সঘনে
দেৱ বাণি। সপ্তবসু আশিস কৰিলা
গুণী কিৰীটীক ৰঙে, তেওঁৰ গুণেৰে
বহুদিন বিচ্ছেদান্তে ভাতৃৰ মিলন
হব জানি। পুলকিত মনেৰে গৈইলা
বৃষভ আৰোহি দুই মহেশ মাহেশী,
নন্দিভৃঙ্গি লগেলই গিৰা শৃঙ্গলৈকে,
নিজ ঠায় কৈলাসক। দেবগণো গলা,
অমৰ ভুবনলৈকে, হেৰিয়া তহিতে,
দিবা অবসান আৰু যুদ্ধ অবসান।
সেনাপতি শঙ্খ শুনি এড়িলা নিনাদ,
প্ৰলয় কালৰ মেঘ, দুই দল সৈন্য,
দুই দিগে চলি গলা পৰিহৰি ৰণ
তেতিয়াই। যুদ্ধক্ষেত্ৰে ৰহিলা কেবল
মৃত দেহ, ভগা ধনু, মুষল, মুদ্গৰ,
আৰু অস্ত্ৰ-সস্ত্ৰ যত বীৰগণে উভয় কুলৰ
আনিছিলা বাছি বাছি অস্ত্ৰাগাৰ পৰা
বিজয় মনত আশি। লোহিত বৰণে
বাৰিষাৰ নই সম বেগেৰে চলিলা
তেজ সোঁত চাৰি ভিতে ৰণৰ ক্ষেত্ৰত

মৃত শৱ, ৰথচয়, আৰু অস্ত্র যত,
তাহাতে ভাসিলা যেন হিমধৰ কুলে
ঘোৰতৰ বৰষুণে কিবা হিমদ্রবে,
শান্তনেৰে পাই বল গছ পাত ভাঙি
বহিলা প্রবল বেগে। বহিলা ক্ষেত্রত
তেজ সোঁতা, ঘঁৰিয়াল, সিহু, জলজন্তু,
অসি, বর্ম্ম, ঢাল, ধনু, উটিলেক তাত।
আহা! কি দিম্ উপমা, যি দুঃখত দুঃখী
হলা ৰক্ষ-কুল-পতি লঙ্কা ৰখিয়াক
মেঘনাদ বীৰমণি দেখি অবিহন;
ধৃতৰাষ্ট্র-সুত-ৰাজা শোকার্ত্ত অন্তৰে
ভৰসা জ্বলন্ত চাকি পিতামহ বলী,
সুমেৰুৰ চূড়া যেন ধৰাতল শায়ী,
হেৰি আজি মুমূর্ষাই এন্ধাৰিলা সব
দশোদিশ শূন্য কৰি। সবে তাঁহাকাৰে
অসংখ্য কৌৰবী সৈন্যে সজল নয়নে,
হিয়াত চাপৰ মাৰি পাতিছে কান্দন।
চালা সৈন্য সব প্রতি নৃপতি তিলকে,
মাতৃ যেন পুত্র মুখ; তেওঁৰ মুখক
সেনাগণো দেখিলেক, কান্দনিয়া ভাবে।
উদয় অৰুণ হেৰি উদয়াচলত
হেমন্তৰ সময়ত, পেলায় নিয়াৰ,
শোকৰ লোতক গছে, দুঃখক জনোৱা
নয়ন পানীত তিতি সৈন্য সকলেয়ো,
চালা নৃপ মুখলৈকে! মর্ম্মভেদী দুঃখে,
অধীৰ হুইয়া আতি ধীৰ নৰপতি
পাহৰিলা মনে ধৈর্য্য, কান্দিয়া অন্তৰে
ঝৰ্ঝৰে এড়িলা লো! জলিল অগনি
শোকত হিয়াৰ মাজে; নোৱাৰিলা তৈতে

ক্ষণকালো ৰহিবাক, দীৰ্ঘশ্বাস ত্যজি
মহীতলে চায় পাচে গুনিয়া মনত
"কি ভৈলেক মোৰ আজি" চলে লাহে ধীৰে,
যি ঠাইত বীৰশ্ৰেষ্ট ৰাজ সুতবলী
পৰিহৰি ৰত্ন শয্যা, ৰত্ন আভৰণ
নিন্দিযা ইন্দ্ৰৰ ভুষা দেবতা বাঞ্ছিত,
বিসৰ্জ্জিছে ধনুঃশৰ, ঘোৰ কালৰূপে
প্ৰলয়ৰ কালসম শৰৰ চিতাত
ৰৈছে পৰি ৰণ ঠাই, তেজেৰে ৰঞ্জিছে
ধলায় ধসৰ কায়, অন্তকালে আজি
শান্ত-মূৰ্ত্তি পৰিগ্ৰহি শান্তনু কৌৰব।
চৰণত ধৰি সবে, বিষাদ বদনে
কোনো দণ্ডৱত কৰে, কোনো সেবা কৰে
দিলা নমস্কাৰ কোনো উচিত যেহেন।
অষ্টাঙ্গতে দুৰ্য্যোধনে পড়ি চৰণত,
তিয়াইলা চক্ষুজলে শ্ৰীপদযুগল,
গদ গদ বাক্যোচ্চৰি প্ৰকাশিযা ভাব
সম্বোধিযা মোকলিলা শোকৰ ভৰাল
"পিতামহ কতভাগ্যে তপস্যা ফলেৰে,
পূৰ্ব্ব জনমৰ কীৰ্ত্তি, দান, পূণ্য কাৰ্য্যে,
তুমি হেন বীৰ ৰত্ন, ৰণ-বিশাৰদ,
পৰশু বিজেতা যেই জগতে ঘোষিত
যাৰ কীৰ্ত্তি যশ ৰশ্মি, তাপি বৈৰীদল
নৃপতি-সমাজ ত্ৰাশ কুৰুক্ষেত্ৰ ৰণে,
পাইছিলোঁ সেনাপতি: কিন্তু ময আপদেউ,
দৈবহীন দুৰ্ভগীযা! কিকম তোমাক।
যশি তুমি কীৰ্ত্তি ৰাশি প্ৰতাপি ৰণত
নব দিন শত্ৰু দলি দশম দিনত,
কুন্তী কুমন্ত্ৰনাত যেন দশৰথাঙ্গজে

হৰুৱালে ৰাজ্যধন, হৰুৱালো আপ,
যাদব মন্ত্ৰণে মই, অকালত আজি.
তুমি হেন ৰক্ষকক, তুমি অবিহনে
পৃথিবীৰ ছত্ৰদণ্ড তব আশা বন্ধ
হৰুৱালো ই অধীনে। নাকৰ নিশ্বাসে,
ত্ৰিভুবন ভিতৰত, কোনে জানিছিল.
হোম-অগ্নি নুমোৱাই অঘট ঘটাব।
কাৰ বা বিদিত আগে কৌৰব মাঝত
হইবে সিংহৰ কাল শিয়াল হাতত;
সবে মম ভাগ্য দোষ। বিধি হৈলা বাম
কুযশ কুনাম বল গুৰু-বধী মোৰ
যাবচ্চন্দ্ৰ দিবাকৰ ই পোড়া ভালত।
ঘটিবৰ যি আছিল ঘটে সেযে আজি,
নিচিন্তোহো তাক মই, কিন্তু পিতামহ
কিনোহব মোৰ গতি তব ৰক্ষা বিনে,
বিজয় পাণ্ডব হতে দলিব ৰণত;
কোন হুব আগুৱান ৰক্ষিব কুৰুক;
জ্বলন্ত অগ্নিৰ কুণ্ডত কোনে দিব ঝাপ
জীৱনৰ আশা এড়ি, পাহৰিয়া যেন
দুখানি পাখাৰ বলে আপোনাৰ বল
নাচনি ফড়িঙ্গ প্ৰায়। দুৰ্জ্জয় পাণ্ডবে,
পাতিয়া শৰৰ জাল বিন্ধিব তগিতে
সব ভাই সৈতে মোক, সব নৃপ সমে।
তুমি নাই সমৰত কোনে বা ধাইব
যেতিয়াই অহিৰাজ বিষৰ জালত
আহে বেগে দংশিবাক ময়ুৰ ছানাক,
ৰক্ষাহীন, মাতাহীন, বলহীন ৰণে।
আৰু কোনে ৰাখিবেক ভীম হাতে মোক
দুৰ্জ্জয় ভীষণ ৰণী যেন প্ৰভঞ্জন,

শমন সমান সত্রু ই কৌৰবী ৰণে
মহাবলী ধনুৰ্দ্ধাৰী অৰ্জ্জুন আগত।
নিশ্চয় জানিলো মোৰ হুইবে নিধন,
নিশ্চয় হবোহোঁ ধ্বংস কুৰুপুত্ৰগণ,
মজিব নৃপতি বৰ্গ, নিশ্চয় হুইলা
বিজয়ৰ আশা আজি দিবাকৰ মোৰ
অস্তাচল চূড়ালম্বী দিনৰ শেষত।
তোমাৰ নিধনে, আপ, আজি সমৰত
হাবিলা কৌৰব বুলি ঘোষিবে লোকত,
কাবিব আমাক নিন্দা পাৰিবেক গালি
পিতৃ-বধী গুৰু-বধী বুলি সৰ্ব্বলোকে।
কি উপায়ে পিতামহ তৰিম ই সব।
কি উপায়ে, কোৱা পিতা, ত্ৰিকালজ্ঞ তুমি,
তুমি যদি হলা কাতি কৰি নিঃসহায়
ইতো ঘোব সমৰত শত ভাই মোৰ,
বিপদ সাগৰে পাৰ পাম কেনেকৈ ?
কৌৰব ভৰসা ভানু অকালত আজি
যদি গলা অস্তাচলে, কোৱা পিতাবৰ
তম আচ্ছাদন পৰা শতদলে ৰম ?
এতেক কহিয়া বীৰে কান্দিয়া শোকত,
ৰজোপৰি গড়াগড়ি যায় মহাৰাজ
দুৰ্য্যোধন মহামানী গাঙ্গেয়ৰ নাতি।
পাছে ধীৰে ধীৰে বীৰে শান্তনু নন্দনে
সম্বোধি তেওঁক, এড়ি দীঘল নিশ্বাস,
কহিলা বিৰস বাক্যে। "গান্ধাৰেয় ভূপ
জানিয়া আগৈয়ে ময় ভবিষ্যত কথা
তোমাক কহিলো, বাপু, মিলন যুগতি
নুশুনিলা কানে তুমি, নধৰিলা মনে
বুড়াৰ বচন বুলি; কৰ্ণ কথা মানি,

মানে যেন অহিৰাজে সাপৰিয়া মন্ত্র,
অবজ্ঞা কৰিলা মোক, এতিয়া কি সোধা।
জানাহা আপুনি ভীম মহা পৰাক্রমী,
বীৰকুল চূড়ামনি পার্থ মহাৰথী,
আৰু যত বীৰগণে পাণ্ডব পক্ষত
ধৰে অস্ত্র বীৰমদে ঘোৰ সমৰত,
বিশেষতে ৰুদ্ৰৰূপী আপুনি শ্রীহৰি
আছয় সহায় দুই পাণ্ডব পক্ষত,
তযুপক্ষে যমৰূপী, দলিবে সবাক;
তোৰ মোৰ সাধ্য কিবা জিনিবে তেওঁক;
যদি স্বয়ং শূলপাণি, অধিক কোনোবা
বীৰকুল চূড়ামণি পাৰ্ব্বতী সুতক
লগে কৰি আহিলেও ই ঘোৰ ৰণত
জিনিব কি পাণ্ডবক তুমি আমি কোন।
এতেকতে কওঁ বাপু নৃপতি তিলক
গান্ধাৰী নন্দন কৰা, বুঝিয়া, মিলন
পাণ্ডু পুত্র ভাই লগে; দুইৰ সিইঁত,
পালে স্বীয় ৰাজ্য অংশ তব অনুগত,
জিনিবাহা সুসহায়ে দিগ্‌বিজয় কৰি,
বিপদ গ্ৰাহৰ মুখে নেপেলাই ভৰি
কেতিয়াও, মান্যবৰ, সপ্ত দ্বীপ আদি।
সহায়ে কল্পিত শত্রু পাণ্ডুৰ নন্দন
তোৰ বৰ মিত্র দুই লভায় জয়াশু
বঢ়াব তোমাৰ যশ, বঢ়াব অচিৰে
ৰাজ্যধন, মান, সেবা, নাম, যশ ৰাশি।
ইতোমূলোপায় বাছা শত্রুক জিনিব;
আৰু বিশেষত কওঁ ভাইক জিনিলে
বধিলে সুহৃদ ভাই ৰাজ্য ধন হেতু
কি পৌৰুষ পাবা তুমি? জানিবা বিশেষ

ভাই সম বন্ধু নাই জগত মাজাৰে
পুৰাণ বিচাৰি চোৱাঁ শাস্ত্ৰৰ সম্মত।
এতদৰ্থে নৰপতি বিচাৰ তৎপৰ
কৰাহা উচিত যেই মনত তোমাৰ।
এই বুলি প্ৰাজ্ঞ বুঢা চায মুখ পানে
ৰহিলাহা মনে মনে, নিৰোত্তৰ হুই
ৰোলাহা কৌৰব প্ৰভু। অনন্তৰে তা৲ে
উদাস ভাবেৰে আহি পাৰ্থ উদাসান,
পিতামহ পাদ পদ্ম ধৰি শোকে নীৰে
দণ্ডবীযা অষ্টাঙ্গতে, কৰি স্তৱ স্তুতি
কান্দিয়া তেওঁক কলে "আতা গুৰু দেউ
ধিক ধিক ক্ষত্ৰিযক। ধিক ধিক মোক
নৰাধম পাপী ময! যিতো মহাজনে
পুত্ৰ স্নেহ কৰি মোক কৰিলা ডাঙ্গৰ
হলা মোৰ দুঃখে দুঃখা সুখত সুখায়া
দিছিল আশ্বাস বাৰি বিপদ সময
কৰিছিল পিতৃস্নেহ, যাক লৰা কালে
হৰুৱালো ভাগ্য দোষে (তেওঁৰ বিৰহ
তোমাৰ কাৰণে, আতা, আমি নুভোগিলো)
হেন জনক, দুৰাচাৰী কি পাপে ৰণত
বধিলো পৰাণে ময়। ওহঃহঃ বিধাতা
ধিক মোৰ গৰ্ব্ভধাত্ৰী ধৰে হেন পোক
দশ মাস উদৰত! গুৰুক নাশিলো
ধিক মোৰ জয় নামে ইয়াৰ গৰবে
সাহসিলো তব লগে কৰিবলৈ ৰণ।
আপ ময় দশদিন তোমাৰ লগত
কৰিলো বিষম যুদ্ধ কিন্তু মৰমতে
পুত্ৰ স্নেহে বন্ধা তুমি নাশিবৰ মনে
নকৰিলা চোকা কাঁৰ, বাঘিনী যেহেন

খেলিলা চাওৰ লগে, কিন্তু পাপাধমে
নুবুজিলো, মাৰিলোহোঁ নিজৰ বুকুত
দাৰুণ কুঠাৰ ঘাও; থইলো কলঙ্ক
নিষ্কলঙ্কী চন্দ্ৰবংশে। ই জীৱন মোৰ
পশু যেন নাই জ্ঞান, ধিক পৰাণত।
এইৰূপে বীৰবৰ ধিক্কাৰি আপুনি
তিয়াইলা গাৰ বস্ত্ৰ চকুৰ লোতকে।
হেন শুনি মিষ্টভাষি গঙ্গাৰ নন্দনে
ধীৰে ধীৰে প্ৰবোধিলা ইন্দ্ৰ নন্দনক।
"বৃথা হে বাহন—শ্বেত, গঞ্জিছা আপুনি
বৃথায় কান্দিছা তুমি আমাৰ কাৰণে,
ক্ষত্ৰিয়ৰ ধৰ্ম্ম এই তোমাতনো কি দোষ।
পিতা পুত্ৰে যুদ্ধ কৰি এড়য় জীৱন
নাহিকে কাৰও নিন্দা; বিশেষতে কঁও
জানাহা পয়ান ঘটে, সংসাৰৰ পৰা
উঠিলে সংসাৰী ভোগ; কিয় বাছাধন
নিৰ্দ্দোষী তোমাক তুমি কৰিছা গঞ্জন
তুমি বাছা কুল ভূষা প্ৰকাশিবা নাম
চন্দ্ৰৰ বংশত তুমি, যেন পূৰ্ণিমাৰ
যোড়স্ কলা পূৰ্ণ চাঁদ তৰাৰ মাজত।
বিদিত জগতে জানা ৰামক বধিয়া
বভ্ৰুময় দুটি ভাই। ৰাঘৱ কোঁৱৰে,
যেতিয়া শ্ৰীৰামচন্দ্ৰে অশ্বমেধ পাতি
এড়িদিলা যজ্ঞ অশ্ব শ্বেতৰূপধাৰী,
পাইয়া ধৰিলা দুয়ো। ঋষি আশ্ৰমত
কৰিলা বিষম যুদ্ধ বাপেকে সহিত,
মাৰিলা তেওঁক লবে। এতেকতে শুনা
উপৰি যুজাৰু বংশে যুদ্ধৰ ঠাইত
পিতাৰ নিধন হলে পুত্ৰৰ হাতত

মুহি জানা নিন্দাস্পদ ; পিতৃবধী বুলি
নেহাহয় কোন জনে। সংগ্ৰাম মাঝত
আমাক মাৰিলা তুমি বীৰ ধৰ্ম্ম ৰাখি
ই নোহে কলঙ্ক তোৰ, কিন্তু যশৰাশি।''
এই দৰে বিজ্ঞবৰ প্ৰবোধি তেওঁক
আশিস্ বাণী বুলিলে হওঁক জয় বুলি
অতঃপৰ ধৰ্ম্মৰাজে বিনয় কৰিয়া
(সুজনৰ সদমুখে গুৰু জন আগে)
ভীষ্মৰ চৰণ ধৰি স্তুতিলা বিস্তৰ
বিস্তাৰিয়া মন ভাব ৰাজ ধৰ্ম্ম নীতি
সুধিলা অশেষ কথা, যুদ্ধ ফলাফল,
তৃষ্ণা দূৰ কৈলা শুনি ধৰ্ম্ম নীতি কথা
চাৰি বৰ্গ দায়া যিতো, সুস্থিৰ লভিলা
ধৰ্ম্ম নীতি শুনি ধৰ্ম্মে। আনন্দিত মনে
নীৰব হইলা তেওঁ আৰু পাণ্ডবীয়
একে একে সেবা কৰি সবে ভক্তি ভাবে
পাইলা সম্ভাষাদৰ। পাচে ভীষ্ম বীৰে
যুদ্ধ তৃষ্ণাগ্নিৰে হুই ডোওয়া অন্তৰ
আৰু ৰক্তশ্ৰাৱে আতি বিকল পৰান,
পিপীয়া চৰাই যেন বাৰিষা কালৰ
অম্বৰৰ আশাকৰি চালামেঘ, মুখ
দুৰ্য্যোধন নৃপতিৰ। সুবুদ্ধি ভুপালে
আকাৰে ইঙ্গিতে বুঝি, ইঙ্গিত কৰিলা
শত শত দাস বৃন্দক। আদেশে যোগালা
পিতামহ শুশ্ৰুষায় শেষ বাঞ্ছা তৈতে
সুবৰ্ণ জাৰিত ভৰি, সুশীতল বাৰি
কৰ্পূৰেৰে গোলাপেৰে কৰা সুবাসিত
চালে হাবিযাহ লাগে ফটিক বৰনি।
সেঁা ৰাজ-কৰে ধৰি দিবলৈ মুখত

ৰলা ৰাজ চক্রবর্ত্তী। মুকুখালি দেখি
মৃদু হাসি গঙ্গাসুতে কেৰা চকু কৰি
লাহে ধীৰে সম্বোধিলা "হেৰা জ্ঞানীবৰ
ইনো কিনো সুবিচাৰ, পৃথিবীৰ পতি হুয়া
যি কালৰ যিতো যোগ্য এড়িয়া তাহাঙ্ক
তাৰ বিপৰিত কিয় কৰিছা বিধান।
শৰ আসনত ময়, কৰিছো শযন,
পড়িছোতো এই দেখা কালৰ হাতত,
এড়িছো সোণৰ খাট চোনাৰ বিচনি
নৃপ, ৰাজ হংসতুলি; গাৰ অলঙ্কাৰ
খহাইছো ই সময়, এতিয়া কি মোৰ
শুৱায ভৃঙ্গাৰ পানী! লাজ পাই নৃপে
কলামুখ কৰি আতি ৰহিলা সি ঠাই
তলমূৰে। দেখি ভিষ্মে শুকান গলেৰে
সেহনিয়া মাত লগাই, ইঙ্গিত কৰিলা,
অর্জ্জুনৰ পোনে চাই। সেই সময়তে,
ভাবতে অর্জ্জুনে বুজি ধনু লই হাতে,
সুৱঁৰি গুৰুৰ পাও, টঙ্কাৰিয়া ধনু,
মাৰিলা ত্রিশৰ, পাতালৰ পৰা শুহি
ললা ভাগীৰথী জল। কাঁকৰ আগেৰে
দিলা ঢালি ভীষ্ম মুখে স্তনদুগ্ধ ধাৰে,
গইলা যন্ত্রেৰে যত্নে সদা যেন পৰে
ঝিৰে ঝিৰে তেওঁৰ মুখে। আশিসিলা ভীষ্মে
ঘনে ঘনে অর্জ্জুনক, যত সাধু সবে
বখানিলা বুদ্ধিবল শৰ চলোৱাৰ
আচৰিত ভাব দেখি, আৰু দিলা বাক।
বীৰৰ অসাধ্য কাম অনায়াসে সাধি
নিজ নাম গন্ধে তেওঁ ব্যাপিলা জগত।
অতঃপৰে বিজ্ঞবৰ মধুৰ ভাষণে

থাকি শৰাসনে বুঢ়া বিদায় কৰিলা
সমস্ত পাণ্ডৱী দল, সমস্ত কৌৰবী।
হেন কালে সৌভদ্ৰেয় সুভদ্ৰা বল্লভ,
বৃদ্ধৰ আনন্দ মণি আহিয়া তহিত
প্ৰণমিলা অষ্টাঙ্গতে লোটাইয়া শিৰ
লইলা চৰণধূলি; বুলিলা সম্বোধি।
"বৃদ্ধ পিতামহ তুমি ৰণ পৰিহৰি
শুলা শৰাসনোপৰি দিব্য শয্যা এড়ি
পাণ্ডৱৰ ভাগ্য সূৰ্য্য গল অস্তাচলে,
হইয়া এন্ধাৰ ঘোৰ। তুমি বিনা কুৰু
গুড়িয়াল হীন হই বিপথ লইব,
কৰিবে অন্যায় ৰণ নেমানিবে কাৰো
ধৰ্ম্ম উপদেশ কিবা ন্যায়ৰ সঙ্গত।
ধৰ্ম্মবল পাণ্ডৱৰ অন্যায় হইলে
নিশ্চয় মজিব আমি। তুমি হেন বিনে
অঙ্কুশ বিহীন শক্ৰ। দেখায় বাৰত্ব
কৰি ধৰ্ম্মৰক্ষা তুমি দশ দিন যুদ্ধে
ৰাখিলা কুলক দুয়ো। ধৰ্ম্ম অনুগত
ধৰ্ম্ম পুত্ৰ যুধিষ্ঠীৰ ধৰ্ম্মত তৎপৰ
অন্যায়ত পৰাঙমুখ সদা ন্যায়ব্ৰতী।
কিন্তু কৌৰব পাপিষ্ঠ, ন্যায় পথে অন্ধ,
কুৰুপতি কুলাঙ্গাৰ কুলৰ কণ্টক
দিলে বহু দুঃখ তেওঁ অনাথ পাণ্ডৱক।
আনিয়া নৃপতি মাজে পঞ্চাল নন্দিনী
যাজ্ঞসেনী মাক মোৰ চুলিত ধৰিয়া
পাপাশয়ে দুৰাশয়ে দুষ্ট দুঃশাসনে
অপমান লাজ দিলা জানাহা আপুনি,
সোৱৰোতে ফাটে বুকু। তোমাতে বিদিত,
দিলেক অৰণ্যে বাসা পাণ্ডৱ সবাক,

কুট পাশা ছলে পাপী কৌৰব সমাজে।
যেতিয়া আছিলা বনে মম পিতৃ সবে
কৰিলাহা যত ফন্দি ৰাজা দুৰ্য্যোধনে
নাশিবলৈ সিবিলাকক বিনা অপৰাধে,
সমস্তকে জানা তুমি ময়নো কিকম।
সাধু নম্রমতি ধৰ্ম্মে ক্ষমিলা শতেক
পাপৰ নিঠুৰ কাৰ্য্য আৰু যত সব।
দুৰ্যোধন দুৰাশয়ে সবাক আগ্রহি
ঘটালা ভাৰত যুদ্ধ ভাইবন্ধু মাজে।
দশ দিন হৈলা যুদ্ধ সৈন্য ভিতৰত,
পড়িল অসংখ্য জন। এতিয়া ৰণত
যদি জিনে পাণ্ডবক কুৰুৰাজ পতি,
জানিবোহে৷ ধৰ্ম্ম নাই পাপৰ প্রচাৰ।
হেন লয় মোৰ মতি অবশ্য জিনিবে
অন্যায় সমৰে কুৰু, কোনে বাধা দিব
অধৰ্ম্মাচৰণে তাক, স্রোতস্বতী স্রোত
বৰিষায় বহি যায় ভাঙ্গি নেয় তৰু
বিনা মহীধৰে কোনে বাধিবে পাৰয়
আজি সেই মহাধৰ ধৰাতল শায়া।
শুনিছো গোবিন্দ মুখে তব বিজ্ঞবৰ
ইচ্ছা মৃত্যু, নপাৰয় মাৰিবেক তোমাক,
জিনিবে তোমাক, কোনে ত্রিভুবন মাঝে।
কিন্তু বৃদ্ধ পিতামহ এতিয়া তোমাৰ,
হেন দশা দেখি ৰণে, জানিলো বিশেষে
ছলিবলৈ পাণ্ডবক, তবাশ্রিত জন,
কৰিছা আপুনি মতি। জগতে প্রকাশ
আপোন ইচ্ছাত হৈছে আপোন নিধন
কিবা দোষ কিৰীটিৰ কিবা শিখণ্ডীৰ
যদি ওখ শাল তৰু ধীৰ বতাহত

মলয়ায়, ধৰাতলে ঢলিয়া পৰয়
কেবল বঞ্চিবে ইতো আশ্ৰয়ী লতাক
ভাগ্যহীনা। বৃদ্ধ আতা, দীপ্তিমান আশা
পাণ্ডৱৰ নুমাইলা, আজি তুমি বিনে,
উঃ বিধিৰ কি বিপাক"। এইমতে ধীৰে
কওঁতে মনৰ কথা তেওঁৰ আগত,
মুখৰ পোনলৈ চায়, সজল নয়নে,
ওলাল চকুৰ পানী, তিতিল সৰ্ব্বাঙ্গ।
পাচে উত্তৰিলা ভীষ্মে প্ৰবোধি তেওঁক
"জয়লৈ নাহিকে শঙ্কা বিজয় হবাহা
ধৰ্ম্মৰ সুফল বত্ন, জানিবা নিশ্চয
বাছাধন! জয় হৈছে। উচিত বিধানে
এই যুদ্ধে পাব কুৰু অধৰ্ম্মৰ ফল।
যতোধৰ্ম্ম ততো জয় গীতাত লেখিছে
কেতিয়াও মিছা নোহে শাস্ত্ৰৰ বচন।
কিয় এনে ভয় পালা কি কৰিবে কুৰু
বীৰৰত্ন পাৰ্থ সুত। অন্যায় আচৰি
ডেওৰায় ধৰ্ম্ম যদি কুৰুৱে কৰে ৰণ,
বীৰমদে মত্ত হুই কিবা আশি বড
তেওঁ ভয় নকৰিবা। কৌৰবক বধি
উডিব বিজয় ধ্বজা ধৰ্ম্মৰ আগত"।
ইতি শুনি পাচে কলা অৰ্জ্জুন কোঁৱৰ
"তোমাৰ প্ৰসাদে ময় নডৰাও কাকো
দুৰ্য্যোধন এড়ি যদি আহে দেবৰাজ
ঐৰাবত আৰোহিয়া, কৰি বজ্ৰ কৰে,
কিবা দেব মৃত্যুঞ্জয়, শূলপাণি হুই,
পিনাকী ৰূপেৰে কিবা দিয়ে আহি ৰণ
তেও তব পৰিনাতি নকৰোহো ভয়।
কি বস্তু কৌৰব ইতো আমাৰ আগত

কিন্তু হয় ভয় মোৰ অন্যায় সমৰ।"
সৌভদ্রেয় সম্বোধিয়া উত্তৰিলা বৃদ্ধে
"বীৰবৰ নাই ভয় ইয়াত তোমাৰ,
অন্যায় বাটে খোজ ললে অচিৰে মৰিব
নিশ্চয় কৌৰব দল, ফান্দৰ হৰিণ
কৰিলে উজাৰ জানা লাগে বান্ধটান
এড়াবলৈ দূৰে থাকা পাণ্ডবৰ সিদ্ধি
ধৰাবন্ধা, যদি তৈতে কৌৰবে পেলায
আগৈযে অন্যায় বাট সিবাটে হুইব
অচিৰে পাপিষ্ঠ পাত বুলিলো তোমাক"
এই দৰে আশ্বাসিয়া ভীষ্মে শিৰোপৰি
আশীর্ব্বাদ কৰি স্নেহে চাই তান পানে
মলচিলা চকু পানা বহিছিলা যেন
ৰত্নময দুই হাৰ নয়নৰ পৰা।
সেই সময়তে তাত গোবিন্দ সহিতে
মুনিন্দ্র মানীন্দ্র লোকে যোগান্দ্র তপস্বী
আহিলা নাৰদ হাতে বীনা যন্ত্র লৈ
গাই মুখে সুললিত মাধবৰ গীত,
( আহা বীণা বাজনত হৰে প্রাণ সবে
যিতো জনে ভাগ্যবলে শুনিবাক পাৰে।)
দেখি আথবেথ হুই জাহ্নবী নন্দনে
দুজনাক প্রনামিয়া লৈলা পদৰজ,
কহিলা মধুৰ ভাষে চায় গোবিন্দক।
"প্রভু! ই দাসক আজি দিয়া দৰিশন
পবিত্রিলা জীৱ আত্মা, উদ্ধাৰ কৰিলা
ই পাপ কলুষ দেহ, পূর্ব্ব পুন্যফলে।
ক্ষমা কৰা জগন্নাথ বিষ্ণু অবতাৰ,
কৰিলো বহুত পাপ আবহ কালত,
মাৰিলো অসংখ্য শৰ গাওত তোমাৰ

দুই খণ্ডে কনা হেন, সমৰৰ বেলি
চাইছিলো, হেৰা প্ৰভু, খঙৰ চকুৰে,
আৰু গৰহিত কথা কতোবা বুলিছো
সুঁৱৰি বিদৰে বুক। ধিক মোৰ কাম
ভাৰত যুদ্ধত দেখা শপথ ভঙ্গাই
ধৰালো তোমাক প্ৰভু চক্ৰ সুদৰ্শন।
কিন্তু তেও কও নাথ লৰা যদি হয়
দুষ্ট, কৰে অপৰাধ হাজাৰ হাজাৰ
জননীৰ, তেও মাৰে, মা বুলি মাতিয়া
আহিলে কোলাক ধায়, লওয কোলাত
মৰমেৰে। আজি প্ৰভু লইলো শৰণ
ই পাপী অধম নৰে মূঢ় মতিচ্ছন্নে।
ভকত বৎসল তুমি ভকত অধীন
বিশ্বৰ কাৰণ হৰি জ্যোতিৰ্ম্ময় দেব
জগতৰ পিতা. নাথ ক্ষমা গুণশীল
কৰুণা নিধান ক্ষমা আপোনাৰ গুণে
শৰণাগতক দিয়া ঠাঁই পাদ পাশে,
কৰোহো প্ৰাৰ্থনা প্ৰভু অন্তিম কালত
ৰৌক মোৰ চিত্ত হৰি তবৰূপ চিন্তি।
কি ভাগ্য কৰিলো মোৰ ইটো পচা দেহে
ব্ৰহ্মাৰ বাঞ্ছনি তুমি মুমূৰ্ষু কালত
দেখিব পালোহোঁ তযু চৰণ যুগল।
এই ৰূপে ভক্তি ভাবে স্তবিয়া তুষিলা
চিন্তামনি বাসুদেৱক গঙ্গাৰ নন্দনে।
সন্তোষিলা নাৰদক ধৰি চৰনত,
কাকুতি মিনতি কৰি মাগি ললা ক্ষমা।
শ্ৰীহৰি তথাস্তু বুলি তথাস্তু নাৰদ
ভৈলা দুয়ো অন্তৰ্ধ্যান। সেই সময়ত
তেওঁৰ লগতে হল ভীষ্ম মোহ মায়া
অসাৰ সকলো লুপ্ত নিজ মন পৰা,

দিবাকৰ তেজে যেন পানীক শুষিলা
অলক্ষিতে, প্ৰদীপৰ লগে গল ছায়া।
কৰি চিত্ত নিমগন চিন্তা নিগূঢ়ত
মুদিলা লোচন দুই ধৰ্ম্ম-পিতামহে।

---




# ৰঘুদেৱ গোস্বামী।

## আত্ম পৰিচয়।

মহাদি দিপক তাতে কৰিয়া শকত।
বিন্দুগজ দিয়া পাচে কৰিয়া যুগুত॥
মিথুন মাসৰ জানা ৰোহিনীক পাই।
সমাপতি ভৈল শাস্ত্র পদ সমুদাই॥
আমি অল্পমতি হুয়া ৰচিলো পয়াৰ।
গোবিন্দৰ লীলা বুলি কৰিয়ো আদৰ॥
জখলাবন্ধাৰ সত্র কলিয়াবৰত।
আমাৰ জনম জানা সেইযে সত্রত॥
সেই সত্রে মূর্খ নাই গোবিন্দ কৃপাই।
ধৰ্ম্মদোল পাতি হৰি সাক্ষাত আছয়॥
দেউদামোদৰী সত্র বুলিয়া কহই।
অল্পকৰি পৰিচয় দিলোহোঁ বুজাই॥

---

## হিতোপদেশী কাব্য।

মগধ দেশৰ ৰাজা অতি মনোহৰ।
বলে বীৰ্য্যে পৰাক্রমে নাহি সমসৰ॥
পুত্র এক আছে তাৰ দ্বিতীয় ভাস্কৰ।
বিক্রমে অতুল সিতো ৰাজাৰ কুমাৰ॥
মৃগয়া কাৰ্য্যত সিতো পৰম নিপুন।
মৃগয়া কৰন্তে মন মজিল তখন॥

এক দিনা প্রভাততে ৰাজাৰ কুমাৰ।
মৃগয়া কৰিতে গৈলা বনৰ ভিতৰ॥
হৰিণ শুকৰ বহু মাৰিয়া তেখনে।
বাপেৰ নিকতে পৃস্থ পঠাই আছে মানে॥
কৃষ্ণ যাড় মৃগ ৰাজা ফুৰিছে বিচাৰি।
ৰাজাক দেখিয়া মৃগ গৈলেক অন্তৰি॥
ঘোৰাত চৰিয়া ৰাজা হৰিণ খেদই।
মহাভয়ে মৃগে পাচে লৰড়ি পলাই॥
মহতি অৰণ্যে পৃস্থ প্ৰবেশ কৰিল।
মৃগক খেদন্তে ৰাজা হাৰাশাস্তি ভৈল॥
সূৰ্য্য অস্ত গৈল পাচে অন্ধকাৰ ৰাতি।
বৃক্ষৰ মূলত বসি গুণে মহামতি॥
কৈৰ পৰা কৈক আইলো নেদেখোঁ উপাই।
সিংহে বাঘে খাইব আজি জানিলো নিশ্চয়॥
এহি গুণি উপৰক চক্ষুমেলি চাই।
বৃক্ষৰ ওপৰে বসি ভালুক আছই॥
দেখিয়া কুমৰে পাচে ভয়তে কাম্পই।
হাত জুৰি ভালুকক বচন বোলয়॥
শৰণ লৈহোঁ মই তোমাৰ চৰণে।
সখিত্ব কৰিয়া মোক ৰাখিবা এখনে॥
শৰণাগতক ৰক্ষা ধাৰ্ম্মিকে কৰই।
ভক্ষাভক্ষ তুমি আমি জগতে জানই॥
ভয়ত ৰাখয় যিবা পিতৃ বুলি কই।
অন্ন দিয়া পালে যিতো সিও পিতৃ হই॥
এতেকে ভয়ত মোক কৰিবা ৰক্ষণ।
পুত্ৰ বুলি ৰাখি মোক কৰিয়ো পালন॥
এহিমতে কহিলন্ত ৰাজাৰ কুমাৰ।
শুনিয়া ভালুকে পাচে কহিলা সত্বৰ॥
উঠি আসা ৰাজপুত্ৰ কিছু ভয় নাই।
নখাইবো তোহোক মই জানিবি নিশ্চয়॥

কিন্তু মনুষ্যত মিত্র নাথাকে সদায়।
চল পাইলে মিত্র ভাব তেখনে এৰয় ॥
অনেক দেখিছো মই শুনিছো বহুত।
নাথাকে বিশ্বাস জানা মনুষ্য কুলত ॥
তথাপি ৰাখিলোঁ তোক ধৰ্ম্ম পথ চাই।
বৃক্ষৰ ওপৰ ডালে বসি থাক তই
শুনি ৰাজপুত্র গৈয়া গছত উঠিলা।
ভালুকক পাচ কৰি আগত বসিলা ॥
এহিমতে দুয়ো পাছে বৃক্ষত ৰহিলা।
সেই কালে ব্যাঘ্র আসি তথাতে মিলিলা ॥
চক্ষু ফুৰাই ব্যাঘ্রে পাচে উপৰক চাই।
ভালুক মনুষ্য দেখি আনন্দে গুণই ॥
নিদ্রায়ে আকুল হুয়া ভালুক আছই।
নিদ্রা নাই মনুষ্যৰ ভয়তে আছই ॥
এহিমতে লাহে লাহে বাঘেও মাতই।
ওচৰ চাপিযা পাচে বচন বোলয় ॥
হিংসক অসুৰ জাতি মোত পৰে নাই।
তথাপি তোমাক দেখি দায়া উপজই ॥
কিকাৰ্য্যে থাকাহা তুমি ভালুক সঙ্গত।
প্রভাত হৈলেক মাত্রে খাইবেক ভোকত ॥
যিমতে ৰহিবা তুমি শুনিয়ো উপাই।
বৃক্ষ ডালে নখ মাৰি শুতিয়া আছই ॥
নখ এৰুৱাই দিলে আপুনি পৰই ॥
মই ধৰি খাইবো তাক তোহৰ কাৰণে।
এতেকে পৰিবি ৰক্ষা জানিবাহা মনে ॥
আজি ধৰি মিত্র ভৈলোঁ তোমাৰে আমাৰে।
নকৰিবা শঙ্কা সখি পেলাও সত্তৰে ॥
শুনি ৰাজপুত্রে পাচে বুলিলা বচন।
কেনমতে তযু কথা কৰিবোঁ গ্রহণ ॥

পূর্ব্বে সখা কৰি আছো আপোন ইচ্ছাই।
কিমতে কৰিবো হিংসা ধৰ্ম্ম নষ্ট যাই॥
শুনি বাঘে হাঁসি পাচে বুলিলা বচন।
হিত বুদ্ধি দিলো তোক দাযাৰ কাৰণ॥
বৃক্ষত উঠিব পাৰে মাটিত চলই।
হেনয় ভালুক হাতে কিমতে এৰাই॥
নোৱাৰোহো উঠিবাক গছৰ উপৰে।
মাটিতে ফুৰিব পাৰো সবে জানে সাৰে॥
ভূমিত আচয় জন্তু খাবোহো বিচাৰি।
মোহোৰ অপ্রিয নৰমাংস মন্দকাৰি॥
এতেকে নকৰা শঙ্কা আমাৰ কথাত।
ভালুক মৰিলে তুমি থাকিবা ভূমিত॥
বনপতি ৰাজা বুলি জগতে জানই।
তোমাকো বোলয নৰপতি সমুদাই॥
সমানে সমানে মিত্র হোৱই শোভন।
উত্তমে অধমে মিত্র মৰণ লক্ষণ॥
এহি মতে বাঘে যেবে ছল বাদ কৈলা।
নজানিযা ৰাজা পুত্রে বিশ্বাস কৰিলা॥
পেলাইবাক ইচ্ছা হৈল ৰাজাৰ কুমাৰ।
নখত ধৰিয়া পাচে দিলেক আজোৰ॥
তেতিক্ষণে ভালুকেও চেতন লভিলা।
হাই হাই বুলি ঋক্ষে বচন বুলিলা॥
শুন অৰে ৰাজপুত্র অধম পামৰ।
ৰাজপুত্র হুয়া পাপ সাঞ্চিলি অপাৰ॥
নখাইবোহোঁ চলিযাস আপোনাৰ ঠাই।
এহি বুলি চাৰি চৰ গালত মাৰই॥
তেতিক্ষণে বাক্য তাৰ সমস্তে গুচিল।
সখেমেৰা বাক্য তাৰ মনত ৰহিল।
এহি চাৰি অক্ষৰৰ অৰ্থক কহয়।
এতেকে তোহোৰ বাক্য পূর্ব্ব মত হয়॥

এহিমতে ভক্ষাভক্ষে মিত্র হুয়া যাই ।
তুমি আমি সেহিমতে থাকিবো সদাই ॥
বৰ দুখে আছো মই ফেটিৰ মাজত ।
প্রাণীহত্যা পাপে পৰি থাকিবা দুখত ॥
এহিমতে চল বাদে সাপেও কহিলা ;
নাজানিয়া এন্দুৰেও প্রতিজ্ঞা কৰিলা ॥
ফেটিৰ আছিল জৰি কুটিল সকল ।
পাচে সর্পে আনন্দতে বাহিৰ হইল ॥
আশ্বাসিয়া এন্দুৰক বচন বোলয় ।
চল সখা তযু গৃহে চলো সমুদাই ॥
সকলো মিত্রক চিনি থওঁ এহিক্ষণে ।
তেবেসে সাফল হই আমাৰ জীৱনে ॥
সর্প সহ এন্দুৰেও গাতক চলই ।
সবাকো দেখিয়া সর্পে আনন্দ কৰয় ॥
এহিমতে সর্পে পাচে মনত গুণিলা ।
প্রথমে বুঢ়াক ধৰি ভোজন কৰিলা ॥
এহিমতে দুষ্টজনে কার্য্যক সাধয় ।
সবংশে এন্দুৰ সব সর্পে ধৰি খাই ॥
শুনা সভাসদ সবে হৰিৰ চৰিত্র ।
অজ্ঞানৰ জ্ঞান হই সদায়ে পবিত্র ॥
দুষ্টৰ সঙ্গত মিত্র নকৰিয়ো ভাই ।
কৰিলে অৱশ্যে দুখ সততে লভই ॥
সোণাৰে সাজিয়া মুখ কথাক কহই ।
তথাপি বিশ্বাস নাই জানিবা নিশ্চয় ॥
হেনজানি নিৰন্তৰে এৰা দুষ্ট কাম ।
দ্বিজ গোস্বামীয়ে বোলে জানি ধৰা নাম ॥

ৰাজ পুত্র গণে পুনৰপি মনে,
দ্বিজত কথা সোধই ।
ভালুকে পঠাইল কুমৰ কি ভৈল
সবে কথা কহিবাই ॥

শুনিয়া ব্রাহ্মনে কহে ওষ্ট মনে,
কুমৰ আসিলা ঘৰে।
পুত্রক দেখিয়া আনন্দ কৰিযা,
বুকত সাবতি ধৰে॥
কি ভৈল কি ভৈল ৰাজাযে কহিল
কি দোষে মাত নোলাই।
অনেক পণ্ডিত আসিল সভাতে,
ৰাজাযে সবাতে কই॥
কি কার্য্যে নোলায বচন দুনাই
শাস্ত্র চাই কহামোত।
একোরে প্রকাৰে কহিতে নাপাৰে
পণ্ডিত আসিলা যত॥
উপাই নাপাই ৰাজাযে কান্দয়,
পুত্রৰ মুখক চাই।
আনা বৰৰুচি দূত গণ পাচি
তান সম জ্ঞানী নাই॥
শুনি মন্ত্রীগণে হাসে মনে মনে,
বৰৰুচি কৈত আছে।
কাটিযা পেলাইলা বহুকাল হৈল,
যম পুৰ গৈযা আছে॥
শুনিযা ৰাজাই বচন দুনাই,
শোকত আকুল হই।
আমাৰ পণ্ডিত ৰাখয় কি মত
ভাৱে পৰি আনা গই॥
তথাপি নিদিযে সম দলে গৈয়ে
যমে সৈতে যুদ্ধ কৰি।
জিনিয়া যমক আনিয়ো গুৰুক,
কহিলোহো নিষ্ট কৰি॥

ৰাজাৰ বচনে চলে দূত গণে
বৰৰুচি আছে যৈত।
ৰাজাৰ আদেশ কহিলা বিশেষ,
কাকুতি কৰে পাৱত॥
মন্ত্ৰীৰ বচন স্মৰি ব্ৰাহ্মণ,
দূত সহ চলি যাই।
বৰৰুচি আইল ৰাজায়ে জানিল
আনন্দৰ সীমা নাই॥
সভাক আনিলা পুত্ৰক দেখাইলা
মুনিয়ে সুধিবে লৈলা।
সখেমেৰা বুলি কহিলা সমুলি,
বাৰে বাৰে তাকে কৈলা॥
বৰৰুচি শুনি পূৰ্ব্বৰ কাহিনী,
জানিযা পাচে কহই।
ভালুক সহিতে মিত্ৰ পাতি তৈতে,
মিত্ৰ হিংসা প্ৰাপ্ত হই॥
বাঘে ভালুকৰে কন্দল পূৰ্ব্বৰে,
বাঘেও চলক পাই।
তোমাৰ পুত্ৰত কহিলা বহুত,
ঋক্ষক দিযা পেলাই॥
নজানি কুমৰে নখক সত্বৰে,
পেলাবাক মন হুই।
জানিযা ভালুক ক্ৰোধিল অধিক,
গালত চৰ মাৰই॥
সখেমেৰা বুলি কহয সমূলি
আন কিছু নোবলই॥
চাৰি অক্ষৰৰ অৰ্থ শুনা তাৰ
মাতিবেক এতিক্ষণে।

শুনা নৰনাৰী গুৰু মনে ধৰি,
গুৰু বাক্য ধৰা মনে ॥
শাস্ত্ৰতো পাৰ্গত কৃষ্ণতো ভকত,
হেন গুৰু ভজা ভাই।
সাক্ষাতে দেখিলা কুমৰ তৰিলা
গুৰুৰ কৃপাক পাই ॥
হেন জানি সবে হেলা নকৰিবে,
গুৰু স্মৰি কৰা কাম ॥
চাৰি অক্ষৰৰ অৰ্থ শুনা নৃপবৰ।
তেবেসে কহিব কথা তোমাৰ পুত্ৰৰ।
শয়নে ভোজনে গুৰু কৰিবে সেৱন।
সেই মতে মিত্ৰ জনে কৰিবে তোষণ ॥
সেতুবন্ধ তীৰ্থে গৈয়া ব্ৰহ্ম বধি তৰে।
মিত্ৰ দ্ৰোহ পাপ তাৰ নুগুচে সম্বৰে ॥
মেৰু সম সোণা যদি দানক কৰই।
তথাপিতো মিত্ৰ দ্ৰোহ পাপক নেবাই।
ৰাজ পুত্ৰ শুনা তই আমাৰ বচন।
মিত্ৰ দ্ৰোহ নকৰিলে থাকিবি কৈল্যান ॥
এহিমতে বৰৰুচি অৰ্থক কহিলা।
তেখনে কুমৰে পাচে কথাক কহিলা ॥
পূৰ্ব্ব মতে ৰাজপুত্ৰে কথাক কহই।
সবেও দেখিয়া পাচে আনন্দ কৰই ॥
পুনৰপি বহুদৰ্শি দ্বিজত সোধই।
কিবা দোষে বৰৰুচি অন্য থানে যাই ॥
ৰাজগুৰু বৰৰুচি জগতে জানই।
হেন জনে কাটিবাক আজ্ঞাক কৰই ॥
অৱশ্যে শুনিব লাগে পূৰ্ব্বৰ কাহিনী।
বিস্তাৰিয়া কহা গুৰু তুমি সৰ্ব্ব জ্ঞানী ॥
শুনি দ্বিজ বৰে পাচে কহিবে লাগই।
শ্ৰেষ্ঠ হুয়া বৰৰুচি সঙ্গত থাকয় ॥

পণ্ডিত অনেক থাকে তাহাৰ লগত।
গুনে মানে তান সম নাহিকে ভূমিত॥
একদিনা বৰৰুচি ভিতৰে গমন।
ৰাজা কথা শেষ কৰি বসিলা আসন॥
ৰাণী সহ ৰাজা তাতে বসিয়া আচয়।
গুৰুক দেখিয়া ৰাজা প্ৰণাম কৰয়॥
ৰাণীৰ ভাগ্যক দেখি লক্ষণ চাহিলা।
কুলক্ষণ বহু আছে মুনিয়ে জানিলা॥
এক মাত্ৰ সুলক্ষণ যোনিত আছয়।
সেই গুণে অৰ্দ্ধাসনে বসিয়া থাকয়॥
আত পৰে অন্য গুণ নাহিকে ৰাণীৰ।
মহা সুলক্ষণ বলে বল্লভ ৰাজাৰ॥
সামান্য কুলত উপজিল এহি কন্যা।
এক মাত্ৰ সুলক্ষণে ভৈল আসি ধন্যা॥
এহি মতে বিচাৰিয়া ৰাণী ভিতি চাই।
হাসিলেক বাৰদ্ধাৰ ৰাণী মুখ চাই॥
হেন দেখি ৰাজা পাচে গুৰুত সোধই।
কি কাৰ্য্যে হাঁহিলা গুৰু কহিয়ো নিচই॥
শুনি বৰৰুচি গুৰু বোলয় বচন।
যি কাৰণে হাঁসো মই শুনিয়ো কাৰণ॥
সামান্যত উপজিয়া ৰাজ ৰাণী হই।
অৰ্দ্ধাসনে বসি থাকে আনন্দিত হই॥
বহুত কুলক্ষণ আছে ৰাণীৰ দেহত।
একমাত্ৰ সুলক্ষণ আচয় যোনিত॥
দুই গুটি ৰক্ত তিল বাম ভাগে আছে।
সেই সুলক্ষণে জানা ৰাণী হই আছে॥
ৰক্ত তিল থাকে যাৰ যোনিৰ বামত।
মহা সুখী হুয়া থাকে জানিবা ভূমিত॥
এতেকে হাঁহিলো মই ৰাণীৰ কাৰনে।
মহা ভাগ্যৱতী ভৈল তোমাৰ ভবনে॥

হেন মতে গুরু যদি কহিলা ৰাজাত।
মনে মনে ৰাজা পাচে গুণিলা মনত ॥
ৰাণী সহ প্ৰিতি আছে কথাতে জানিলো।
দুৰ্জ্জন ব্ৰাহ্মণ এই কাটিয়া নিকালো ॥
এহি গুণি ক্ৰোধ কৰি আজ্ঞাক কৰই।
কাটিবাক নৈয়া যাই মন্ত্ৰীয়ে শুনই ॥
লোক পঠাই অনাইলেক মন্ত্ৰীৰ ওচৰ।
প্ৰচণ্ড আদেশ কথা শুনি মন্ত্ৰী বৰ ॥
কিমতে ৰাখিবো আঙ্ক মনত গুণিলা।
দেশান্তৰি কৰি পাচে গুৰুক পঠাইলা ॥
মন্ত্ৰীৰ প্ৰসাদে গুৰু প্ৰাণ ৰক্ষা পাই।
কুবুদ্ধি ৰাজাৰ ধৰ্ম্ম হাততে লুকাই ॥
অবিচাৰে গুৰু দুখ ৰাজায়ে দিলেক।
সেই দোষে ৰাজা পাচে পাইলেক নৰক ॥
পুত্ৰৰ নিমিত্তে পাচে গুৰুক আনিলা।
তেতিয়াহে সবে কথা ৰাজায়ে জানিলা ॥

---




# ইন্দিবৰ বৰুৱা।

## জীৱনাদর্শ।

### মহাৰাজা বুদ্ধিস্বৰ্গ নাৰায়ণ।

বুদ্ধিস্বৰ্গ আসামৰ এজনা ক্ষমতাপন্ন ৰাজা আছিল। ১৪৭৪ শকত (১৫৫২ খৃঃ অব্দ) এওঁৰ জন্ম হয়। ১৫৩৩ শকত এওঁৰ পিতা গোঁড়াৰাজা স্বৰ্গী হলত এওঁ ৰাজা হল। আহোম মতে এওঁৰ নাম চুচেংফা আৰু বুঢ়া কালত ৰাজা হোৱা বাবে বুঢ়াৰাজাও আছিল। এওঁৰ এজনা মাগোন কুঁউৰী আছিল। এও ৰাজাই দেশৰ অৰ্থে বহু ভাল কাম কৰিলে। সেই বিলাকৰ ভিতৰত এই খিনি প্ৰধান ঃ—

তিৰো পৰ্ব্বতৰ ওপৰত নগৰ আৰু পুখুৰি, দলৌগুড়িত বহাৰ; তাওকাকত নগৰ আৰু পুখুৰি; জামিৰাত নগৰ আৰু ৰূপহী নামে পুখুৰি; উৰিকাত শিলৰ শাঁকো; নগৰ আৰু বহাৰ; চিনাতলিত গড; মহঙ্গাৰ পৰা মুবকটা ফাটত লগাই গড় আৰু ব্ৰহ্মপুত্ৰৰ পৰা পৰ্ব্বতলৈকে তিয়কৰ কটাৰি খামৰ গড়; বিশ্বনাথ আৰু দেৱৰগাঁৱৰ দল; ফুটুকাতলিত কোৰোকা খহাই জয়খামডাংখাট; তেৱালৰ গড; সলালৰগড় আৰু সলালফাট, গড়গাঁৱৰ পৰা জামিৰালৈকে বড় আলি আৰু গাঁৱলৈ চটাই আলি; উত্তৰে দক্ষিণে মেৰাই ৰাজগড়—যাক দক্ষিণে লাদৈ ও কোটহাগড়, মাজুলিত মেড়াগড় আৰু উত্তৰে চোয়াৰ্তলৰ গড় বোলে; জবকাৰ আলি, বকতাৰ আলি, হাৰাপৰা আলি, নুমলিগড়, ৰাঙ্গলুগড়, আদি অনেক আলি, পদূলি, নগৰ; লুইতৰ পৰা পৰ্ব্বতলৈ চামধৰাগড়; দোপদৰত হাট; লোন পূৰিয়া কাটলুয়া দি ভাটিৰ লোনৰ বেপাৰৰ বাহিৰেও নামচাং বড়হাট কৰি লোন পূৰিবলৈ লোন পুং উলিয়ালে।

বুদ্ধিস্বৰ্গ ৰাজাই দেৱোত্তৰ আৰু ব্ৰহ্মোত্তৰ কৰি মাটি দিয়াৰ নিয়ম উলিয়াই আৰু এওঁৰ দিনৰ পৰা আসামত দুৰ্গোৎসব পূজা হবলৈ ধৰিছে; ইতিপূৰ্ব্বে আসামত এই মহোৎসব কৰা নাছিল। এওঁ পৰদেশলৈ কটকী চলাচল কৰিবলৈ

বামুন কটকী নিযোজন কৰে, পৰ দেশৰ ভাল বস্তু ও ব্যৱহাৰ গুপ্তভাবে চাবলৈ নাঙ্গঠা বৰাগীৰ বেশ পাতে আৰু হিন্দু আখৰেৰে ৰূপৰ আৰু সোণৰ মোহৰ মাৰিবলৈ সাচ কৰায়। এওঁৰ দিনতে অনেক বিদ্যাৱন্ত লোক ভাটিৰপৰা আসামলৈ আহে আৰু পৰ দেশৰ ধোবা, নাপিত, তাঁতি, বাটে আদি শিল্প বিদ্যা জনা মানুহ অনাৰ নিয়ম কৰিলে।

দিল্লীশ্বৰে আসাম দখল কৰিবলৈ সৈয়দ নাবাকৰ আৰু সত্ৰাজিৎ সেনাপতিক পঠাইছিল। বুদ্ধিস্বৰ্গই যুদ্ধত উভয় সেনাপতিক হৰুৱাই আপোন ৰাজ্য গুৱাহাটী পৰ্য্যন্ত বিস্তাৰ কৰিলে। সত্ৰাজিৎ পৰাজয় কৰি মাৰা শেনচোৰাক ধৰি আনিলে, তাৰে পৰা সৰু শেনৰ খেল চলিল। কামৰূপৰ ৰজা পৰীক্ষিতেৰে তেওঁৰ সহোদৰ মানসিংহই বিৰোধ লগাত বুদ্ধিস্বৰ্গ ৰজাৰ শৰণাগত হলহি। ৰজাই তেওঁক কেকোৰা দোলা, আড়োৱান, মাটি বাৰী মানুহ দি নামৰূপীয়া ৰজা পাতিলে; তাৰে পৰা নামৰূপীয়া ৰজা হল।

এই জনা ৰজাই বাৰ ভূঞাক ভাঙ্গি ঠাইয়ে ঠাইয়ে পাতিলে। ধৰ্ম্মনাৰায়ণক দৰঙ্গৰ আৰু তেওঁৰ অনুজ গজনাৰায়ণক বেলতলাৰ ৰজা পাতি ডিমৰুৱা কৰতলীয়া কৰিলে। এওঁ ডমলা গড় কৰাই গৰুমৰিয়া পাতি আবৰ, মিৰি, ডফলাৰ পচা লগাই সিহঁতৰ দেশৰ উৎপন্ন দ্ৰব্য কৰ দিবলৈ নিয়ম লগালে, নৈকে আসাম আৰু কছাৰী দেশৰ সীমা পাতি কছাৰীহঁতক কৰতলীয়া কৰিলে আৰু নগাগড় বন্ধাই নগাৰ দুৱাৰ ভেদ কৰি মাটি কটকী চৌতালি বছৰি বছৰি নগাৰ উৎপন্ন দ্ৰব্য কৰ অনাৰ ধাৰ্য্য কৰিলে।

এওঁয়েই ৰহাত কছাৰীৰ সম্বাদ দিবলৈ ৰহিয়াল বৰুৱা, জয়ন্তাৰ বাতৰি জনাবলৈ জাগিয়াল গোহাঁই, ডফিৰিং, জয়ন্তা আৰু ডিমৰুৱা গাড়োৰ খবৰাখবৰ দিবলৈ কাজলিমুখীয়া গোহাঁই, বিষয় নকৈ উলিয়ালে, আৰু এই কেজনাক ৰাজখোৱা মৰ্য্যাদা দিলে।

এই ৰজাৰ পূৰ্ব্বে আসামত সংস্কৃতৰ আলোচনা নাছিল বুলিলেও হয়। এওঁয়েই ঠাইয়ে ঠাইয়ে পঢ়াশালা পাতি সেই অভাৱ গুচালে। এওঁৰ দিনৰ পৰাই ৰাজসভাত পণ্ডিত ৰাখিবৰ নিয়ম হয়, আৰু এওঁ ৰাজকাৰ্য্য সকলোবোৰ স্বয়ং নকৰি সভাৰ পৰামৰ্শতে কৰিছিল। তেওঁ অতি দান দুখী প্ৰজাৰেও কথা হৈছিল, আৰু সিহঁতৰ দুখ বেদনা শুনি নিবাৰণৰ চেষ্টা কৰিছিল।

পূৰ্ব্বে বঙ্গালেৰে ৰণ হওঁতে বহুত মানুহক লগুণ দি বামুন সজাই যুদ্ধ কৰিবলৈ পঠোৱা হৈছিল। যুদ্ধৰ অন্তত ঘৰলৈ আহি সেইবোৰ মানুহে লগুণ ৰাখিছে বুলি

বুজ পাই, লগুণ গুচাবৰ নিমিত্তে এই ৰাজাই লেকাই চেটীয়াক আজ্ঞা দিলে। লেকাইয়ে আঠ ঘৰ এৰি বাকি সকলোবোৰৰ লগুণ গুচালে। পাছে সেই আঠ ঘৰক তেনে বামুন বুলি জানিবৰ নিমিত্তে সিহঁতৰ নামৰ অন্তত "আল" লগাই চিন ৰাখিলে; যেনে পিঠিয়াল, ঘড়িয়াল ইত্যাদি। এইবাবে এতিয়ালৈকে মানুহে কয় বোলে "লগুণৰ গুৰি লেকাই চেটীয়া।"

দেশত ক্রমে নানা উৎপাত আৰু অমঙ্গল হবলৈ ধৰাত বুদ্ধিস্বৰ্গ ৰাজাই দেৱৰ গাঁৱৰ দেৱালয়লৈ মানুহ পঠাই তেওঁৰ আয়ুসৰ বাতৰি জানিবলৈ দিলে। সেই মানুহটোক নিশা সপোনত কলে যে দেৱালয়ৰ ফুলনি বাড়ীত নাহৰ ফুল এটা পাবা, সেই ফুলটো ৰাজাক দিলে ৰাজাই আয়ুসৰ কথা জানিব পাৰিব। বাতিপুৱা ফুলনি বাড়ীত সেই মানুহটোৱে অকালত ফুলি থকা তিনিপপীয়া নাহৰ ফুল এপাহ পালে। সি সেই ফুল পাহ আনি ৰাজাক দিলেহি। ৰাজাই ফুল দেখি তিনি পখ মাথোন জীয়াই থাকিম জানি সকলো প্রজাক চাই লবৰ মন কৰিলে। এই হেতুকে তেওঁ চৰানাওত উঠি দিখৌৰে গড়গাৱঁৰ পৰা সোণাৰী নৈৰ বহাৰ পৰ্য্যন্ত অহাযোৱা কৰি দুই পাৰে গোটখোৱা লৰা বুঢ়া সকলো প্রজাক চাই কলে, "মোৰ আয়ুস সমাপত হৈছেহি; তোমালকৰ্ক প্রতিপাল কৰোতে বহুতে সুখো পাইছা আৰু বহুতে দুখো পাইছা; কিন্তু এতিয়া সেই বোৰ কথা একো মনত নৰাখি তোমালোক সকলোৱে ক্ষমা কৰি উদাৰভাৱে মোক বিদাই দিব লাগে।" এনে বোলাত সকলো প্রজাই হৰিধ্বনি কৰি কলে যে "স্বৰ্গদেৱৰ অৰ্থে কেঁচাই খাতি আইক আমি এশ নৰবলী দিম। স্বৰ্গদেৱ চিৰজীৱীহৈ থাকোক।" তাতে ৰাজাই কলে "ঈশ্বৰৰ প্রদত্ত নিয়ম কোনোমতে উলঙ্ঘন হব নোৱাৰে; নৰবলিয়েও মোৰ আয়ুস বঢ়াব নোৱাৰে। তোমালোকে মোক যে ইমান ভাল পোৱা মই এই কথা পূৰ্ব্বে নাজানিছিলো। মোৰ এইয়ে শেষ বিদায়; মোৰ যেন সজ্ঞান মৃত্যু হয়, সকলোৱে অকপতে বাক্য বুলিবা।" এই বুলি নগৰলৈ গৈ সাত দিনৰ পাছত ১৫৬১ শঁকত ( ১৬৪৯ খৃঃ অঃ) আৰু ৯৭ বছৰ বয়সত মহাৰাজা স্বৰ্গী হল। ওপৰত লেখা সপোনৰ কথাটোৰ সত্যাসত্য মীমাংসা কৰা আমাৰ উদ্দেশ্য নহয়; অতএব যেনে শুনা আছে হুবহু তেনে লেখা হল।

এওঁ ৩৮ বৰ্ষ মাথোন ৰাজ্যভোগ কৰিলে। ইয়াৰ ভিতৰত তেওঁ আত্মসুখত বিস্মৃত নহৈ দেশৰ অনেক উন্নতি কৰি চিৰকালৰ নিমিত্তে স্বকীৰ্ত্তি থৈ গৈছে। এওঁৰ পাচৰ মহাৰাজা সকল এওঁৰ নিচিনা হোৱা হলে; আমাৰ দেশৰ ইমান শোচনীয় অৱস্থা নহল হেতেন।

# মোমাই তামুলী বৰ বৰুৱা।

১৫০১ শকত ( ১৫৭৯ খৃঃ অঃ ) লুথুৰাশন আহোমৰ বংশত মোমাই তামুলীৰ জন্ম হয়। এও অতি দৰিদ্ৰ হেতুকে নাজিৰাৰ গণক এঘৰত ভাত কাপোৰিযাকৈ আছিল। তেতিয়া তেওঁৰ বয়স ২৫ বৎসৰ হৈছিল। পূৰ্ব্বে আমাৰ দেশত ৰাজাৰ নগৰৰ বাহিৰে ইতৰ মানুহৰ ঢাপ মৰা বাড়ী নাছিল; কিন্তু ভাবি বৰ বৰুৱাই গণকৰ ঘৰদুৱাৰ এনেদৰে চাফ চিকন ৰাখি, বাড়ী মেৰাই ঢাপ মাৰি টাটি চকোৰা দি নানা তৰহৰ ফুল লগাই দিলে যে বাটৰুৱাইও এবাৰ বৈ চাই নগলে নোৱাৰে। এইদৰে তেওঁ কুৰচুত কপট নকৰাকৈ বনবাবি কৰি মোমাই নামলৈ গণকৰ ঘৰত ৭।৮ বছৰ কটালে।

ভাগ্যচক্ৰৰ পাক কাৰো বুজিবৰ সাধ্য নাই। এদিনাখন বুদ্ধিস্বৰ্গ মহাৰাজা শেন মেলিবলৈ নাজিৰালৈ যায়। বাটতে তেও গণকৰ বাড়ী ঘৰদুৱাৰ দেখি তধা লাগি বৈ, কাৰ ঘৰ বুলি শুধিলে আৰু গণকৰ ঘৰ বোলা• গণকক মতালে। তেতিয়া গণকৰ কণ্ঠত ধাতু নাই, আৰু সি ভাবিলে, “মই কিবা জগৰতে লগালো।” এই চিন্তা কৰি ডিঙ্গি আগ বঢ়াই গণকে মহাৰাজাৰ আগত আঠু ললেগে। মহাৰাজাই কিছুমান পৰৰ পাছত শুধিলে “দৈৱজ্ঞদেউ! তোমাৰ ঘৰ বাড়ী কাৰ দ্বাৰাইনো এনে দৰে কৰাইছা?” গণকে কলে “স্বৰ্গদেউ। মোৰ ঘৰত মোমাই নামে লুথুৰাশনীয়া লৰা এটা আছে, এই সকলোবোৰ তাৰে বন।” ৰাজাই তেতিয়াই মোমাইক চাবৰ নিমিত্তে মতালে। মোমাই দেখিবলৈ অতি সুন্দৰ, মহাবলিষ্ঠ, তেজস্বী আৰু বুদ্ধিমান আছিল। দেখিযেই ৰাজাৰ মৰম লাগিল আৰু ৰাজাই গণকক কলে বোলে “যি হয় লৈ লৰাটো মোক দিয়া।” গণকে কলে, “মহাৰাজ! ই মাথোন ভাত-কাপোৰায়াকৈহে আছে; মোৰ আন একো লোৱা নাই; মহাৰাজাৰ প্ৰজা, মহাৰাজাই নিলে মোৰ কি মাত আছে। পাছে স্বেচ্ছাচাৰী ৰাজা বুলিও বুদ্ধিস্বৰ্গই গণকক তুস্ট কৰিহে মোমাইক লগত লৈ গল।

মোমাইৰ ভাগ্য-লক্ষ্মী ক্ৰমে সুপ্ৰসন্ন হৈ আহিল। নগৰ পাই ৰাজাই মোমাইক কলে, “মোমাই! গণকৰ ঘৰ দুৱাৰ যেনে চকতলগা কৰিছিলি মোৰ ফুলনি বাড়ীও সেই দৰে কৰিব লাগে আৰু তাকে কৰিবলৈ তোৰ লগত এই দুকুড়ি বাড়ীচোৱা দিলোঁ।” মোমাইয়ে ইয়াৰ পূৰ্ব্বে নিজ হাতে বন কৰি ভাত মোকোলাইছিল, কিন্তু এই প্ৰথম লোকক বাবলৈ পাই তেওঁ অতি উৎসাহেৰে ৰাজাৰ মনোমত কৰি গড়গাও আৰু ৰঙ্গপুৰ নগৰৰ ফুলনি বাড়ী কৰোৱাত ৰাজাই ভিতৰ ঘৰবোৰ সজাবলৈ

ভাৰ দি 'তামুলী লিগিৰা' বাব দিলে। মোমাইযে সেই ঘৰবোৰ সুন্দৰৰূপে সজাই সকলো দ্ৰব্যবস্তু পৰিপাটী কৰি ৰাজাৰ সন্তোষ লগাকৈ ৰাখিলে। পাছে ৰাজাৰ ঘৰৰ লা-লিগিৰাবোৰৰ কাম কাজত কোনো তাযন নেদেখি মোমাইযে এদিনা ৰাজাক জনালে যে "স্বৰ্গদেৱে কোনো কাম কৰাবলৈ হলে মানুহ মাতি থাকিব লাগে নেমাতিলে একোকে নেপাই ; আনৰ কথা কি, এনে দস্তুৰ ইতৰ ভদ্ৰলোকৰ ঘৰতো দেখা নেযায়।" এই কথা শুনি ৰাজাই তুষ্ট হৈ কলে, "মোমাই, এই বিষয়ে তুমি যেনে ভাল দেখা তেনে কৰা।" তেতিয়াই মোমাইযে কামৰ দিহা লগাই, অমুক খিনি মানুহে ৰাজাই গা ধুবলৈ আৰু খাবলৈ সোন্দোৰাদিযা পানী তপতাব, অমুক খিনিয়ে খোৰাব কাৰবাৰ কৰিব, অমুক খিনিয়ে ৰাজাৰ ওচৰত থাকিব ইত্যাদি ক্ৰমে সকলো বন ভাগ বাটি দিলে। তেতিযাৰ পৰাহে লা-লিগিৰাবোৰৰ আলপিছন ধৰিবলৈ মাতিব নলগাত পৰিছে আৰু তেতিযাৰ পৰাহে বাবৰ বন বাৰে ঠাকঠিককৈ কৰি থবলৈ ধৰিছে।

ৰাজঘৰৰ এনে সুবন্দবস্ত লগোৱা দেখি ৰাজাই যাবপৰ নাই সন্তোষ পাই মনে মনে ভাবিলে যে এনেকুৱা কাযাদক্ষ মানুহটোক কি দিনো পুৰস্কাৰ কৰিম। পাছে অনেক ভাবি চিন্তি ৰাজ কাৰ্য্যৰ সকলো ভাৰ দিবৰ স্থিৰ কৰি "বৰ বৰুৱা" নামে মহাসম্ভ্ৰান্ত বিষয় দি ৰাজাই তেওঁক ৰাজমন্ত্ৰী পাতিলে। তেতিযাৰ পৰা মোমাই নামগুছি তেওঁ 'মোমাই তামুলী বৰবৰুৱা' নামে প্ৰখ্যাত হল। ৰাজাই এই নতুন মন্ত্ৰীকে দেশখন ভাগলগাই প্ৰজা সংস্থাপনৰ ভাৰ দিলে।

সেই কাল বিপৰিত কাল বুলিব লাগে। তেতিযা প্ৰায় সকলো ভদ্ৰ মানুহ ইমান দ্বেষ হিংসা পৰবশ আছিল যে তেওঁলোকে বিশেষ গুণী লোক দেখিলেই নানান দুৰ্গতি কৰাইছিল বা যমালয়লৈ পঠাইছিল। চোৱাচোন, এনে দিনতো সামান্য মোমাইয়ে বুদ্ধি বলেৰে কি হৈছে গৈ। পাছে দেশ ভাগ কৰা হেন গুৰুতৰ কাৰ্য্যভাৰ পাই বৰবৰুৱাই মূৰৰ ওপৰত তৰোৱাল অৰা যেন আশঙ্কা কৰি কলে, "মহাৰাজ, মই অতিক্ষুদ্ৰ প্ৰাণী; একেবাৰে সকলোৰে ওপৰ কৰা দেখি মনত খুহুতুহনি লাগিছে ; কাৰণ সকলোবোৰ বৰ বৰ মানুহৰে মোলৈ হিংসা হব আৰু তেতিয়া মোৰ প্ৰাণলৈ টনাটনি পৰিব।" এই কথা শুনি ৰাজাই গমি চাই বুঢ়া গোহাই, বৰ গোহাই, বৰ পাত্ৰ গোহাই, আদি সকলো বৰুৱা ফুকন ডাঙৰীয়াক গোটাই মোমাই তামুলী বৰ বৰুৱাৰ কাৰ্য্যভাৰৰ আজ্ঞা শুনালে। তাতে সকলোটিয়ে সন্মতি দিলে।

মোমাই তামুলীয়ে এইৰূপে নিঃশঙ্কাকৈ দহেজাৰ মানুহ লগতলৈ ওলাল। পাটকাইৰ পৰা গুৱাহাটীলৈকে পৃথক পৃথক ৰূপে মাটি ভাগ কৰি গাওঁ পাতি নাম দিলে; প্ৰত্যেক প্ৰজাৰ বাড়ী মেৰাই ঢাপ মৰালে আৰু ঘৰে ঘৰে পুখুৰি একোটা খানি লবলৈ হুকুম শুনালে; প্ৰতি গাঁৱে পঢ়াশালা পাতি দিলে; ধোবা, নাপিত, কমাৰ, চমাৰ, কুমাৰ, কহাৰ ইত্যাদি ব্যৱসাই মানুহ বহুৱালে; দহ বাৰ খন গাঁৱৰ মাজত হাট পতাই দিলে, আৰু এখন গাঁৱৰ মানুহে অইন এখন গাঁৱলৈ সদায় লাগতিয়াল বস্তু বিচাৰিব নলগা কৰি নিজ নিজ বাড়ীত বাহ, আম, কঠাল, তামোল, পান আদি শস্য ৰুই লবৰ নিয়ম কৰিলে; গাঁৱৰ সামান্য জগৰ ভাঙ্গিবৰ নিমিত্তে গাঁৱবাৰিক, বড়া শইকীয়া, হাজৰিকা পাতি দিলে; ৰাজমন্ত্ৰীৰ শোধৰ নিমিত্তে ডাঙ্গৰ ডাঙ্গৰ জগৰ বিলাকহে মাথোন ৰাখিলে; প্ৰজাবিলাকক পৰিশ্ৰমী কৰাবৰ মনেৰে গৰলি মাইকী জনায়ে পতি ৪টা সূতালাছি কাটিবলৈ আৰু মতাই ভাত হয় মানে এখন চালনী বা এখন কুলা বা এটা খড়াহি বা এটা পাচি বা এখন চৰা সাজিবলৈ হুকুম কৰি দিলে; এই হুকুমৰ অন্যথা হলে গাঁওবাৰিকে বড়া শইকীয়াক কৈ মতা মাইকী সকলোকে চাইটা চাইটা কোব মাৰিবৰ নিয়ম কৰিলে; বৰুৱা ফুকন, ডাঙ্গৰীয়া প্ৰভৃতি বিষয়া সকলৰ প্ৰবৰ্তনৰ নিমিত্তে গাঁও আৰু মানুহ দিয়ালে আৰু নগৰ সৌষ্ঠব ও নগৰ ৰক্ষাৰ নিমিত্তে নানা শিল্পকাৰ, কাৰী, বাকৰতা, হিলৈদাৰী প্ৰভৃতি ভাগে ভাগে মানুহ লগাই দিলে। এইবোৰ নিয়মেৰেহে আসামৰ ৰাজকাৰ্য্য ৰাজা থাকে মানে চলি আছিল। এই মহাত্মাৰ সুশাসনৰ গুণে প্ৰজাবৃদ্ধিকৈ পৰ্ব্বতৰ দাঁতিলৈকে বসতি কৰি মহা সুখে কাল নিয়াইছিল।

চোৰাচোন, এই জনা কেনে অসাধাৰণ পুৰুষ। তেওঁ একালত পেটৰ ভাত আৰু গাৰ কাপোৰৰ নিমিত্তে গনকৰ ঘৰত খৈয়া খাটিছিল, কিন্তু সেই ঘৰত আপোন ঘৰহেন ভাবি চকুত লগাকৈ কাম কৰা বাবে তেওঁ খলপা-খলাপে ওপৰলৈ উঠিবলৈ পালে আৰু আপোন যত্ন, পৰিশ্ৰম ও বুদ্ধিবলেৰে ৰাজ্যৰ ভিতৰত সৰ্ব্বোচ্চ বিষয় পাই কেনে সুখে সম্ভোগে ১৫৭২ শকত (১৬৫০ খৃঃ অঃ) পৰলোক যাত্ৰা কৰিলে অতএব যি কামকে কৰা লাগিলে মন দি চকুত লগাকৈ কৰিব লাগে।

---




# কালিৰাম বৰুৱা।

## কামাখ্যা

কামাখ্যা (কাম+আখ্যা) কাম শব্দে ইচ্ছা আখ্যা শব্দে নাম। যাৰ নাম হৈছে কাম, এতেকে কামাখ্যা। প্ৰলয কালত এই জগত এনে প্ৰকৃতিত লীন আছিল যে ই প্ৰত্যক্ষ অনুমান আৰু শব্দ এই তিনি প্ৰকাৰ প্ৰমাণৰ বিষয় নাছিল। সমস্ত জগত প্ৰসুপ্ত অবস্থাত আছে। এনে অনুভৱ হৈছিল।

আসা দিদং তমোভূতমপ্ৰজ্ঞাত মলক্ষনং।
অপ্ৰতৰ্ক মবিজ্ঞেয়ং প্ৰসুপ্ত মিব শৰ্ব্বতঃ॥
মনু, ১ম, অ, ৫ম, শ্লোক।

পিচত জগত ধ্বংস অৱশেষ ভস্মআচ্ছাদিত সুপ্ত প্ৰকৃতি ও মহাদেবৰ ইচ্ছা হল। জগত হল, তেওঁ প্ৰকাশ হল। এতেকে ইচ্ছা বা কামেই আদি শক্তি। যাৰ ইচ্ছাত এই ভূঃ ভুবঃ স্বঃ লোক প্ৰকাশ। যেতিয়া আকৌ তেওঁৰ ইচ্ছা অন্তৰ্ভূত হয়, তেতিয়া তেওঁৰ সংসাৰৰ কাৰ্য্য এৰাব পাৰিব। প্ৰেমৰ প্ৰতিমা কাতি হব। জগত ধংস হব। আকৌ তেওঁ সুপ্ত অবস্থাত গত হব। প্ৰথমতে কামৰ উৎপত্তি। তাৰ পিচত কাৰ্য্য, এতেকে কামেই সকলোৰে মূলাধাৰ। কামেই শক্তি। যেতিয়া মানুহৰ একোলৈ ইচ্ছা নাই কিয়া হয়, তেতিয়া মানুহ শৱ। শক্তি যুক্ত পুৰুষক, সকামী পুৰুষক সকলোৱে পূজা কৰে। নিষ্কামী পুৰুষক কোনেও নামানে। কামেই ধ্যেয়, সত্য বস্তু। যেতিয়া কামে কাৰ্য্য কৰে তেতিয়া কামৰ চেতন ভাব। যেতিয়া কাৰ্য্য নকৰে তেতিয়া কামৰ আচেতন ভাব, সুপ্ত অৱস্থা। ঈশ্বৰৰ সকাম বা কাৰ্য্যকাৰী ভাৱেই প্ৰকাশ ভাৱ। নিষ্কামী, কাৰ্য্য ৰহিত ভাবেই অপ্ৰকাশ ভাব, সুপ্ত অবস্থা। সংসাৰৰ বা ঈশ্বৰৰ কাৰ্য্য কৰিবলৈ এৰি অক্ষম হৈ, অচেতন ভাৱে শুই থকা পুৰুষক কোনেও ভাল নেপায়। অইন কি চকুৰে চাবলৈকে ভাল নেলাগে। কিয়? কোনে হাক দিয়ে? কাম ৰহিত দেখি চেতন নোহোৱা দেখি কামে হাক দিয়ে। চেতন স্বৰূপ পৰমাত্মাই হাক দিয়ে। মৃতৰ

লগত অমৃতৰ, জীৱিতৰ প্ৰেম ভাৱ হব নোৱাৰে। সম ভাৱৰ লগত সম ভাৱৰ হে সখি। সমৰ লগত বিসমৰ কেতিয়াও মিল নহয়। আন্ধাৰে পোহৰে কেতিয়াও মিল নাখাই। এটাক দেখিলে এটা পলায়। মৃতৰ লগত অমৃতৰ কেতিয়াও প্ৰেম নহয়। জীৱাই মৰাক দেখিব নোখোজে। শক্তিবন্তই শক্তিহীনক দূৰতে ৰাখে, হেয় জ্ঞান কৰে। কামিলাই অকামিলাক ভাল নাপায়।

ঈশ্বৰৰ নাম জপ কৰা, ও এটা কাম মনৰ কামনাৰ অনুৰূপ কাৰ্য্য, আৰু লৰা ছোৱালী পিতা মাতা প্ৰতিপালন কৰাও এটা কাৰ্য্য। গছৰো জীৱ ৰূপে কাম বা শক্তি আছে। গছ বিলাকেও কাৰ্য্য কৰে। সংসাৰ শোভা বঢ়াই, পাত ফুল ফল জন্মাইছে। গছৰ মূলত কামৰ বীজ নাথাকিলে কেনেকৈ বছৰে বছৰে পাত ফুল ফল দি ঈশ্বৰক পূজে। কামেই ফুল, কামেই ফল। কাম স্বৰূপ বসন্তৰ উদয় হলেহে কাৰ্য্যৰূপ গুটি ধৰে। গছৰ অন্তৰ্গত জীৱ শক্তিৰ পাত, ফুল, ফল জন্মাবৰ কামনা নাথাকিলে গছক কিয় জীৱাই ৰাখিব? মাটিৰ পৰা কিয় ৰস টানি গছক পুহিব। কামৰ আৰু জীৱ শক্তিৰে একে ভাৱ। যতে জীৱ, ততে কাম, ততে চেতন শক্তি। সংসাৰত যিমান দিন কাম আছে, সিমান দিন প্ৰেম আছে। সিমান দিন কাৰ্য্য আছে। কাম, প্ৰেম, কাৰ্য্য একে, যেনে গছৰ অঙ্কুৰ, ডাল, পাত, ফুল, ফল। কামনাৰ দ্বাৰে কাৰ্য্য কৰাই, ঈশ্বৰৰ উপাসনা। অনাপ ভাব বেলেগ, সৎবৃত্তি চৰিতাৰ্থ কৰাই পুৰুষৰ কাৰ্য্য।

মনৰ কামনা মতে এক চিত্তেৰে কাৰ্য্যত প্ৰবৃত্তি হলেহে মানুহৰ মঙ্গল হয়। যি কাৰ্য্য দি আমি সংসাৰত সুখ পাও, সেই কাৰ্য্যৰ চালক শক্তিও কাম। কোনো কাৰ্য্যলৈ কামনা নহলে, কাৰ্য্যৰ প্ৰতি প্ৰেম নহলে, কামত কিহে মন লগাব। কাৰ্য্য ৰূপ গছৰ কামনায় অঙ্কুৰ, উদ্যোগেই ডাল, পাত, কাৰ্য্যৰ ভাল পোৱাই কাৰ্য্যৰ লগত প্ৰেম কৰাই ফুল। ফুলৰ পিচতেই ফল। আগেয়ে হৃদয়ত অঙ্কুৰ নহলে, ডাল পাত কেনেকৈ হব? আগেয়ে হৃদৰূপ পদ্মত কামৰূপ প্ৰকৃতি দেৱীৰ প্ৰকাশ, তাৰ পিচতেহে তেওঁৰ আজ্ঞা পালন—অৰ্থাৎ উদ্যোগ। অঙ্কুৰক ধৰিব নোৱাৰি, বুজিব নোৱাৰি মোহাৰি পেলালে, নাম বুলিলে, ডাল, পাত ফুল, ফল, পাবলৈ বাঞ্ছা কৰা বৃথা। অঙ্কুৰো গছৰ এক অংশ। আদি অংশ সূক্ষ্ম, মূল অংশ আদি শক্তি।

গছৰ সূক্ষ্ম মূল অংশ নষ্ট হলে, যেনেকৈ গছ হব নোৱাৰে, তেনেকৈ জগত ৰূপ কাৰ্য্যৰ আগেয়ে কামৰূপ, ইচ্ছাৰূপ আদি কাৰণ নহলে জগত হব নোৱাৰে। ইচ্ছা হল তেওঁ প্ৰকাশ হল। জগত হল। মানুহৰ কাৰ্য্যবো এই ভাৱ।

এতেকে ইচ্ছা বা কামেই এই জগতৰ আদি কাৰণ বা জগত প্ৰসুব মাতা, বা আদি শক্তি। প্ৰসবিতা গায়ত্ৰী গছক মানিলেই যেনেকৈ অঙ্কুৰক মানিব লাগে, কাৰ্য্যক মানিলেই তেনেকৈ কাৰণক মানিব লাগে। অঙ্কুৰ যেনে দেখিবলৈ সৰু, কাৰণো তেনে বুজিবলৈ সুক্ষ্ম সৰু। অঙ্কুৰক, যেনেকৈ গছ ডাঙ্গৰ হলে, আৰু দেখিবলৈ পোৱা নেযায়, তাতে লীন হয়,. কাৰণকো তেনেকৈ কাৰ্য্যৰ পিচত বুজিব নোৱাৰি, কাৰ্য্যৰ লগতে লয় হয় গৈ। তাক অনুভৱহে কৰিব পাৰি। গছৰ ডাল, পাত, ফল, ফলৰ শোভা দেখি মন ভোল গলে, গছৰ অঙ্কুৰ বিচাৰিবলৈ ভাল নালাগে। বস্তুৰ স্থূল ভাগ দেখি ভোল গলে, তাৰ সুক্ষ্মভাগ বিচাৰা টান। কিন্তু প্ৰকৃতি দৰ্শক পণ্ডিত বিলাকৰ ইচ্ছা নহৈ নাথাকে তেওঁ বিলাকৰ মনে অণুৰ অনুভৱ কৰে। গছৰ এক অন্ত স্থূল ভাগ দেখি, অপৰ অন্ত স্থূল ভাগ দেখিবলৈ চিন্তাশীল জনৰ মন নগৈ নাথাকে। নেদেখি থাকিব নোৱাৰে।

ঈশ্বৰ জগত ৰূপে প্ৰকাশ। জগতক দেখিলেই ঈশ্বৰক দেখা হয়। পিচত জগতক জন্মোৱা আদি কাৰণ আদি শক্তি কাম। যি কামৰ দ্বাৰাই, যি প্ৰকৃতিৰ দ্বাৰাই ঈশ্বৰ চালিত হৈ ঈশ্বৰে যাক বমন কৰি এই জগত প্ৰসৱ কৰিলে, এই মাতৃকা শক্তি আদ্যা শক্তি কামক বিচাৰিবলৈ মন যায়। কোনো কথাৰে আগ গুৰি ভু নাপালে যেনে কৈ ভাল নেলাগে, বিশ্ব প্ৰেমীক জনৰো এই জগতৰ আদি অন্তৰ বোধ হলেহে মনৰ হেপাহ পলায়। গছৰ গুৰিত পানী দিলেই যেনেকৈ গোটেই গছ জোপাতেই পানী দিয়া হয়, তেনেকৈ এই জগতৰ আদি কাৰণ বিচাৰি আদ্যা শক্তিক পূজিলেই জগতকে পূজা কৰা হয়। কাম অগ্নিবৎ শুদ্ধ জ্বলন্ত ভাৱ। এনে কামৰ আগত অশুদ্ধ চেচা ভাৱ থাকিবই নোৱাৰে। এনে অগ্নিবৎ শুদ্ধ জ্বলন্ত ভাৱে সিজনক উন্মত্ত কৰে। কাৰ্য্যত নিয়োগ কৰে, তেওঁ বীৰ। বীৰৰ দুঃখ কতো নাই। বীৰে সকলো দুঃখকে জয় কৰি নিত্য আনন্দ ভোগ কৰে। প্ৰকৃত কামত আতুৰ হলে শৰীৰে একোকে নেমানে। লক্ষ অগ্নি ভাব গুচিলেই, কামভাৱ গুচিলেই, তেজ গুচিলেই, শক্তি গুচিলেই, চেচা হয়, মৰে, আনন্দ গুচি কান্দন আহে। দুঃখ হয় হাহাকাৰ হয়। কিহত দুঃখ হয়? সেই অগ্নি ভাৱ গুচিলে কাম ভাৱ গুচিলে, তেজ গুচিলে, শক্তি গুচিলে, কাক পূজা কৰিলে, কাক প্ৰেম ভাবে ৰক্ষা কৰিলে সুখ হয়? অগ্নি ভাৱক, কাম ভাবক, তেজক, শক্তিক। যাক পূজিলে, যাক ধাৰণা কৰিলে, আমাৰ সুখ হয়, তেওঁকেই আমি পূজা কৰিব লাগে। তেওঁকেই আমি উপাসনা কৰিব লাগে। শক্তিক পূজা কৰিলে শক্তি বেচি হয়। শক্তি থাকিলেই, শক্তি বেচি হলেই, শক্তিৰ ওচৰত যি কামনা কৰা যায় সেয়ে সিদ্ধি

হয়। শৰীৰত শক্তি, ভাল বস্তু খালে, ভাল কথা শুনিলে, ভাল ঠাইত থাকিলে, কামলৈ যেনেকৈ বাঢ়ে, দেৱ শক্তিও সেই দৰেই

অতঃ স্বয়ম্ভুভগবানব্যক্তো ব্যঞ্জয়ন্নিদম্।
মহা ভূতাদি বৃত্তৌজাঃ প্রাদুৰাসাত্তমোনুদঃ॥

মনু, ১ম, অ, ৬ষ্ঠ শ্লোক।

অৰ্থ—প্ৰলয়ৰ পিচত বাহেন্দ্ৰিয়ৰ অগোচৰ, অব্যাহত সৃষ্টি সামৰ্থ সম্পন্ন প্ৰকৃতি প্ৰেৰক ঈশ্বৰ, স্বেচ্ছানুসাৰে দেহ ধাৰণ কৰি এই আকাশাদি পঞ্চভূত ও মহদাদি তত্ত্ব যি প্ৰলয় কালত সুক্ষ্ম ৰূপে অব্যক্তাবস্থাপন্ন আছিল, তৎ সমস্ত স্থূল ৰত্ন প্ৰকাশ হৈ নিজে প্ৰকতি হল। আগেয়ে গোটেই আসাম দেশকে কামৰূপ বুলিছিল।

পূজা কৰিলে বলি দিলে স্তৱ কৰিলে বাঢ়ে। শক্তি থাকিলে কামনা কৰিলে শক্তি আৰু বাঢ়ে। হাত ভৰিত তেজ আছে, শক্তি আছে, ইচ্ছা কৰা কামনা কৰা হাত ভৰি তুলিব পাৰিবা। লৰচৰা কৰিব পাৰিবা। হাত ভৰিত তেজ নাই হাত ভৰিক ইচ্ছা কৰিলেও তুলিব নোৱাৰা। আৰু তেজ থাকিলেও তুলিবৰ ইচ্ছা নহলে হাত ভৰি লৰচৰ কৰিব নোৱাৰা।

তেজৰ চালক শক্তি, কামনা। কামনাৰ বাহক তেজ। ঈশ্বৰৰ জগত নাশ কৰিবৰ কামনা হল। জগত নাশ হল। তেওঁ অপ্ৰকাশ হল। ঈশ্বৰৰ জগত সাজিবৰ কামনা হল, জগত হল। তেও প্ৰকাশ হল। এতেকে কামেহে জগতৰ মূল শক্তি, আদি শক্তি। যি ঠাইত কামৰ উদ্ভব হয়, জনম হয়, সি আৰু আদৰৰ। গছৰ পৰা গোলাপ ফুল ফুলে, সি গছ আদৰৰ। যাৰ উদৰত প্ৰেমৰ পুত্ৰ জন্মে সি আদৰৰ। জগত প্ৰসবিকা প্ৰকৃতি আদৰৰ। চাহ জন্মোৱা শক্তি অসম দেশৰ কামৰূপৰ ( ? ) আছিল। চাহ জন্মাবলৈ কামনা হোৱা নাছিল। চাহৰ চহ প্ৰচুৰ কৈ নহৈছিল।

এতিয়া চাহৰ কামনা জগতৰ চাৰি পাশৰ পৰা হব লাগিছে। চাহৰ চহ বাঢ়িছে। চাহৰ লগতে অসমৰ নাম জগতৰ ভিতৰতে প্ৰচাৰ হৈছে। অসমৰ আদৰ হৈছে অসম অমূল্য হৈছে। অসমৰ মাটিক আগেয়ে কোনেও চকু মেলি চাওঁতাই নাছিল। এতিয়া হেপাহ কৰিলেও পাবলৈ নাই। অসমৰ উৰ্ব্বৰা শক্তিয়ে, জনন শক্তিয়ে অসমৰ নাম বঢ়ালে। যি ঠাইত জনন শক্তি নাই তাক কোনে সোধে ? যি দেশত কামৰ ৰূপ হল, যি দেশৰ সুক্ষ্ম কামনা প্ৰকৃতি অনুসাৰে স্থূলৰূপ হয়;

সেই দেশৰ নাম কামৰূপ। কামৰূপ বহু মূলীয়া হোৱাৰ আদি কাৰণ ইয়াৰ জন শক্তি কামৰূপত কাম মাতৃকা প্ৰকৃতি কামনা অনুসাৰে ৰূপ ধাৰিনী শক্তি কামাখ্যা দেৱী। সত্ব, ৰজ, তম, ত্ৰিকোন বেষ্টিত কাম বিন্দু। যি দৰে কামনা কৰো, সেই দৰেই ৰূপ হয়।

প্ৰকৃতি দৰ্শক পণ্ডিত বিলাকে শিলে পৰ্ব্বতে প্ৰকৃতিৰ মূৰতি, মনোমোহিণী মহামায়াৰ শোভা দেখি বিমোহিত হয়। অচৈতন্য হয়, নিজৰ শক্তিক প্ৰকৃতিৰ পূজাত নিয়োজিত কৰে। কামৰূপৰ ভিতৰত, ব্ৰহ্মপুত্ৰৰ মধ্যদেশৰ কঙ্কাল দেশৰ ওচৰত প্ৰাকজ্যোতিস্পুৰ। পশ্চিমে ত্ৰিকোন নীলাচলৰ ওপৰত মনোহৰ গুহাৰ ভিতৰত লক্ষ্মী সৰস্বতী বেষ্টিত, ভগৱতী প্ৰকৃতি দেবী ভাগ্যৱতী নহলে জগত প্ৰসৱ নহয়। কামৰ উদয় নহয়। চৈতন্য চেতণ নহয়। শক্তিইহে শক্তিৰ মহিমা বুজে। নিশক্তিয়েই শক্তিৰ মহিমা নুবুজি শক্তিকো নাই বোলে। ধনৱন্তই হে ধনৰ মহিমা বুজি আদৰ কৰে। আকৌ যি ধনক আদৰ কৰে, তাৰেই হে ধন হয়। সেই দৰে যি শক্তিক মানে সেয়েহে শাক্ত। শাক্তৰ ওচৰতহে শক্তি বৰ্ত্তমান। যেনে আহাৰ তেনে শক্তি। যেনে পূজা বলি, স্তৱ, তেনে শক্তি দেবীৰ আবিৰ্ভাব। পূজা, বলি, স্তৱৰ হ্ৰাসেই দেৱ দেৱীৰ তিৰোভাব। তেজেদি পূজা কৰা, শৰীৰৰ সাৰ বস্তুই দি পূজা কৰা, সাৰ বস্তুক পাবা। তোমাৰ তেজ হব। এতেকে বলি দান, ৰুধিৰ দান।

---

## কাম

মাতৰী কাম, কৰিব লগীয়া কাম, পাচ পৰি থাকিলে তাক কৰা টান। পাচ কৰা কাম মৰা। মৰাক জাৰিবলৈ বেয়া লাগে। বহুত গাত দুখ দিলেহে কৰিব পাৰি। বহুত গাত দুখ সহিলেহে মৰাক জগাব পাৰি। কাম শ্ৰম কৰি কৰিলে যদি সিদ্ধি হয়, তেন্তে মৰাক জীয়া কৰা টান নহয়। সাধিলেই সিদ্ধি হয়। মৰা মৰিল বুলি ভাবিলেই মৰিল। জীৱাবলৈ মন কৰি সাধন কৰিলেই জীয়ে। মনেই, ইচ্ছাই সকলোৰে মূলাধাৰ। ইচ্ছা হলে কৰিব নোৱাৰা কাম কি আছে? কৰিবলৈ এৰি কামক যিমান পাচ পেলাই থবা, নকৰিবা, তিমান কাম মৰিব; তোমাৰ কামক যদি তুমি মাৰিলা, তেন্তে কামৰ লগতে তুমিও মৰিলা, জানিবা। কামেইহে মানুহক জীৱাই ৰাখে। কৰ্ম্ম ত্যাগ কৰিলে সংসাৰ ত্যাগ কৰা যেন হয়।

নিত্য কৰ্ম্ম নিতে কৰিব লাগে। পাচ পৰা কাম কৰিবলৈ গলেই বলক ক্ষয় কৰিব লাগে। বৰকৈ ৰাতিয়ে দিনে খাটিব লাগে। পাচ পৰা কামে মনক অসুখ দিয়ে। কেতিয়া কৰিম কেতিয়া পাৰিম বুলি মনত পৰি থাকে। কৰি তুলি এটালেহে মনত ভাল লাগে। পাচ পৰা কামে মনক সদায় পাচলৈ টানে। আগ বাঢ়িব নিদিয়ে। চকু পিচলৈহে হয়। আগলৈ নহয়। মনক বন্ধি ৰাখে। মুক্তি কৰি নিদিয়ে। কৰ্ম্ম কৰাই মুক্তি, নকৰাই বন্ধন। নিতৰ কৰ্ম্ম নিতেই কৰাই নিত্য মুক্তি, যি মানুহে নিত্যৰ কৰিব লগীয়া কাম নকৰে মানে নেৰে তাৰ মুক্তি হাততে। বন্ধনক এৰোৱাইহে মুক্তি, যাৰ বন্ধন নাই, কৰ্ম্ম নাই, তাৰ মুক্তিও নাই। মুক্তি কিহৰ পৰা ? বন্ধনৰ পৰা। কৰ্ম্মেই হে মানুহক বান্ধে। কৰ্ম্ম নকৰি কৰ্ম্ম এৰোৱা নহয়। বন্ধনত পৰা হে। কৰ্ম্ম কৰি, কৰ্ত্তব্য কৰ্ম্ম কৰি হে, কৰ্ম্মক এৰা, বন্ধনক এৰোৱা, মুক্তি পদ লভা। যি কাম কৰিব নোৱাৰা তাক কৰিম বুলি সংকল্প নকৰিবা। সংকল্প কৰিলেই কৰ্ম্মত বন্ধন হলা। কৰ্ম্ম নকৰা মানে তোমাৰ নিস্তাৰ নাই। কৰিব লগীয়া কথা নাপালাৰ বাবে পাপে পৰশিব। তোমাৰ পাপ বোধ হলে নিস্তাৰ আছে, নহলে পাপে তোমাক খাব। তুমি মানুহ নাথাকিবা। পচা কাঠৰ দৰে কামত নলগা হবা, অকামিলা হবা। কৰিব পৰাৰ হে কাম। কৰিব নোৱাৰাৰ কাম নাই, কামকে বিচাৰি নাপাই। যি কৰিব পাৰে তাৰ কামৰ অন্তই নাই। কামেই লক্ষ্মী। অনন্ত কাম, অনন্ত লক্ষ্মী।

যি মানুহে কামক কাম বুলি জ্ঞান নকৰে, তাৰ মানত ধন আৰু দিন মিছা। ধন আৰু দিনক হেলাতে হেকৰাই। নিজৰ কৰিব লগীয়া কাম কৰিবলৈ এৰি পৰৰ কাম কৰিবলৈ যোৱা, নিজৰ ধন এৰি পৰৰ ধন বিচাৰাই সৈতে সমান, বা নিজক মাৰি পৰক জাৰাবলৈ যোৱাৰ দৰে। কৰ্ম্ম কৰিবলৈ সহজ উপায় বিচৰাই বুদ্ধিমন্তৰ কৰ্ম্ম। হোলোং নাও এখন বাই নিযাত বহু মানুহ লাগে। বহু মানুহৰ বল ক্ষয় কৰিব লাগে। জাহাজ এখন বহি থাকিও বুদ্ধিৰে চলাইছে। ডাঙ্গৰ নাও চলাবলৈ টান বুলি বহি থকা নাই। কোনো ৰকমে চলাইছেহে। কৰ্ম্মক হেচিব দিয়া নাই। কৰ্ম্মকহে হেচিছে। আমি দুৰ্ব্বল, আমাক কৰ্ম্মেও হেছে, আইনেতো হেছেই, সেই দেখি আমাৰ এনে দশা। আমাৰ নিজৰ কৰ্ম্মেইহে আমাৰ পাপ পুণ্যৰ গৰাকী। যেনে কৰ্ম্ম তেনে ফল। জ্ঞান গুৰুৰ শৰণ লৈ কৰ্ম্ম কৰিলে একো পাপে নধৰে। পাপ প্ৰেতে চুব নোৱাৰে। আনন্দ স্বৰূপ পৰম ব্ৰহ্মকহে লাভ হয়।

কৰিব লগীয়া কাম কৰি এটালে যে কি সুখ বোধ হয়, তাক কৰিব লগীয়া কাম কৰা মানুহেহে জানে। বহি থকা মানুহৰ, কাম নোহোৱা বা নকৰা মানুহৰ কতো সুখ নাই। যলৈকে যায় তবে পৰা তাৰ সুখ পলাই।”

---

## ভাব লহৰী।

উঃ ইকি? মই কত আছো? ই সেই গুৱাহাটী নহয় নেকি? উত্তৰ গুৱাহাটী আৰু গুৱাহাটীৰ মাজে দি ব্ৰহ্মপুত্ৰ সিতো হয়ই। কামাখ্যাৰ, উমানন্দৰ, অশ্বক্ৰান্তৰ, শুক্ৰেশ্বৰৰ, জনাৰ্দ্দনৰ, মনিকৰ্ণেশ্বৰৰ, উগ্ৰতাৰাৰ, চত্ৰাকাৰৰ, ছিন্নাচলৰ দেৱালয়ৰ পৰ্ব্বত ইযাতে মন্দিৰ বিলাকো ঠিয় দি আছে উদ্ভৱণীতো আছেই। বাটে পদূলিয়ে মানুহ, বঙ্গালে কঙ্গালে ভৰা। তেও কিয় শূন্য বোধ হৈছে। মনত শুদা শুদা লাগিছে। ইযাৰ মানুহ বিলাক কলৈ গল? দেখি যোৱাৰ এটাকো নেদেখো দেখোন। কৰালৈ পলাল নেকি? এই ঠাইক কিয়, ইয়াৰ বৰ বৰ মানুহ বিলাকে একে বাৰে এৰি গল? এই ঠাইক মানুহ থকাতো কিয় মৰী ঠাই যেন বোধ হয়।

ইমান বিলাক মানুহ থকাতো কিয় কিবা নাই যেন, কিবা নাই যেন মনত লাগিছে? যেই পিনেই চাও সেই পিনেই শূন্য। মঠ মন্দিৰবিলাক ভাঙ্গি যাব ধৰিছে। সি বোৰৰ গৰাকী নাই। নামঘৰ বিলাক ভাঙ্গি গল। এতিযাৰ মানুহে তাৰ কথা কবই নোৱাৰে। ভাল ভাল মানুহৰ ঘৰ বিলাক শুদা। কতবাত ঘৰেই নাই। কাবাৰ ভেটীত কোনোবাই ঘৰ কৰিছে, আগৰ ঘৰ নাই পদূলি নাই। চৰাঘৰ নাই বৰঘৰ নাই। চিনাকী মানুহ নাই। মানুহবিলাক কলৈ গল কি হল কাক সুধিম। সুধিলেও কব নোৱাৰে। এতিয়াৰ লৰাহতে বাটে যাওঁতে কথা সুধিলেও উত্তৰ নিদিয়ে। একোকে নেজানে হবলাই নহলেনো কিয় নামাতে। ইমান অলপ দিনতে ইমান পৰিবৰ্ত্তন। কতু ৰঙ্গ নাই। সুখ নাই। চাৰি পিনে হাহাকাৰ। যি পিনেই দেখা সেই পিনেই শ্মশানৰ নিচিনা। আগৰ মানুহবিলাক দেৱতাৰ দৰে আছিল। এই হাহাকাৰ শুনিব লাগে বুলি, ভুত প্ৰেতৰ উপদ্ৰৱ বেচি হব বুলি তেওঁবিলাক আটায়ে মিলি কোনোবা দেৱঠাইলৈ গল হবলা? যি ঠাইত দেৱ তুল্য লোক থাকে, সেই ঠাইয়েই দেৱলোক। দেৱতা নাই, আনন্দ স্বৰূপ ব্ৰহ্মৰ বিৰাজ নাই। সেই দেখি এই ঠাই এতিয়া মৰী ঠাই যেন বোধ হৈছে, মৰী ঠাইত, শ্মশানত যি, থাকিব লাগে

সেই বিলাক আছে। ইতৰৰ উপদ্ৰৱ আছে। কুকুৰ শৃগালৰ আবাৰ আছে। হুমুনিয়াহ আছে। ভালৰ কান্দন আছে। শুদা কলহ কাতিহৈ পাৰি আছে। অমঙ্গলৰ চিন আছে। দৌল দুৰ্গোৎসবৰ ভস্ম আছে। আগৰ কাহিনী কওঁতা নাই। ভালৰ নাতি পোঁ দুখত পৰি কান্দি উঠিব নোৱাৰা হৈছে। বৰণ হেৰাইছে। বেয়াই তেওঁবিলাকক উপহাস কৰি গুচিগৈছে। কান্দনৰ কাৰণ সুধি পূৰ্তো কৰোঁতা কোনো নাই। ৰজাৰ ঘৰ কলৈ গল। বৰ ফুকনৰ ঘৰ, কলৈ গল। পাৰ্ব্বতীয়া গোসাইৰ ঘৰ, নাতি গোসাই, ন গোসাইৰ ঘৰ, দুৱৰীয়া বৰুৱাৰ ঘৰ, মজুন্দাৰৰ ঘৰ, বৰ কটকীৰ ঘৰ, বৰ দলৈৰ ঘৰ, কলৈ গল। এই বিলাকৰ ঘৰৰ মহাপুৰুষ বিলাক কলৈগল, তেওঁ বিলাকৰ দৰে শিয়াল পলাইছিল। সিংহ গল শিয়াল আহিল। এই শ্মশান ক্ষেত্ৰত এতিয়া শিয়ালৰ ৰাজ্য। ঘৰ, বাৰি, বাট, পদূলি, মন্দিৰবিলাকতে ইয়াৰ চিন। গান গুচিল, বাজনা গুচিল, ভাৱনা গুচিল, নাট গুচিল, নটুৱা গুচিল, নাচনীয়াৰ গুচিল, ওজাপালী গুচিল, ধুন গুচিল, পূজা পাৰ্ব্বণ গুচিল, ৰঙ্গ তামসা গুচিল, সকলো গুচিল।

ইমান অলপ দিনতে ইমান বিলাক গুচিল। গোলাম গুচিল, বেটা বন্দি গুচিল। বন্ধা লগোৱা লিকচৈ গুচিল। কি আছে? একো নাই। আৰু বা কি হয়। ইমান সোনকালে ভাল গুচি বেয়া হোৱা কোনো দেশত নাই। ইয়াত যেনে হৈছে। হবই পাই। কিয়নো ই দেশ সকলো কথাতেই অসম। উঃ! অসমৰ কি বিষম ভাব। সকলোৱে আমাক এৰা দিলে। কোন এনে পূৰ্ণাভিষেক সাধক আছে যে, এই শ্মশানত বহি সাধনা কৰিব। প্ৰভো! দয়াময়! অভাবৰ ভাৱনা আৰু কিমান দিন ভাবিম। কিমান দিন কান্দিম। হে শ্মশান বাসিনা! সকলো তোমাৰ ইচ্ছা।

---

## আমি দুৰ্ব্বলী কিয়।

আমি বহুত শাস্ত্ৰৰ অধীনে, সেই দেখি আমি ইমান নিৰ্ব্বলা। নাইবা প্ৰকৃত শাস্ত্ৰৰ মৰ্ম্ম মতে নচলোঁ সেই দেখি আমি ইমান নিৰ্ব্বলা। আমি শাস্ত্ৰ অশাস্ত্ৰ সকলোৰে অধীন, সেই দেখি আমাৰ ইমান বলহীন। প্ৰকৃত শাস্ত্ৰৰ অধীন হৈ অপ্ৰকৃতৰ পৰা মুক্তি লভিলেই আমি বলৱন্ত। তাকে জানিবা প্ৰকৃত কি অপ্ৰকৃত কি বাচি লোৱা জ্ঞানৰ কৰ্ম্ম। শৰীৰত জ্ঞান নহলে, অজ্ঞানে বল কৰে।

আৰু সেয়ে আমাক দুঃখ দিয়ে। দিনে, ৰাতি, বাটে, ঘাটে, ঘৰে, বাহিৰে অজ্ঞানীৰ চলাচল আচাৰ ব্যৱহাৰ। তাকে দেখি শাস্ত্ৰৰ কথা পাহৰি, বা ধৰিব নোৱাৰি অশাস্ত্ৰীয় আচাৰ ব্যৱহাৰ ধৰা যায়। যি আচাৰ ব্যৱহাৰ ধৰা, তাক বেয়া বুলি বোধ হলেও অভ্যাসৰ গুণে এৰা টান। এতেকে সি বল কৰে।

বেয়াৰ পৰা যি আমাক শাসন ৰাখে, আৰু ভাল কৰিবলৈ উপদেশ দিয়ে সেয়ে আমাৰ শাস্ত্ৰ। পিচে আমাৰ যে এতিয়া দিনক দিনে দুঃখ হব লাগিছে, শাস্ত্ৰ মতে নচলাই ঘাই কাৰণ। শাস্ত্ৰৰ বাহিৰে অশাস্ত্ৰৰ মতে চলাই আমাৰ বল হীনৰ কাৰণ। আমাৰ দুখৰ কাৰণ। বা আমাৰ মুৰ্খতা দোষত যেয়ে যি কয় তাকে শাস্ত্ৰ বুলি মানিব লগা হোৱাত ভাল বেয়া বাচি লবলৈ অসমৰ্থ হোৱাত সংসাৰৰ যাত্ৰাত খালে জুলে পৰি দুঃখ পাওঁ। আমাৰ প্ৰকৃত কৰ্ম্ম কৰিবলৈ বল ভাঙ্গে বা আজৰি নেপাওঁ, আমি দিনৰ ভিতৰত কেতিয়াবা হিন্দু, কেতিয়াবা মুচলমান, কেতিয়াবা গৃহী, কেতিয়াবা সন্ন্যাসী। এক শাস্ত্ৰ মতে চলিবলৈ আমাৰ সাধ্য গুচিছে বহু শাস্ত্ৰই আমাক শাসন কৰিছে। বহু কথাই আমাক শাসন কৰি আমাৰ কোনো পিনে উপায় নাই। সি পিনে সেই পিনেই বন্ধন। এই বিলাকেই আমাৰ কৰ্ম্ম বন্ধন।

প্ৰকৃত কৰ্ম্ম আচৰি মুক্তি লভিবলৈ এই বন্ধন বিলাকৰ বাবেই নোৱাৰি। যি মহা পুৰুষে এই কৰ্ম্ম বন্ধন বিলাক এৰাইছে। সংসাৰৰ কেল কেলিগৈ কাণ কৰা নাই তেওঁ প্ৰকৃত কৰ্ম্মত এক মতে ভক্তি ভাবৰ বাবে মুক্তি পাইছে। কৰ্ম্মক নকৰি মুক্তি বাঞ্ছিলে মুক্তিক নাপাই। অপ্ৰকৃত কৰ্ম্মৰ বন্ধন এৰাই ঈশ্বৰৰ কৰ্ম্মত মতি কৰাই মুক্তি। আমি বহুত বাধাৰ অধীন হৈ থকাৰ বাবেই আমাৰ এনে দুৰ্দ্দশা। ৰাধাই কলঙ্ক ভয়ৰ বন্ধন এৰিয়ো এক মনে কৃষ্ণক ভজিলে। সেই দেখি কৃষ্ণৰ প্ৰকৃতি ৰাধা। কৃষ্ণে শত সহস্ৰ গোপীৰ বন্ধন এৰাব পাৰিছিল। সেই দেখি কৃষ্ণ ঈশ্বৰ। দ্ৰৌপদীয়ে সত্যৰ অৰ্থে লাজৰ বন্ধন এৰি পাচ পতি ভজিছিল। সেই দেখি তেওঁ সতী। সীতাই সংসাৰৰ ৰাজ সুখৰ বন্ধন এৰিও স্বামীৰ সহবাস কৰিছিল। সেই দেখি তেওঁ সতী। অৰ্জ্জুনে মোহ শাস্ত্ৰৰ বন্ধন এৰি যুদ্ধত জয় লভিছিল সেই দেখি তেওঁ মহাবীৰ আৰু কৃষ্ণৰ সখা। কৃষ্ণে প্ৰভাস যজ্ঞত ৰাজ বন্ধন এৰিও দুখায়া আতুৰ গোপীবিলাকক দুৱাৰত আহি দেখা দিছে, সেই দেখি কৃষ্ণ প্ৰকৃত ৰাজা। সকলোতে আছে আৰু একোতে নাই। সেইয়ে সংসাৰত প্ৰকৃত পুৰুষ। যি যত আছে, তাৰ নামিব বা উঠিব নোৱাৰে সি মুৰ্খ। যাক এটা বন্ধনেই বান্ধিছে সি নিৰ্ব্বলী। শত বন্ধনেও যাক বান্ধিব পৰা নাই তেওঁ মহা

পুৰুষ। তেওঁ বিশ্ব প্ৰেমিক। তেওঁযেই প্ৰকৃত শাস্ত্ৰৰ অধান। তেওঁযেই মহাবীৰ। তেওঁ জগতকে জয় কৰিব পাৰিছে।

মা কামাখ্যা! মা ষোড়শী! মা ৰাজেশ্বৰী! তোমাৰ মহিমা ৰাজাই বুজে। শক্তিহীন প্ৰজাই কি বুজিব? তুমি ৰাজাৰ ঈশ্বৰী ৰাজ গৃহ বাসিনী। তোমাৰ মহিমা সুৰথ ৰজাই বুজিছিল। তোমাৰ মহিমা ৰাৱণে বুজিছিল। তোমাৰ মহিমা ৰামচন্দ্ৰে বুজিছিল। বাৰাচাৰী ব্ৰহ্মচাৰীয়েও তোমাৰ মহিমা বুজে। ধৰ্ম্মবীৰ ৰাজবীৰতকৈও বীৰ। ৰামচন্দ্ৰ যেনে ৰাজবীৰ আছিল, তেনে ধৰ্ম্মবীৰো আছিল। সেই দেখি ৰাৱণ ৰজাৰ গৃহলক্ষ্মীয়েও ৰামচন্দ্ৰৰ সত্ত্ব গুণত বশ হলা। ৰাৱণ ৰজা ৰজো গুণত শ্ৰেষ্ঠ আছিল।

ৰাজা ৰামচন্দ্ৰ সত্ত্ব, ৰজ দুয়ো গুণতে অতুল্য আছিল। ৰামচন্দ্ৰ তমোগুণো নাইকিয়া নাছিল। ৰাৱণৰ বংশ নাশেই তাৰ প্ৰমাণ। তেওঁৰ স্থিতি সত্ত্ব গুণত, প্ৰকাশ ৰজো গুণত, প্ৰলয় তমো গুণত। ৰাজা ৰামচন্দ্ৰ হেন মহাবীৰে যেনে তোমাক বুজিছিল, তুমি তেওঁক তেনে বৰ দিছিলা। বুজিব নোৱাৰিলে পূজিব নোৱাৰিলে আমি তোমাৰ বৰ কেনেকৈ পাম। আমাৰ নাইনে নাই একোয়ে নাই, ভাব নাই, ভক্তি নাই, সত প্ৰিয়তা নাই, আচাৰ নাই। মাঙ্গল্য বস্তুলৈ আদৰ নাই। কিহেদি তোমাক পূজিম? আমাৰ ৰজ নাই, তেজ নাই, সেই দেখি আমাৰ প্ৰকাশ নাই। আমাৰ এতিয়া সকলো পিনে নাশৰ ভাৱ। আমি তমো ভাবাপন্ন, আমাৰ ভাব এতিয়া চেৰ্চা আন্ধাৰ। মুৰ্খতা দাৰিদ্ৰতাই আমাক আন্ধাৰত পেলাই চেঁচা কৰি ৰাখিছে। আৰু তোমাৰ সাধক বিলাকে আমাক উঠিব নিদিয়ে। উঠিব নোৱাৰাকৈ দিনক দিনে বান্ধিব লাগিছে। আমি আন্ধাৰত থকাৰ বাবে চণ্ডাৰ আখৰ নমনো। ভাব নুবুজো। তোমাৰ ভাব লালা আমাৰ মনত নেখেলাই। মন দুৰ্ব্বলৰ গতিকে তোমাৰ ভাৱক ধৰি ৰাখিব নোৱাৰো। বল অলপ হলে তাক অনিয়ম কৰি অকৰ্ম্মত ক্ষয় কৰোঁ। কৰ্ম্মত বলক লগাবলৈ বলক নাচাওঁ।

আমাৰ ধনৰো সঞ্চয় নাই বলৰো সঞ্চয় নাই। খৰচৰ অভ্যাসত পৰি সমূলি মৰিলোঁ। আয় নাই ব্যয় দণ্ড স্বৰূপ হৈছে। দেবীক পূজিবলৈ বল নাবান্ধোঁ। প্ৰেতিনীক পুজোতেই বল যায়। ইষ্টদেৱতাক নুপূজি অনিষ্টকৰি দেৱতাক পূজিবলৈ যাওঁ। আমাৰ ইষ্ট অনিষ্টৰ বোধ নাই। অনিষ্টৰ উৎপাতত নিজৰ কৰ্ম্ম কৰিবলৈ আজৰি নাই। ৰাজ ৰাজেশ্বৰীৰ পূজাৰ কৰ্ম্ম কৰিম কেতিয়া। তেওঁৰ ডাকিনী যোগিণী ভূত প্ৰেত বিলাকেই তত নিদিয়ে। আমাৰ ইন্দ্ৰিয়

বিলাকক বিকল কৰি ৰাখে। আমি যেনে সৰু তেনে সৰু আমাৰ লগ। ডাঙ্গৰ হলেহে ডাঙ্গৰ লগ পাম। ডাঙ্গৰ হবলৈকো যতন নাই। ইচ্ছা নাই। ডাঙ্গৰ নহৈ ডাঙ্গৰক পূজিবলৈ গলে বিপদত পৰিব লাগে। ৰাজা নহৈ ৰাজ ৰাজেশ্বৰক পূজিবলৈ গলে ৰং নাই। সৰু মানুহে ডাঙ্গৰক পোহ দিবলৈ গলে কেনে টান। সৰুৰ সুখ নহব তাত দুঃখহে হয়। আমি ৰজ.গুণে প্ৰকাশ হলেহে মা তোমাক পূজিবলৈ সমৰ্থ হম। তেতিয়াহে তোমাৰ মহিমা বুজিম। তোমাক বুজিম। এতিয়া তোমাক পূজিবলৈ আমাৰ সাধ্য হোৱা নাই। আগেযে সাধনা লাগে। তেহে তোমাৰ পূজাৰ সিদ্ধি হব। তুমি সামান্যৰ দেবা নহয়। তুমি ৰাজ ৰাজেশ্বৰী, সামান্যহে তোমাক পূজা কৰা, তোমাক লাঞ্ছনা কৰা সমান। সামান্য হৈ তোমাক পূজি সুখ নাপালে তোমাতহে দায় থওঁ। ই আমাৰ বৰ মূৰ্খালি। মুৰ্খ দোষ দুৰ কৰিলেই তেওঁক দেখা পোৱা যাব।

সত্যবীৰ ধৰ্ম্মবীৰ হলেই তেও আমাৰ পূজা গ্ৰহণ কৰিব। সত্য সৰুতকৈও সৰু। নাইবা ডাঙ্গৰতকৈও ডাঙ্গৰ। সত্যৰ আৱৰণ সৰ্প। সত্যক উদ্‌ঘাটন কৰিবলৈ যোৱা, সৰ্পে খাব। সত্য বীৰৰ মন্ত্ৰ। বীৰ নহলে সত্যক পালা টান। সত্য ষোড়শী ৰাজ বালা। বীৰ বৰেইহে এওঁৰ পতি। সত্যৰ বহুত শত্ৰু। সত্য স্বৰ্ণ স্বৰূপ। বীৰেইহে মানুহক দেখুৱাই সত্য স্বৰূপ স্বৰ্ণ কঙ্কণ ধাৰণ কৰিবলৈ, অইনৰ সাধ্য কি? সত্য সুন্দৰী কন্যা সৰ্পৰ আবৰণ নহলে অসুৰৰ আক্ৰমনৰ পৰা ৰক্ষা কৰা টান। বীৰ নহলে এই সুন্দৰী কন্যাক পৰৰ অত্যাচাৰৰ পৰা ৰক্ষা কৰা টান। সত্য দুৰ্গাৰূপা। এনেহেন মূৰ্ত্তিৰ নিমিত্তে সকলোকে লাগে যদি এৰিব, বীৰ নহলে একোকে এৰিব নালাগে। [বীৰৰ গাত একোৱে বিন্ধিব নোৱাৰে, সত্যক পালিব খোজা, বীৰ হোৱা, নাইবা মহাদেৱৰ দৰে বাৱাজী হোৱা। সতী সীতাৰ স্বামী ৰামচন্দ্ৰইহে। ৰামচন্দ্ৰ কেনে বীৰ তাৰ পৰীক্ষা কৰ্ত্তা ৰাৱণ। দুৰ্গাৰ ভৰ্ত্তা কালকুট ভক্ষণ কাৰী মহাদেৱ। লক্ষ্মীৰ পতি গৰুড় আৰোহী বিষ্ণু। ৰাধাৰ পতি কংস মৰ্দ্দনকাৰী কৃষ্ণ।

---

## আমাৰ সম্পদ।

আমি ধন সম্পত্তিৰ অধিকাৰী নহয়। আমি ধন সম্পত্তিৰ যোগ্য লোক নহয়। পূণ্য ভূমি ভাৰতবৰ্ষৰ অতুল বিভৱ আমাৰ নহয়। ধান ধন যেনে অচেতন বস্তু আমিও এই ভাৰতবৰ্ষৰ অচেতন বস্তু দাস। ইয়াৰ ধন ধানৰ যেয়ে অধিকাৰী

আমাৰো তেওঁ যেই অধিকাৰী। যদিও আমি কেতিয়াবা ইয়াৰ বিভৱৰ অধিকাৰী আছিলো। কিন্তু সেই অধিকাৰী পদৰ পৰা গুছিবৰ, পতিত হবৰ বহুদিন হল। অধিকাৰী পদত থাকিলে যি বিলাক গুণ অলঙ্কাৰ আমাৰ থাকিব লাগে সেই বিলাক আমি হেৰোৱাবৰ বহু দিন হল। এতিয়াও আমাৰ যি এফেৰা অমূল্য বস্তু আছে আমি তাৰো মোল নাজানো। তাক কেনেকৈ ব্যৱহাৰ কৰিব লাগে তাক নাজানো। সেই দেখি সিয়ো লাহে লাহে টুটি যাব ধৰিছে। সিয়ো আমাৰ পৰা মনে মনে পৰৰ হাতলৈ যাব ধৰিছে। যেতিয়া আমাৰ যি অলপ সম্পত্তি আছে সিয়ো মনে মনে গৈ আমাক একেবাৰে লেংটা কৰিব, আমি যিহৰ যোগ্য তাকে কৰিব, তেতিয়াও আমাৰ তত চাপে নেচাপে ঠিকনা নাই, তত নাচাপিবও পাৰে। কিয়নো আমি পতিত মুখে যাবলৈ ধৰিছো। তত চাপি উজান মুখে মুখ কৰা হলে কৰিলো হয়। উজান মুখে মুখ ফিৰাবৰ ইচ্ছা নাই। নাম মুখে সোঁতৰ বং চ দেখিয়েই বোধ নাইকিয়া গুণেই মোহ গৈ আৰু দ মুখে পতিত মুখে যাব ধৰিছো। আমাৰ আন আন যোৱা বস্তুৰ কথাকে নকওঁ এতিয়া যি আছে তাৰে কাল যে এটা কি কামিলা বস্তু আমি তাক ভুনাপাওঁ। কালে কালহৈ যেতিয়া আমাক কিলাই তেতিয়া অলপ তত চাপে। আমি মূৰ্খ। আমাৰ ভূত ভবিষ্যত জ্ঞান নাই। কাল নিত্য বুলি জানি আমিও নিত্য বুলি ভাবোঁ। আমি যে অনিত্য, কালৰ বশতে যে কেতিয়া আমালৈ কি ডবাই আনি, কালেই আমালৈ অকাল হৈ উঠে, নিজৰ কাল মূৰ্ত্তি ধৰি উঠে ঠিকনা নাই। এতেকে কাল থাকোতেই কাম কৰি এটাব লাগে। ভাৰতবৰ্ষৰ পবিত্ৰ স্থানৰ নদ, নদী, হ্ৰদৰ পবিত্ৰতাৰ মহিমা নুবুজো। সেই বিলাকক হেয়জ্ঞান কৰাত আমাৰ দুৰ্গতি মিলিছে। পবিত্ৰ হিন্দু শাস্ত্ৰক হেয় কৰিছো। কাঞ্চনক এৰি কাচ লৈছো। সেই দেখি দুখীয়া হৈছো। আমাৰ দলপতি ব্ৰাহ্মণৰ, দেৱতাৰ আজ্ঞা অৱহেলা কৰি পৰৰ হাতত ধৰা পৰি দাস হৈছো।

ঘৰৰ ভাত পৰে খাইছে। আমি খুজি খাইছো। পেটৰ ভোকত আতুৰ হৈ পৰিছো। যেয়ে যি কৰিবলৈ দিছে তাকে কৰি কাল হেৰুৱাইছোঁ। নিজৰ কাল এফেৰিও নোহোৱাত পৰিছে। নিজৰ উপাস্য দেৱতাৰ নাম চিন্তিবৰ কাল নাইকিয়াত পৰিছে। এইদৰে ৰঙ্গত কাল হেৰুৱাই এতিয়া কালৰ হাতত পৰিছোঁহি। এতিয়া কালে ধৰি কিলই ৰং চাই কোনে? আমাৰ পূৰ্ব্ব পুৰুষৰ পবিত্ৰ স্থান বিলাকক হেয়জ্ঞান কৰাত সেই বিলাক আমালোকৰ পৰা যাব ধৰিছে, আমি অপবিত্ৰ হৈ পতিত হৈ ভূত প্ৰেত তুল্য হৈ ভূত প্ৰেত থকা ঠাইৰ নিবাসী

হৈছোঁ। পবিত্র থানৰ গৰাকী আমি নাই, আন হৈছে। আমি এই বিলাকক হেলাতে হেৰুৱালোঁ। পূৰ্ব্ব-পুৰুষ বিলাকে আমাৰ গতি মতি দেখি আমাৰ দুখ হওক বুলি শাপিলে। আমাৰ কৰ্ম্মৰ ফল আমি এতিয়া ভুঞ্জিব ধৰিছোঁ। যেনে কৰ্ম্ম তেনে ফল। এতিয়াৰ মানুহৰ দুঃখ হাহাকাৰেই কৰ্ম্ম ফলৰ পৰিচয়। এয়ে কি হৈছে। আৰু হবলৈ আছে। আগেয়ে মহাপুৰুষ কৰ্ম্মও ডাঙ্গৰীয়াৰ আছিল। আহিলা পাতিও ডাঙ্গৰীয়াৰ আছিল। এতিয়া আমি নাম ডাঙ্গৰীয়াতেই উফন্দি পৰোঁ। এজনে আমাক এতিয়া ডাঙ্গৰীয়া বুলি মাতিলেই আমাৰ গা চাৰিখন পাচখন কৰে। ইপিনে আকৌ পূৰ্ব্বৰ ডাঙ্গৰীয়াবিলাকৰ আহিলা পাতিক, যি বিলাক বস্তু বিষয়লৈ তেওঁ বিলাক আনত কৈ ডাঙ্গৰ হৈছিল, ডাঙ্গৰীয়া হৈছিল সেই বিলাকক ঘিনাওঁ। এতিয়া নিজৰ দণ্ড ছত্র নিজৰ হাতে ধৰিয়েই ডাঙ্গৰীয়া, দেওতা। এতিয়া আমাৰ বুদ্ধিৰ আয়তন সৰু। সেই দেখি আমাৰ বস্তু দ্রব্যৰ ভৰালো সৰু। লগৰ লিগিৰা লগোৱাও নাইকিয়া। আমি এতিয়া জ্ঞান স্বৰূপ দেৱতাৰ স্বৰ্গৰ পতিত।

শ্রুতি স্মৃতি পুৰাণ তন্ত্রৰ পৰা পতিত। পুণ্য ভূমিৰ পৰা পতিত। পুণ্য ভূমিৰ ধন সম্পত্তিৰ পৰা পতিত। জন্মভূমিৰ পূৰ্ব্ব পুৰুষ বিলাকৰ ভাল পোৱাৰ পৰা পতিত। দুখ হাহাকাৰত পতিত। দেৱালয়ৰ পৰা প্রেতালয়ত পতিত। পবিত্র বাৰিধিৰ পৰা জঠৰালয়ত পতিত। কাঞ্চণৰ পৰা কাঁচত পতিত। সৰ্ব্ব-প্রকাৰ সুখৰ পৰা সৰ্ব্বপ্রকাৰ দুখত পতিত। এই যে শ্রুতি স্মৃতিৰ বাক্য। এই যে পুৰণা পুৰাণৰ অপূৰ্ব্ব কাহিনী, এই যে পবিত্র পৰম শিৱৰ আত্মাৰ তত্ত্ব বাক্য। এই যে পতিত জনৰ নিজৰ দোষ জ্ঞাপক বাক্য। এয়ে পতিত জনৰ প্রায়শ্চিত্তৰ মূল সূত্র। এই শ্রুতি স্মৃতি পুৰাণ তন্ত্রৰ মন্ত্রক হৃদয়ত অতল অচল ৰূপে ধৰি, সংসাৰৰ মায়া মোহক পিঠি দি থাকিলেই পতিত, আনৰ পৰা, উঠিবলৈ শকতি হব। দেৱতাৰ কৃপা হব। পূৰ্ব্ব মহাপুৰুষ বিলাকৰ কৃপা হব।

---

## গুৰু সেৱা।

যাৰ লঘু গুৰুৰ বিবেচনা নাই। যাৰ লঘু কি গুৰু কি বোধ নাই। যি ভাল বেয়া নাজানে। তাৰ গুৰু সেৱা কি? জ্ঞান হৈ গুৰু সেৱা নহলে জনম বৃথা। তাৰ এই মানব জনমত একো উন্নতি শ্রীবৃদ্ধি নাই। যি জনে জ্ঞানৰ আদেশত গুৰুৰ পদত শিৰ বিকিছে, সি আনৰ পদ সেৱা কৰিব নোৱাৰে। গুৰুৰ আশ্রয়

নহলে এই সংসাৰত মৰণ। পানীত উটি অহা কাঠৰ দৰে সোতৰ ঠেলাত ভাহি ফুৰিব লাগে। গুৰুক নভজা জন মৰা। সি পৰৰ দাস। দাস হৈ যাক সেৱা কৰা যায, তাকে গুৰু বুলি নামানিলে তাৰ এই সংসাৰত উদ্ধাৰ নাই। এজনক সেৱা কৰি আৰু এজন সেৱিবলৈ গলেই দুয়োবো খঙত পৰা যায। তাৰ কোনো পিনেই গতি নহয। জ্ঞানৰ গুৰুত যি শৰণ লৈছে সেই গুৰুক একান্ত মনে সেৱা কৰিলেই মুক্তি, সুখ, আনন্দ, ব্ৰহ্মানন্দ। তাৰ একোতে অসুখ অহিব নোৱাৰে। আত্মজ্ঞান যাৰ গুৰু যাৰ এই গুৰুত অচলা ভক্তি তাৰ আপদ কত? গুৰুক এৰি লঘুক ভজিলেই পাপ, দুখ, মৰণ। গুৰুক দেখিবৰ অৰ্থে দিনে ৰাতি জ্ঞানৰ অখণ্ড প্ৰদীপ জলাই ৰাখিব লাগে। গুৰু চিন্তা, গুৰু সেৱা, নিত্য কৰ্ম্ম। এই কৰ্ম্ম কৰিবৰ অৰ্থে নিৰ্জ্জন স্থান লাগে। যি গুৰু ভক্তিৰ সোৱাদ বুজিছে সেয়ে নিৰ্জ্জন ঠাই বিচাৰে।

যি জনৰ গুৰুজ্ঞান নাই, যি জনে গুৰু পদৰ মহিমা বুজা নাই সি নিৰ্জ্জন থলৰ, পবিত্ৰ থলৰ কি সোৱাদ বুজিব। জ্ঞানী জনে গুৰুৰ আদেশ শুনিবলৈকে, গুৰু সেৱা কৰিবলৈকে পবিত্ৰ নিৰ্জ্জন থল বিচাৰি লয। গুৰু সেৱা কৰি, গুৰুৰ আদেশ শুনি, আদেশৰ দৰে আচৰিবলৈ বাৰৰ দৰে চলে। কিহৰ বাবে বীৰ। গুৰুৰ আদেশ আচৰিবলৈ বাৰ। যাৰ জ্ঞান গুৰুত অচলা ভক্তি তেওঁ গুৰুৰ নাপালি থাকিবই নোৱাৰে। যি জনে গুৰুক অৱহেলা কৰি লঘুক সেৱা কৰিছে সি লঘুক পাইছে, লঘু হৈছে। লঘুৰ সকলোৱে লাৰে চাৰে। লঘু তুলাপাততকৈও পাতল। গুৰু হিমালয়ৰ দৰে অটল, গম্ভীৰ, বীৰ, মহান। প্ৰকৃতে গুৰুক যি ভজিছে, সি অৱশ্যেই মহান হব। যি যাক ভাৱে সি সেই দৰেই হয। সৰুক ভাবা সৰু হবা, ডাঙৰক ভাবা ডাঙৰ হবা। আমাৰ মানুহে নাম মাত্ৰ গুৰু সেৱা কৰে। প্ৰকৃত গুৰু সেৱা জনা হলে আমাৰ এনে দশা নহল হয। আমি নাম মাত্ৰ গুৰু সেৱাত তুষ্ট। প্ৰকৃত গুৰু সেৱা কৰিবলৈ আমাৰ মতি নাই। অলপ মতি হলেও দাস হোৱাৰ বাবে অলপ আজৰি বা উপায নাই। সংসাৰৰ দাস, সমাজৰ দাস, কুসংস্কাৰৰ দাস। পেটৰ দাযত পৰা আনৰ দাস। দাসৰ আকৌ গুৰু সেৱা কি? যাৰ দাস সেযে গুৰু। দাসৰ ভিন্ন গুৰু আৰু নাই। দাস হৈছো, সকলো ধৰ্ম্মকে পৰিত্যাগ কৰি যাৰ দাস হৈছো, এক মনে তেওঁৰ শৰণ লোৱা, বা দাস বৃত্তি এৰি, সংসাৰৰ সৰ্ব্ব ধৰ্ম্ম এৰি, এক মনে জ্ঞান গুৰুৰ শৰণ লোৱা। ব্ৰহ্মত শৰণ লোৱা, ব্ৰাহ্মণ হোৱা। এক দেৱ এক সেৱ এক বিনে নাই কেৱ। ব্ৰাহ্মণো নহয দাসো নহয। এইখন লণ্ড ভণ্ডৰ আৱশ্যক কি? এক

হোৱা, এক পদ লোৱা। তেহে আগ বাঢ়িব পৰিবা। আগ বাঢ়িব নোৱাৰিলেই পিচুৱাই যাব লাগিব। সংসাৰত একভাবে থাকিবৰ নিয়ম নহয়। নিত্য নতুন হোৱাই সংসাৰৰ ধৰ্ম্ম। নিত্য পৰিবৰ্ত্তন এই সংসাৰৰ কৰ্ম্ম। হয় উন্নতি, নহয় অধোগতি। এই সংসাৰত এক ভাবেই একো বস্তুই নাথাকে।

আমি যিমান পৰিমাণে ব্ৰাহ্মণ হৈ থাকিবলৈ খুজিম তিমান পৰিমাণে দাস যদি হোৱা, দাসত্ব কৰ্ম্মত ক্ৰটী হব। দাসত্ব কৰ্ম্মত ক্ৰটি হলেই প্ৰভুৰ মনত খং হব তোমাৰ উন্নতি নহয়। যি চাকৰী কৰে সি আকৌ ব্ৰাহ্ম!! পৰৰ চাকৰী কৰি ব্ৰাহ্মণ বা ব্ৰাহ্ম বুলি, নিজক পৰিচয় দিলে ব্ৰাহ্মণ বা ব্ৰাহ্ম শব্দৰ অৰ্থৰ ব্যতিক্ৰম কৰা হয়। যি দাস সি ব্ৰাহ্মণ হব নোৱাৰে। প্ৰকৃতিৰ বিকৃতি মাগোন। ব্ৰাহ্মণ কেৱল পৰম জ্ঞান, পৰম গুৰুৰ অধীন আন কাৰো অধীন হব নোৱাৰে।

---

## প্ৰভু আৰু ভৃত্য।

এই পৃথিবীত অনাদি অনন্ত কালৰ পৰা প্ৰভু আৰু ভৃত্য শক্তিৰ প্ৰাদুৰ্ভাব চলি আহিছে। অইন ধৰ্ম্মত প্ৰভু আৰু ভৃত্য ভিন্ন পৰিবাৰ ভুক্ত, ভয়, পাছে প্ৰভু ভৃত্যৰ লগত মিহলি হৈ যাই। উদাৰ হিন্দুৰ প্ৰভু ভৃত্য এক পৰিবাৰ ভুক্ত। ব্ৰাহ্মণ ক্ষত্ৰিয় বৈশ্য শূদ্ৰ হিন্দু জাতিৰ এক অঙ্গ। হিন্দুৰ প্ৰভুৰ ভাব ইমান মহান যে ভৃত্যৰ লগত মিহলি হোৱাত ভৃত্যৰ লগত কথাবাৰ্ত্তা কোৱাত এক পৰিবাৰৰ মানুহৰ দৰে ব্যৱহাৰ কৰাত, ঘৃণা বোধ নকৰে। হিন্দুৰ প্ৰভু ওখতকৈও ওখ আৰু সৰুতকৈও সৰু। মহতকৈও মহত। আৰু অণুতকৈও অণু। ডাঙ্গৰৰ লগত কেনেকৈ ব্যৱহাৰ কৰিব লাগে আৰু সৰুৰ লগত কেনেকৈ ব্যৱহাৰ কৰিব লাগে দুয়োকো ভালকৈ জানে। হিন্দুৰ প্ৰভু একেবাৰে উচ্চস্থানীয়।

ব্ৰাহ্মণৰ লৰা ব্ৰাহ্মণ। ক্ষত্ৰিয়ৰ লৰা ক্ষত্ৰিয়। ডাঙ্গৰীয়াৰ লৰা ডাঙ্গৰীয়া। বিষয়াৰ লৰা বিষয়া। মানীৰ লৰা মাননীয়। আজি কালি আগতকৈও যদিও উদাৰ ভাৱ চলিছে, আজি কালিৰ ভাৱক যদিও উদাৰ ভাৱ বোলে, কিন্তু কাৰ্য্যত উদাৰ ভাৱ নহয়। আজি কালি এজন সামান্য যাৰ পিতা প্ৰপিতামহ সামান্য শ্ৰেণীভুক্ত সি যদি গ্ৰহগুণে ডাঙ্গৰ বিষয় পায়, তেন্তে সি বৰতকৈও বৰ হয়। পৃথিবীত ভৰিকে নিদিয়ে। সকলোকে সামান্য জ্ঞান কৰে। যাৰ তাৰ লগত কথা একাখাৰ

কলেও যেন আপোনাৰ ডাঙ্গৰত্ব ভাঙ্গে এনে ভাৱে। এই শ্ৰেণীৰ মানুহেও আকৌ আজি কালি কালৰ গতিকে উদাৰ ভাৱ প্ৰতিপোষক, উদাৰ ভাৱাৱলম্বী।

ব্ৰাহ্মণ বৈশ্য দলনকাৰী, একাকাৰ কৰণকাৰী, ইপিনে নিজে সকলোতকৈও ওপৰ চকুৰা। আপোনাৰ মান বৃদ্ধিৰ আশয়ে পৰৰ আজন্মৰ মান হানি কাৰক। সৃষ্টিৰ আদিৰে পৰা যাৰ মান চলি আহিছে। যি প্ৰভুৰও প্ৰভু। সেই প্ৰভুৰ মান আজি কালি অলপ বুদ্ধিৰ পদ দলিত। হে প্ৰভু হা বিধাতঃ! আজি সেৱক। সেই প্ৰভুৱে আজি কালি পেটৰ জ্বালাত কি নকৰিছে। যাৰ বংশ বংশৰ পৰা সংসাৰত মান চলি আহিছে তাৰ মান বা সি সংসাৰত নেতা হোৱা, অলপ দিনৰ বা এক পুৰুষীয়া মানিত সহজ। সহজ পথ পৰি ত্যাগ কৰি কঠিন শ্ৰম সাধ্য পথ অৱলম্বন কৰা মূৰ্খৰ কাম। হে সেৱকবৃন্দ! যি প্ৰভুৱে তোমালোকক এক পৰিবাৰ এক অঙ্গভুক্ত জ্ঞান কৰে, সি আদৰণীয়নে, যি প্ৰভুৱে তোমালোকৰ নগত তোমালোক ডাঙ্গৰহৈও কাল ধৰ্ম্ম বশতঃ সেৱক পথ অৱলম্বী হলে ৰক্ষা কৰিবৈ যত্ন কৰে, সেই প্ৰভু আদৰণীয়। যাক বহুদিনৰ পৰা মান কৰি আহিছা, যাক তোমাৰ উপৰি মহাপুৰুষ বিলাকে মান কৰি আহিছে, তাক অলপ দোষৰ বাবে অপমান কৰিবলৈ আগ বঢ়া অজ্ঞানৰ কৰ্ম্ম। প্ৰভু সেৱকক একে পৰিমাণ ভাবিয়েই নাৰ গল। নিজে সেৱক শ্ৰেণীভুক্ত হল। প্ৰভুৰ বংশৰ মহাপুৰুষ বিলাক মৰি গৈ প্ৰভু সেৱকৰ ভিন নোহোৱাত পৰিল। প্ৰভু সেৱক একাকাৰ হল। নেতা নাতি শূন্য হৈ নষ্ট হল। সংসাৰ ভ্ৰষ্ট হল। জাতি শক্তিৰ প্ৰতাপৰ স্থলত অজাতি শক্তিৰ প্ৰতাপ প্ৰতিষ্ঠিত হল। প্ৰভু ভৃত্যৰ শক্তি এতিয়া আগতকৈ দৃঢৰূপে ভিন্নকৃত হল। এতিয়া সেৱকৰ সেৱক হৈও ৰক্ষা নাই। এতিয়া কি ডাঙ্গৰ কি সৰু। কি ব্ৰাহ্মণ কি শূদ্ৰ। কি মুনিহ কি তিৰোতা। সকলোৱে দিন ভিক্ষা তনু ৰক্ষাত পৰিছে। এতিয়া যদিও সকৰে আগতকৈ অলপ ভাল হোৱা বুলি ভাবিছে কিন্তু কিছুদিন অন্তৰে ইওখিনি ভাল নাথাকিব। অজাগৰ সৰ্পে তোমাৰ সুখক লাহে লাহে গিলিব ধৰিছে। আগতকৈ এতিয়া কিমান দুঃখ কৰা ভাবি দেখা চোন? সভা মহোৎসৱ দেখিবৰ আজৰি আছেনে? ভাবি দেখা চোন।

এই দৰে সুখ চন্দ্ৰক ৰাহুৱে একেবাৰে গ্ৰাস কৰি একেবাৰে সংসাৰ আন্ধাৰ কৰি পেলাব। সকলোৱে সুখৰ অভাৱত, দুখৰ এন্ধাৰত, ভূত প্ৰেতৰ দৰে হব। দেৱ ভাৱ একেবাৰে নোহোৱা হব। সকলোৱে পৰৰ নিতে ভাৱ ধৰালে তোমাৰ নিতৰ চাউল কঠা মুকলি হব। হে প্ৰভু সকল! প্ৰভুৰ ভাৱ কি ভৃত্যৰ ভাৱ কি ভাবি দেখা। নিজৰ ভাৱ পৰৰ ভাৱত মজি নাপাহৰিবা। নিজৰ সীমা এৰি

নিদিবা। নেতাহৈ নিজৰ নীতি প্ৰাণ গলেও নেৰিবা। স্বধৰ্ম্মে নিধনো শ্ৰেয়, তেওঁ পৰৰ ধৰ্ম্ম ভয়াবহ। অলপ সুখৰ অৰ্থে পৰৰ ধৰ্ম্ম নলবা। নিজে কিমান ওখ আসনত ঠাই পাইছা ভাবি দেখা। পৰে মায়া কৰি তোমাক সেই ওখ ঠাইৰ পৰা নমাই আনিবলৈ যতন কৰে, কিন্তু তুমি জ্ঞান বলে সেই মায়া জাল ছেদন কৰা। নিজৰ ধৰ্ম্ম ৰক্ষা কৰা। নিতে প্ৰভুভাৱ ৰক্ষা কৰি ফুৰিবা। তেহে সকলোৰে মান্য হৈ থাকিবা। প্ৰভুৰ ধৰ্ম্ম মহান ধৰ্ম্ম। সেই মহান ধৰ্ম্ম কিৰূপে আচৰিলে ৰক্ষা হয় তাক শিক্ষা কৰা।

---

## পৰ ধৰ্ম্ম।

পৰৰ বশ হলেই পৰৰ বাটে দি যাব লাগে। নিজৰ বাটে দি যাবৰ উপায় আৰু অৱসৰ নাই। পৰৰ বাটে দি গলেই তুমি নাকিবিন্ধামহ। পৰৰ বাটে দি গলেই পৰৰ কথা শুনিব লাগে। পৰৰ কথা শুনি শুনি যাৰ কাণ কলা হৈছে, যি জনে পৰৰ কথাক জ্ঞান নকৰে সিয়ো মানুহনে? তাৰো গাত কিবা তত আছে নে? নিজৰ বাট কাটি লবলৈ যাৰ সমৰ্থ নাই, নিজৰ বাটে দি অহা যোৱা কৰাত যি অকলসৰীয়া বুলি জানে, গাত বল নোহোৱা বুলি লগ নোহোৱা বুলি জানে, তাৰ গাত আৰু মনত মুঠে বল নাই। আমি পৰৰ হাতত পুতলা। পুতলা কিবা তত থকা বস্তু নে? যাৰ তত নাই তাৰ লাজেই বা কি? লাজ নোহোৱাৰ জ্ঞান কত? আমি পৰৰ হৈ কৰিব নেৰো মানে আমাৰ ইষ্ট দেৱতাৰ পূজা কৰা নহয়। পৰৰ ইষ্ট দেৱতাৰ পূজাৰ নিমিত্তে আয়োজন কৰি দিয়াতেই আমাৰ দিন যায়। আমাৰ ইষ্ট দেৱতাক পূজিম আৰু কেতিয়া? দাসৰো ইষ্ট দেৱতা আছে নে! দাসৰ ইষ্ট দেৱতা প্ৰভু। যেতিয়ালৈকে তোমাৰ আত্মজ্ঞান ইষ্ট দেৱতাৰ শৰণ নলয়, তেতিয়ালৈকে তোমাৰ মঙ্গল নাই। দাসৰ আত্মা নাই। দাস জন্তু স্বৰূপ। যেতিয়া খাবৰ সময় নাই, শুবৰ সময় নাই, বন্ধু বান্ধৱৰ লগত কথা বাৰ্ত্তা কৰৰ সময় নাই, তোমাৰ দেৱতাৰ পূজাৰ সময় নাই, যেতিয়া তোমাৰ অমূল্য সময় ধনৰ নিমিত্তে পৰৰ তত বেচিছা, তেতিয়া তোমাৰ কি আছে? তুমি দিনে ৰাতি পৰৰ গোলাম; যিমান মানুহে স্কুলত পঢ়িছে, তিমানে মানুহ চাকৰিৰ লুভীয়া হৈছে। চাকৰি নহলে ভাল নলগাত পৰিছে। ইয়াকো পঢ়া বোলেনে? ইয়াকো জ্ঞান অৰ্জ্জা বোলেনে? নিজৰ হাতে কৰি খাবলৈ এৰি, পৰৰ ঘৰত চাকৰি কৰিবলৈ শিকাই যদি আমাৰ শিক্ষাৰ প্ৰকৃত উদ্দেশ্য হয়, তেন্তে এনে শিক্ষা আমাক নালাগে।

আৰু চাকৰি কৰিম বুলি শিক্ষা কৰাও অধমৰ কৰ্ম্ম। পৰৰ মায়া জালত বন্ধ নাই নিজ ইষ্ট দেৱতাক চিন্তাই আমাৰ প্ৰকৃত কৰ্ম্ম। আমাৰ ইষ্ট-দেৱতাক আমি কত-বাতেই এৰিলোঁ। আমাৰ কি ইষ্ট কি অনিষ্ট বিচাৰিব বা চিন্তিবৰ আজৰি নোহোৱাত পৰিল। এতিয়া দাস হোৱাই ইষ্ট কৰ্ম্ম হৈছে। এতিয়া ব্ৰাহ্মণেই দাস হল। শূদ্ৰে দাস বুলিবলৈ ঘিণ কৰে, কি ঘিণৰ কথা। এতিয়া ঘোৰ কলি কাল। জ্ঞান অজ্ঞানৰ ভেদাভেদ নাই। ভাল বেযাৰ বিচাৰ নাই। জাতি অজাতিৰ বোধ নাই। আত্ম পৰ জ্ঞান নাই। নিজৰ হিন্দু জাতিৰ শ্ৰেষ্ট পুৰুষ ব্ৰাহ্মণৰ দাস হলেই লাজ। অজাতিৰ দাস হলে দাস হোৱা নহয়। ডাঙ্গৰীয়াৰ দেৱতা হোৱা। প্ৰভো! কিনো মুৰ্খালীয়ে আমাৰ মানুহক চুলে। এতিয়া তোমাৰ লৰা কত ছোৱালী কত। তিৰোতা কত? পিতা কত, মাতা কত, বন্ধু বান্ধৱ কত ঠিকনা নাই। বাবুটো সদাই পৰৰ হৈ খাটোতেই তোমাৰ দিন যায় তুমি আকৌ ডাঙ্গৰীয়া দেওতা? তোমাৰ ডাঙ্গৰীয়া হোৱাৰ আহিলা পাতি তোমাৰ লগত আছে নে নাই এবাৰ ভাবি নোচোৱা কিয়? তুমি কিজানি ডাঙ্গৰীয়াৰ আহিলা পাতিকেই দেখা নাই। তুমি সকত-কৈও সৰু নহলে তুমি ডাঙ্গৰীয়া বুলি মাতিলেই কিয় ফিকি পৰা? আত্ম জ্ঞান নহলে, স্বাধান চিন্তা নহলে, নিজৰ ইষ্ট দেৱতাৰ পূজা নহলে, জ্ঞানময় গুৰুৰ আদেশ, উপদেশ পালন নকৰিলে আমাৰ মহাজন বিলাকৰ বাট নললে, পৰৰ ধৰ্ম্ম ভয় জনক জ্ঞান নহলে, স্বধৰ্ম্ম নিধন হোৱা শ্ৰেষ্ঠ বুলি জ্ঞান নহলে, আমাৰ কেতিয়াও শ্ৰীবৃদ্ধি নহয়। আমি এতিয়া লক্ষ্মীছাৰা। লক্ষমী ছাৰ দিলে যি হব লাগে আমাৰ সেয়ে হৈছে। আজি খালে কালি খাবলৈ নাই। হাহাকাৰেই আমাৰ এতিয়া হৰিৰ নাম ঘৰত লক্ষ্মী থাকিলেহে হৰিৰ নাম মুখেদি ওলাব। লক্ষ্মী যত হৰি তত, আনন্দ তত।

তোমাৰ আনন্দ কৰিবলৈ কি আছে? অলপ মান চিন্তা কৰি দেখাচোন। বান্দী গোলাম মুক্ত কৰিলে কিন্তু এতিয়া আমি আমাৰ বান্দি গোলামত কৈ বান্দি গোলাম হলোঁ। অধম হলো। নকৰিলেই খাবলৈ নাই। এতিয়া খাটি খাবলৈ শিকনিৰ ঠাইত শিকাই লোৱা। তোমাৰ আৰ্জ্জনেৰে তোমাৰ তিৰোতাক পুহিবলৈ নুজুৰিব। নিজে লৰাই তিৰোতাই আৰ্জ্জিব পাৰিলেহে যদি এমুঠা খাবলৈ পোৱা। নহলে মৰণ। এনে দুখত থকাতকৈ মৰি যোৱাও ভাল। কিয়! অমূল্য মানব জীৱন ধৰি মৰণ চিন্তাতকৈ জীৱনৰ উপায় চিন্তাহে জ্ঞানীৰ কৰ্ম্ম, প্ৰকৃত পুৰুষৰ পৌৰুষালী। যেতিয়ালৈকে দুঃখজনক দাস বৃত্তিলৈ আমাৰ ঘিণ নালাগে তেতিয়ালৈকে আমাৰ শ্ৰীবৃদ্ধি নহয়।

আপোনাৰ জীবনৰ উপায় আপুনি বিচাৰি লোৱা, পৰৰ মুখলৈ চাই থকা পৰে দিলে খাম এই অভ্যাসটো এৰা। দুখত পৰিও দুখৰ পৰা উঠিবলৈ যতন কৰা। পৰে দিয়া সুখ চুদিনীয়া। নিজৰ লৰাক সৰু কালৰে পৰা স্বাধীন বৃত্তি শিক্ষা দিয়াহে প্ৰকৃত শিক্ষা। আগলৈ চাই আগবাঢা। এতিয়া কি কৰিলে আগলৈ কি হব তাকে ভাবি চলা। দুখ দূৰ কৰিবৰ উপায় আজি চিন্তি তাৰ মতে আচৰিলেহে কালিলৈ তাৰ ফল ধৰিব। আজি গুটী ৰুলেহে কালিলৈ গাজ মেলিব। হয়, কঠীয়া পাৰিবা আজিয়ে তাৰ আলচ কৰা। দহজনে যি বাটে চলে সেই বাটে স্বধৰ্ম্ম এৰি নচলিবা। অবশ্যে উন্নতি, শ্ৰীবৃদ্ধি হব।

---

# গোপীনাথ চক্রবর্ত্তী।

## কলঙ্ক ভঞ্জন।

কৃষ্ণৰ চৰণ ধৰি, বোলে ৰাধা ব্ৰজেশ্বৰী
শুনাহে মুৰলী ধাৰী, মোৰ মনো দুঃখ।
গাওঁত যিগিলা আছে গিৰি, সকলে বলে বাউৰী তিৰি,
এই দুঃখে উলিয়াবা নাৰো মুখ॥
যদি ফুৰিবা যাওঁ কাৰো বাড়ী, আহিল সেহ বৰ গুৰিখাৰ তিৰী
সকলে বলে হাওঁ চাওঁ আই বাই।
পুৱা গোপুলা দিপহৰে, এই পহৰ সকলে কৰে,
এই মেল বিনে আৰ মেল নাই॥
মেলকি বাপ সকল খুপি, চুপি কৰে চুপি চুপি,
ভেটা খাবাৰ দিহা কৰিছি চাবা।
ৰাতি সবে সবে ফুৰে, কালা খাৱা গৰুৰ দৰে,
কৰে মাৰিব সাৱধান হবা॥
এই চৰণোত শৰণ পোখি, দিখিদেয়া গৰুড় পখা
মৃত্যুঞ্জয় মৃত্যুদেয় কৈল্যাক।
তোমাৰ এই চৰণোত ধৰি, প্ৰহ্লাদ নমৰিল জুইত পড়ি,
ঘুৰি ঘুৰি সঙ্কট হন্তে তৰিলাক॥
আৰ কি বুলিম অধিক, সভামাঝে দ্ৰুপদিক,
দুৰ্য্যোধনাই লাঙটী কৰিবা নল্যাক।
তোমাৰ এই চৰণোৰ গুণে হৰি, মানোক পৰাজয় কৰি,
ইংৰাজেৰা ৰাজা হবা ধৰিলাক॥
হে হৰি দয়াৰ সাগৰ, সেই চৰণত ভজি আমাৰ,
গোকুলোত নাউহল কলঙ্কিনী।
অমৃত খাই হল ৰোগ, তিতা লাগে গোপাল ভোগ,
জুইৰ দৰে হলীঁ শিলোৰ পানী॥

গৰুড়ে হেতি সখি কৰি, সাপোৰ ভয়ত মৰু দাউৰী,
গয়াত পিণ্ড দান কৰি নৰকোত পিতা।
গ্ৰহ যাগোৰ কি এই গুণ, দিগুণ হল গ্ৰহ বৈগুণ,
এত দুঃখ মোৰ ভালে লেখিছিল বিধাতা॥
হৰি ভজি অধোগতি দান কোল্লি হৰে দুৰ্গতি,
ঘিঁউ খাই নৰ হৰে অন্ধ।
ফাশিত মৰি স্বৰ্গবাস, কাশীত মৰি নৰকোত বাস,
কতো দেখা নাই দীনবন্ধো॥
শ্ৰীৰাধিকাৰ কথা শুনি, চিন্তামণি মনে গুণি,
বোলে শুনা প্ৰিয়া মোৰ বাণী।
যি নিচিনে এই গোকুলে, সেই বাদুৱানা বোলে,
ব্ৰহ্মাৰ আৰাধ্যা তুমি ধনী॥
তুমি লক্ষ্মী সৰস্বতী, সাবিত্ৰী শিবাণী সতী,
ভাগিৰথী এই ভুমণ্ডলে।
চিন্‌বা নৰি যত কানী, তোমাক দেখে চিৰাকানি,
দধি বেচা গোৱালিনী বোলে॥

যেনায়—

কানাৰ হাতোত মানিক দিলি নাহাঁহে নামাতে।
মহামান্যা তুলসীৰ মূৰোত কুকুৰ গিলাকে মুতে॥
বান্দাৰোৰ গলোত সণাৰ মালা দিলি ফেলৈ চিণ্ডি।
শিশু পালি শালগ্ৰাম তেতিয়াই ফেলৈ ভাঙ্গি॥
তেনাই হইছি প্ৰিয়ে এ গোকুল গ্ৰাম।
বান্দাৰে জানে কি নাৰিকেলোৰ মুলাম॥
যিকি নুবলাক দুইদিন মান সৈ থাকা সোহাগী।
ই বদনাম গুচাম মই কালি পোহিক লাগি॥
এই বোলি নন্দসুত নন্দপুৰে গেলা।
আই মোৰ কিবা হল বুলি ঢলিয়া পড়িলা॥
মুখে গবৃ অলাল, চখু দুটী গেল উলটী।
নীল ৰতনোৰ দেহা ধূলায় লটী পটী॥

খানিক মান পৰে চক্ষু মুদ্রিত কৰিলা।
তাহা দেখি যশোদাৰ পৰাণ উড়িলা॥

লৰেনা হৰিৰ বুক, জিউ নকৰে ধুক্ ধুক্,
দেখি যশোদা মাৰে ভুক আপনাৰ বুকে।
বোলে বাপা শ্রীহৰি, কোক যাহ মোক এৰি,
আৰ মোৰ কাৰে নাই ত্রিলোকে॥
তই মোৰ সবৰহ, অল্পমান ৰহ ৰহ,
ময আগে গেলি তই যাবি।
অলাল জীউ আৰ পলম নাই, এৰি নাযাবি কানাই,
যাহ যদি বধোৰ ভাগী হবি।
যশোদাৰ শুনি ক্রন্দন, আহিল গাউৰ তিৰিগণ,
হাট লাগিল নন্দ ৰাজাৰ ঘৰে।
কাৰে বোলে নাকান্দিবি আহ, নমৰে তোৰ বাছা কানাই,
কিন্তু ছলিচুক ধৰিছি কুবিবে॥
কাৰে বুলে নুই কৰিবা, তোমাৰ ছলিক ধৰিছি বিবা,
কাৰে বোলে নুই মাতৃহাৰ মাযা।
কাৰে বোলে আপাৰ মাক, ছলিক ধৰিছি ঘোড়াবাক,
কাৰে বোলে শখান শালিযা॥
কাৰে বোলে নুই মাহি, চোমুখাবটুই ধৰিছি আহি,
কেনায কৰি গোৰু লই যাই।
চখুত লাগা ছলি দেখছি, যখাকি যুথুনী ধৰিছি,
মুৰাকন্ধ হই ইটু আই॥
কাৰে বোলে মাৰে সৌ, কাৰে বোলে সগা সৌ,
কাৰে বোলে কল বাঁধ গহইক লাগি।
কুন্নু ভক্তেনি বোলে আযা, সচডোত সৌ পূর্ণ সেৰা,
বাৰ নগৰিয়াক বোলে দিনি ঠোগী॥

এনায় সময় নন্দৰাজা, আহিল বাথানোৰ পেৰে।
ছিদাম সুদাম বলৰামোক কান্দিবা দেখে বাট ঘৰে॥
নন্দবুলে বলাই বাপা কিয়ো কান্দাহ ইয়াত বহি।
মায় মাৰিছি নাকি বাপা কল্লাত লওঁ আহ মোৰ দেহি॥

এই বুলি বলৰামোক কলাত তুলি নিলাক নন্দ।
বলৰাম বোলে তাৰৈ অচেতন ভাই গোবিন্দ॥

মূৰ্চ্ছাগত দেখি গোপাল, ভূমিত পড়ি নন্দ ভূপাল,
ঠৰপৰি কান্দে গুক গুক।
বোলে এই গিৰি খাইতি তিৰী, ফেলছি মোৰ বাপাক মাৰি,
পানীকখলিত কি বুকোত মাৰি ভুক॥

অল্পমান গাখিৰোৰ হন্তে, বান্ধিছিল বাপাক দুই হাতে,
ফেকুৰী ফেকুৰী কান্দি আছিল বাটোত।
কাটা সুমোছিল জৰি, তেওঁ দিয়া নাছিল এড়ি,
দ-মান দিন চিন আছিল হাতোত॥

আজিও কিবা দোহ কৰিছিল, গাখিৰ কি মিঠৈ খাইছিল,
সেই থাকি মোৰ বাপাক ফেলছি মাৰি।
এই বুলি টকন লোই, যশোদাক মাৰিবা যাই,
ৰাণী বোলে যোড হাত কৰি॥

যেনায় মৰা পহুক খাপাবোৰ হান, মৰা গৰু বামুনোক দান,
মৰা গাছোত পানা ঢাল' যেনায়, মৰা মানুহোক গালিপাৰা।
মৰা সাপোক কুবে মাৰা, আজি আমাক মাৰাও তেনায়॥
আক তিৰী বোলে আতা হৈছেহে এনায়।
শুধায় আবুক দোহদেহ কাৰে মাৰা নাই॥
তেতিয়া সচা ভাবি নন্দ ৰাজা আনিবা ধৰিলাক অঝা
আনে নকুল সহাদেবোক আৰ কাশী ৰাজা॥
দিবোদাস ধন্বন্তৰী বাভোট হাৰিত।
বঙ্গদেশোৰ গঙ্গাধৰ ঈশ্বৰ পণ্ডিত॥
কামৰূপোৰ দখিণ কূলীয়া অঝা মহিপাল।
মানিক পুৰোৰ ৰাতিয়া অঝা দেৱ খেদাত ভাল॥
আহিল ঝাপোৰা অঝা লেখ কোৰ বিৰে।
এনায় কেটটী অঝা আহিল কুনিনাউ কৰে॥
কাৰে দেই তিৰ্পোখিৰ ভৰণ কাৰে লেঙ্গোৰ বোড়ী
বহ্নি পাৰি কাৰে দাৰু কাটে থৰাথৰী॥

কারে বা আগলতি পাতোত হাহোৰ ডিমা দেই।
এড়িৰ চকৰাত ভৰে কাৰে গলোত আলই॥
তিন বন্নিয়া সূতাত বান্ধি বাৰাৰ দাঁত দিলাক।
কাঁহাৰ বাটী কূবে দেয় দুৰোক খেদি নিলাক॥
কাইঠাং বাই বুলি কাঁৰে দোবান মাতিবা ধলাক।
নৰ সিংভোৰ মন্ত্রে কাৰে গাও বন্দি কৈল্যাক॥
সৰ্ব্বঢাক মন্ত্রে কাৰে দিলাক ঝাপ বান্ধি।
নলুৰ বচ চৰে দেই আৰু চৰৈ গান্ধি॥
মাদলা বটাযা বোঝা বোঝা হল সকল গাৰে।
আগৰ দৰে থাকিল ভাল কৰিবা নল্যাক কাৰে॥

আথুৱা বৈদ পৰাজয়, দেখি সকলে পালাক ভয়,
উঠিল তেতিয়া অশ্বিনা কুমাৰ।
লাগোত আনিছিল যত দাৰু, দাৰুৰ নাউ গিলাও কৰা পাৰো,
শুনা যদি সভাসদ নৰ॥
মৃত্যুঞ্জয় ৰামবান, পূর্ণ চন্দ্র ৰসায়ন,
সাৰ্ব্বভৌম চতুৰ্ম্মুখ ৰস।
বসন্ত কুসুমাকাৰ, বিদোষ ৰস নিগাৰ,
চণ্ডেশ্বৰ জ্বৰস্ন পৰস॥
আকো নহাল হয়া বড়ি, আহিল তেতিয়া ধন্বন্তৰী,
সঙ্গে দাৰু অসংখ্য হাজাৰ।
যম দণ্ড ৰসায়ন, আৰু চূর্ণ সুদৰ্শন,
সৰ্ব্বজ্বৰ হৰ লৌহ আৰ॥
নৃপতি বল্লভ নাম, মকৰধ্বজ সুঠাম,
আৰু দাবৰ নাড জ্বৰ কেশৰী।
আকো নহল ইগলা কতো, ধন্বন্তৰী লজ্জাখিল,
পাছুৰে ৰহিল মুখটু কলা কৰি॥
এনায় সময় নাৰদ ঋষি, ঢেকিটুৰ উপাৰোত বহি,
মনোহৰ বীণাটু হাতোত।
কপালোত উদ্ধফটা, মূৰোত কপিলা জটা,
দাড়ি অল্মি পড়িছে উৰুাতোত॥

কাহ তলিৰ লুম দুইকছা, তাপ্প্যা দুটাত পড়িয়াছে,
দেখা যাই চঁৰাৰোৰ দৰে।
আহিবা ধৰিলাক সেই গোকুলে, আপনাৰ মনোক আপুনি বুলে,
চলা মন কৃষ্ণ দেখিবাৰে ॥

এৰা মন অন্য বন, সদায় বোলা নাৰায়ণ,
দিনে দিনে গোটাই দিন গেলহে।
দিন থাকাতে এই বেলা, এড়ি ভাই অন্য খেলা,
ভব সাগৰ তৰিবাৰ কৰা ভেলহে ॥

ইতাও আছে দিবাকৰ, হৰি ধন থুপ্রিকৰ,
টানি আজুৰি নানাহ যদি ঘৰোত।
যেতিয়া যাব জীৱন দিবাকৰ, কি ধন লই দিবাকৰ,
দিবাকৰ সুতে ধৰিলি কৰোত ॥

হেৰে মোৰ জাঁউ লাউ বীণা, কাঠে আৰ লাড বিনা,
তই বীণাৰ জনম হওৱা নাই হে।
থাকিবা নরু তোক বিনা, তঁই মোক এৰি বীণা,
নিদান কাল দেখি হেৰে ভাই হে ॥

যি কৰিছু মই নবীনে, ইতা ভাই প্রবীনে,
কৃষ্ণ বিনে আৰ গতি নাই হে।
যি বস্তু মিলে টাকা বিনা, লগোত যাবো সেই দিনা,
তাকে মাত বিনায় বিনায় হে ॥

হেৰে হেৰে মোৰ জিবা, তোকমু সুখুৱালু কিবা,
তিনিশত ষাঠী দিবা ভোজা।
ইতা মোৰ গেছি দিবা, তাৰ ধাৰ সুজিবা
লাগে ইতা সুজা কি সুসুজা ॥

তোৰ হস্তে ধাৰ কৰিছু, তোৰ হস্তে ঘুৰি ফুৰিছু,
তোৰ হস্তে বোঝা বই মৰিছু।
তোৰ হস্তে লাজ এৰি, ঘুৰি ফুৰিছু চন বাড়ী,
কেইটী বাঘৰ হাতোত মুই পড়িছু ॥

সেই কথা মনে কৰা, তাৰ উপকাৰ কৰা,
ৰাধা কৃষ্ণ বুলা জিবা ভাই।
এই বুলি নাৰদ ঋষি, বৃন্দাবন পালাক আসি,
হৰি গুণ গীত গাই গাই ॥

নাৰদ মুনি যঁহই যাৰে, কান্দা কাটী দেখবা পাৰে
তিৰি ছলি কাৰো নাই হাঁসি।
ফুৰি ফুৰি গিৰি গিৰি, নন্দপুৰে গিৰি গিৰি,
শুনিবা পাই দাউৰি আহিল ঋসি ॥

কান্দে নন্দ উপানন্দ, যশোদাৰ নাই আনন্দ,
কান্দি কান্দি আসন দিলাক আনি।
নাৰদ বুলে নাকান্দিবা নন্দ, অচেতন সুই গোবিন্দ,
গটাই চেতন আছে চক্ৰপানি ॥

তুহুঁা ভাবচ্যা নাই সাৰি, তুহাৰে ভাই নাই সাৰি,
এও থাকে থাব মাহে সাৰি।
যেতিয়া সয্য উঠিবো সাৰি, তেতিয়া জাউ গিলাবকো সাৰি সাৰি,
থুপ্রি কৰিব বলি গেলি সাৰি ॥

ভাবিচ্যা কৰিবা লাগিব কাম, এওঁ -সকলোৰো থাব কাম,
যমৰো থাব দাহা সপিণ্ডীৰ সান্দাহ।
মৰিবা মুই সচায কৈছু, ভাগবত খান ছুই বুলিছু,
কিয়ো সুধায বহি বহি কান্দাহ ”

হেন সময় শ্ৰীহৰি, অঝা হল মাযা কৰি
ঔষধ ললাক ঝলঙাত ভৰি, আৰু মন্ত্ৰ পুথি তাতে।
গাঁউৰ সিমুৰোৰ পেৰে, আহিবা ধৰিলাক ধীৰে ধীৰে,
নৰিয়া মানুহ বিশ্ৰি ফুৰে, দেখি ৰাধাৰ সখি মাতে ॥
বৃন্দা নামে ৰাধাৰ সখি, নতুন অঝাক বাটোত দেখি,
খিজলে খিজলে অলপ হাসি, বুলে অঝা কোক যাওৱা।
ময় কৰিছু অনুমান, আকো নাজানা দাৰু দৰ্পন,
কেৱল ডাঙ্গাৰ ঝলঙাখান, সুধাই দিনে ৰাতি বওৱা ॥

তোমাৰ দৰে অঝা ঝাঁক, তাহ্না যমোৰ সৰু ভাক,
পাড়ায় পাড়ায় ফুৰে মানুহ মাৰি।
এনায কিছু বিদ্যাবান, মুখোত বৈদ্য অমৰ খান,
অজির্ণোত দেই লেঙোৰ বোড়ি॥
কাৰো হলি সনিপাত, গাণ্ডটীৰ ঔষধ দেই তাত;
ঘাও হলি দেই পশুৰ্তাৰ দাৰু।
ফোহৰা হলি কাৰোগাৰে, ওকলাৰ দাৰু দেই খুৰে,
অঝা গিলাকৰ গুণ নুই সৰু॥
তেতিযা বৃন্দাৰ কথা শুনি, অঝাদেউ বুলে বাণী,
কিয নিন্দা কৰা গোযালিনী।
তুমি বা কি বিদ্যাবতী, কোন ভট্টাচাৰ্য্যৰ ছাত্ৰি,
কোন অধ্যাপকোৰ গিৰাতেনি॥
তোমাৰ স্বামী আযান বিদ্যাবান, তাৰ বাথানোতে ইস্কুল তিনখান,
ছাত্ৰ গিলা হালুৰা ডাম্ৰা গাই।
ব্যাকৰণ দধি মথা, তদ্ধিত কাৰক চাম্নি উঠা,
সন্ধি সমাস পানা দিযা দোই॥
স্মৃতি শিকা বাঁউকা যোৰা, জ্যোতিষ শাস্ত্ৰ লৰু ধৰা
সন্ধ্যা গায়ত্ৰী হেলা হেলা কৰা।
তুমি সেই পণ্ডিতোৰ কাখোত শিখছা, সেই গৌৰবে গৌৰব কৰিছা,
বুঝিছৰা অঝাগিলা মানুহ মাৰা॥
ময় জানু কি নাজানু গুণ, অলপমান বোলো শুন,
মোৰ ছাত্ৰ উমাপতি অঝা।
মোৰ স্বজন সকল অমৰ, নৰসিং মন্ত্ৰ নিদান সাগৰ,
নাড়ীচক্ৰ কৰিছু বোঝা বোঝা॥
পৰিচয় লওৱা বৃন্দা হৰি নাউ মোৰ।
মোক দেখলি মৰং পলৈ আৰু পলৈ মোৰ॥
দেৰো ভুতোৰ কথায় নকাও যদি ময় ঝাৰু।
ভুতনাথকে বাগৰে বাগৰে ভস্ম কৰিবা পাৰু॥
যমকো দেখাবা পাৰু যমোৰ নগৰ
বিধিৰ লেখা উলটে কৰিবী পাৰু অমৰ॥

অমৰকো মাৰিবা পাৰো এটাবান মাৰি।
মোৰ বানোৰ তেজ সবা নৰে ধন্নন্তৰী॥
ইতো কওঁ শুনা যি ৰোগোত যি ঔষধি।
পূৰ্ব্বে বিধিৰ বিধি মোক যেনায় দিছি বিধি॥
পিত্ত হলি ধন্যালতি পাগে খুৰে দিবা।
কফোত পঞ্চকোল ঝালা ৰোগিক খৱাবা॥
কফপিত্ত বায়ু যদি সকলে ডাঙ্গাৰ হৰে।
তাকে নিদানোৰ মতে সন্নিপাত কৰে॥
তাতে ৰসায়ণ বোড়ি স্বর্ণ সিন্দুৰাদি।
সেবনে ৰুগীৰ নাশ হৰে সেই ব্যাধি॥
নাড়ীৰ নাগাকে যদি কফ পিত্ত দোষ।
তাতে যদি দেৰে ধৰাৰ দৰে কৰে ৰোষ॥
তেবেসে জানিবা ইয়াক সচায় ধৰিছি ভূতে।
আলোনিয়া ঝাবা ফুকা দিবা লাগে তাতে॥

তেতিয়া—

বৃন্দাবুলে অঝাদেউ জানলু তুমি জানা।
মৰ এটা ৰুগী দেউ ভাল কৰিবা পাৰানা॥
কাৰে নাই অনাথিনী জাতি জিয়াছলি।
সদায় কলা কলা দেখে দুই চখু মুজিলি॥
সখি যঁহয় চাৰে সঁহয় কলা কলা দেখে।
ঘৰোত থাকিলি মৰে চনবাড়ীত থাকে সুখে॥
দয়াকৰি যদি দাৰু দিলাহে আপনি।
দিবা গৱাৰ দিহানাই গোটায় দুঃখিনী॥
যদি বুলা আগে ভাল কৰু নন্দোৰ ছলি।
ঘুৰি আহি পাছত ভাল কৰিম দুখিকাঙ্গি॥
ইটু বিবেচনা ভাল মানুহৰ নুই ভাল।
চাৰা ভগিৰথোৰ কাযে গঙ্গা আহিল ভুতল॥
বাটে বাটে আহাঁউতে বহুতোক উদ্ধাবিলাক।
তাৰ পাছোত সগৰ বংশোক মুক্ত কোৰি দিলাক॥

ভাবি চাৱা হৈনানূই হে অঝাদেউটু ।
সগৰবংশোক উদ্ধাৰিবো মনোৰ ভাব সেটু ॥
তেবে পাপী লোকোক বুলা নাই কিয় জাহ্নবা
আগে সগৰবংশোক তাৰো পাছোত তুহ্না হবি ॥
আপনা দৰে সৱ্লোকো দেখিব বিজ্ঞজন ।
আত্মাবৎ সৰ্ব্বভুতেস্থ শাস্ত্ৰোৰ লেখন ॥

তেতিয়া বৃন্দাৰ কথা শুনি, অঝাদেউ বুলে বাণী,
ধনি নিধনী সৱ্লো মোৰ সমান ।
মোক জুনি ভালকে মাতে, সদায় থাকু তাৰ ঘৰতে,
মান অপমান নকৰু গিয়ান ॥
ইতা তোমাৰ সখীৰ দাৰু, শুনা তাৰ ব্যবস্থা কৰু,
ইটু বায় ৰোগ হৈছি জানিবা ।
কলা পানিত ধৰাবা গাও, কলা চাগৰৰ দিবা বাও,
কলাতিলোৰ তেল ঘৃতি দিবা ॥
কলা পঙ্গোত কলাত লোই, কলাৰ নাড দিবা কই,
কলাৰ নাউ লৱাবা তিলে তিলে ।
খুৰে দিবা কালাজিৰা, কণ্ঠোত কলা তুলসীৰ,
মালা গাঁথি দিবা কলা কালে ॥
যদি বোলা একে সখি, দেখে কলা কলা,
তাতে আৰু তুমি, কলা দাৰু দিবা কলা ॥
তাতে হানি নাই, যদি পোড়া যাই,
অগনিত হাত খেনি ।
পুনু জুই জালি, পোৰা হাত সেকিলি,
তেতিয়াই যাই জ্বলানী ।
কাঁটাই বিন্ধিলি, কাঁটায় বিন্ধিলি,
অলে পৰে তেতিয়াই ।
কাণে গেলি পানী, আৰু দেই পানী,
পাচত দুয়ো অলে যাই ॥

এই কথা বৃন্দাক বুলি, নন্দৰ ঘৰক গেল বুলি
অঝা আহিল আহিল বুলি।
সকলে কৰে বোলাবুলি, যশোদা শুনিয়া বুলি,
বাটোক আহিল বুলি বুলি॥

অঝাক দেখি কৃষ্ণ বুলি, কলাত নিবা খুজে তুলি
বোলে বাপা বনমালা।
ইখনি পৰ কিয় কন্দুৱালি, চতোত যি পৰি আছিলি,
সপোন দেখিলোনাকি কালি॥

অঝা বোলে আই মই লুই তোমাৰ ছলি।
তোমাৰ ছলিক ভাল কৰি যাম ময় চলি॥
হৰি অঝা নাউ মোৰ ফুৰো ৰোগ হৰি॥

পুৰুষাৰ্থ কৰি চাউ চলা আই, কিন্তু কৰে হৰি।
কান্দি কহে যশোমতি, মোৰ ছলি বচে যদি,
পৰ্ব্বত সমান দিম সোণা।
অঝা বাপা শুনা শুনা, মোৰ ছলি যি সোণা,
তাৰ কাখত কি লাগে ৰূপা সোণা॥

পূজা কৰি সৰাসনা, বহুকৰি উপাসনা,
কলা সোণা পুণ পাইছিলো।
কি মোৰ কৰ্ম্ম বাখনা, আচুলত বান্ধা সোণা,
সেই সোণা কোত ফেলে দিলো॥

আৰ কুনি 'আই' বুলি মাতব, কুনি চাম্নি খাবা খুজব,
ময় আৰ কাৰ হাতত বান্ধিম।
হাতত আজাৰ পাই, কুনি কান্দিব মুখ চাই,
অঝা বাপা সেই মুখ কি আৰ দেখিম॥

তেতিয়া অঝা দেউস্থ কি কৈল্যাক—
শান্ত কৰি যশোদাক, নন্দক কান্দিবা দিলাক হাক,
বিচাৰ কৰি সভাক অবাক কৰি।
নৰিয়াৰ গাত দি হাত, বোলে হৈছি সন্নিপাত,
এইবুলি সভাত ৰহিল হৰি॥

নন্দক বোলে বৈদ্যদেউ, পয়ান আনা দাৰুদৈও,
নীল পদ্মৰ লাগে এটী মাথা।
তাৰে বহ আৰু এটু বড়া, খুওয়ে দিবা মাহুকে হৰি
উঠি বহিব মিছা নুবুলু কথা॥

হেন সময় নাৰদ কৰে, চিন্ময় গৰেনা কাৰে,
কিয় সুধায় ঘুকুৰা অঝাৰ পুতাক।
তোমাৰ মূল কথাটুৰ দিহাকৰা, নীল পদ্মুৰ মুৰা এৰা,
কন্দুৰা কিয় বুড়া বুড়ী দুটীক॥

তেতিয়া হাসি বোলে অঝাৰ বেটা, নতুন কলহ লাগে এটা,
হাজাৰ ফুটা কলহটোত কৰি।
আনিবা লাগিব পানী ভৰে, বাড়ুৰা তিৰি গিলাকে নৰে,
আনিবা পাৰিব ভাল শান্তিনাৰা॥

অঝাৰ মুখৰ অলাল বাণী, তেতিয়াই কলহ দিলাক আনি,
হাজাৰ ফুটা কৰি কলহত।
চাৰি দণ্ডমান পলম হৰে, এওঁৰ দেখি তেওঁ চাৰে,
সাহ কৰি নলৈ কাৰে হাতত॥

ৰাধাৰ নন্দাক জটিলা ধনা, বোলে ময় আনিবা যাউ পানী,
কোন শান্তি আছে ইটু গাউত।
ময় আছু আৰ আছে আই, হাৰ গটায় বাড়ুৰেনী মাই,
বাদৰ মালা আলেছি আপোন গাউত॥

আই সকলৰ নাই গুণৰ অন্ত, মাহে মাহে ঠগী ভাঙন্ত,
মেলকি বাপুসকল থুপ্রি হই।
তেও আপোনাৰ স্বভাব নেৰে, বাপকৰ পতিত শ্ৰাদ্ধৰ দৰে,
বছৰৰ ভিতৰত সুতুল্লি নহই॥

জটিলা এনায় কে বুলি কাখত কলহ ললাক তুলি,
যমুনাত যাই ভৰালাক পানী।
তুলি চাৰে নবৈ মুঠে, মুখ সুখে আয়াব ধূলা উঠে,
ভাবে ঋিয়ো মৰিবা আহিলো দোনি॥

নিন্দা কৰিলো গাঁউখান যুৰি ইতা মোক দেখি হাহিঁব সকল পিৰি,
হৰি হৰি কি হব উপায়।
মৰিবাৰ মৰিব সেই অল্লায় হওৱা, কেৱল মোৰ সৱৰনাহ কলহটো বওৱা,
জনম যুৰি খটী ৰল আয আয॥

আক্ৰু আকবাৰ জত্ৰৈ জলে, তল হাঁতিযা কৰি ধৰিতোলে,
ভাৰে আকচোল সানো গেলি হৰে।
বড়া মাৰিবাৰ যখায নেলি, ফাইক নাদকছু তেনাই হলি
লাজ দিবা নলোক হৈ গাউব কাৰে॥

এই বুলি পানী ভৰে, ঘাটব পেৰে উপৰক দাউৰে,
আক চবল মান আগউতে গেল পৰি।
তিন চাৰি বাৰ এনায কৰি, কাপৰ চুপৰ ভিজি বৰি
পানী আনিবা নৰি আহিল ফিৰি॥

চুচমূচ কৰি কলহ লই, অঝাৰ কাখত গেল থই,
আধা মৰা হল আযা লাজে।
কুনবাই কিবা বুলিব বুলি, ভয়ে লাজে মুখৰ টপৰি
মাৰিব বুলি মাকব কাখক নাযে॥

জটিলাৰ মাক কুটিলা বুড়া, বোলে বহ বেটি তপত বাঁডা,
আগে তোৰ মুৰটু চৰে থাউ।
ময জানিছিলো মোৰ শান্তি বেটী, মোৰ আইব এটু কীৰ্ত্তি,
তলে তলে তল কৰিলি মোৰ নাউ॥

ময় হাক দেঁউ বুলো হেৰে আই, ফুৰিবা নাযাবি, কোনো ঠাই,
তেওঁ সন্তী নেৰে ঘুৰি ফুৰিবা।
কেটা মান ডেকা আপীৰ লগ পাই, ঘৰে ফেনে চেঁউৰি গাই,
নিচেৰিবাক যাই নাম ধৰিবা॥

আপাগিলাকে থাকে ছাই, ইযাত কেনাকে জাতি থাকে আই,
তুহ্না টিকা কৰি চাওযাছো বাই।
এনায় জানিলি সকতে ধৰি, টিপা মাৰি ফেল্লু হৈ মাৰি,
সুধায় জনম দিলো মাটী খাই॥

মানহৰ মাঝত মুখ হোহাঁলি, যি কৰিবাৰ ভালে কৰিাল,
আৰু ইয়াত থাকাৰ বন নাই।
ইত্তাও অলপ আবুৰ আছে, নাতিৰ মুখ দেখিয়হ পাছে,
শহুৰাৰ ঠেক কালি গুচি যানি আই॥
জিয়াকটু তাৰ পেৰে পলাল, পানী আনবা মাকটু অলাল,
গেল যমুনাক কলহ লই।
কুম্ভ কৰি পুৰ্ণ জলে, দোপ মাৰি কাখত তুলে,
চৌ চৌ কৰি পৰিবা ধৰিলাক বই॥
কোনোৰূপে ৰাখিবা নৰে, উৰাৎ খান বই পৰে
ভিজি গেল পিন্দা কাপোৰ খান।
তিন বাৰ মান এনাই কৰি, তেও পানী নিবা নৰি,
অঝাক গালি পাৰি ফিৰি যান॥
কৰপেৰে আহিছি সান্দি হওৱা, মৰভোৎ আকে জাকি যাউৱা,
তিৰী বাড়ী হওৱা কেচা অঝা।
মিছাই কৰি ভুৰকুটি, বহিছি এখান দোকান পাতি,
ফুটা কলহ কোৰ কেচে কুমটীৰ বোঝা॥
ছলিক গোটাই কৰিব ভাল, জানিছু সিটু মিছা গাল,
ইয়ো কি কোনবা কৰিবা পাৰে হৈনা!
সি আনিবা বোলে ঢেকিৰ তেজ, আনিবা বোল ব্ৰহ্মাৰ লেজ,
ভাবি চাওৱাছো ফাকি ফুকি নুইনা॥
আৰু মোৰ ইটুও আগে ভাবিবা লাগিছিল, নন্দৰ পুতাক মৰিছিল মৰিছিল,
তাতেতো মোৰ বেয়া হওৱা নাই।
হাউচ কৰি দিলো বেটাক বিয়া, সেই কল্যাক পলেৰিযা
আক দিনো ঘৰত নাথাকে তাই॥
ইতা মৰিছি সি হৈছে ভাল, গুছি গেছি জুই জঞ্জাল
বেটা বৰিক লই কৰিম ঘৰ।
কিয় আহিছু পানী নিবা, মোৰ এপ্সায় পাৰে হবা,
এই বুলি ফিৰি গেল ঘৰ॥

সুধা কলহটু কাখত লৈছি, মানহে শুনা কৰি কৈছি,
ইয়ো কোনবা কৰিবা পাৰেনা আই।
কোচ পাতি ৰোদ ধৰিবা, মৰা মানুহক জীয়াত কৰিবা,
কাৰে নৰে কতো দেখা নাই॥
শান্তি হই হলু অশান্তি, এটা মিছা কথাৰ হন্তি,
ফুটা কলহত পানী আনিব বোলে।
কিয় থাকিব ফুটাত পানী, কুনি পাৰাহে দেছু আনি,
এই বলি কলহ দিলাক ফেলে॥
কান্দি বলে নন্দ ৰানী, মই আনিবা নাড পানী,
অঝা বাপা মোক কলহ দেহ।
যদি নবৈত্তে মোৰ নীল মণি, সতো সতো বুলু বাণী,
পানাতে এৰিম ইটু দেহ॥
হাসি বোলে চক্ৰপানি, আই তোমাৰ আনা পানা,
গুণ নধৰে শুনা তাৰ যুক্তি।
মাকে যদি বিহ খৰে, সিয়ো অমৃত সমান হবে,
আগৰ দিনৰ বুড়া বড়িৰ উক্তি॥
তেন জানি থিৰ হওবা পৰমেশ্বৰৰ নাম লওবা,
ভয় নাই ভাল হব গোপাল।
গাঁউত নাই এনে বোলা শান্তি নাৰী, চাউ ৰবাহু গনি পটি,
আহ মই গণা পঢ়াতো খাল॥
এই বুলি মাটীত লেখে, মঙ্গল পাঠৰ খাই চেকে,
ক কলা খান লেখে তাৰ মাঝত।
হাত দে আহিছু আতে, এই বুলি এটাক মাতে,
সি আহি ছুলাক ৰ অক্ষৰ॥
কহে বৈদৰাজ, ইগোকুল মাজে,
আছে আই শান্তিনাৰী।
নাউৰ আগত, ৰ অক্ষৰ যুত,
দেখিলো পৰিক্ষা কৰি॥

বোলে এক নাৰী, ৰ অঙ্গৰে নাৰী,
বহুত আছে অঝা ভাযা।
ৰম্ভা প্ৰিয়া ৰতি, ৰামেশ্বৰী ৰাতি,
ৰতেণী ৰজত প্ৰিযা ॥
আৰু আছে ঢেৰ, গৰিযা কাছ্ৰি ঠেৰ,
ৰ অঙ্কৰে বহুত তিৰি।
কহে বৈদ্য গুণ মণি, দিবা পাৰো চিনি,
দেখিলি সিগিলা নাৰা ॥
তেতিযা ৰ আখৰে তিৰি, আছিল গিৰি গিৰি,
অঝা বোলে ইগলা নুই।
যুনি আছে ৰ অখৰে, সকলে চিনিবা নৰে,
হৰি পৰাযনা হই ॥
তেওঁ সদায বোলে হৰি, কি দিবা সৰ্বৰা
হৰিণ নযনী শান্তি।
লোকে চিনবা নৰি, বোলে বাড়বা নাৰা
তুহনাৰ গাঁউৰ বৰ ভ্ৰান্তি ॥
তেতিযা কথা বুঝিবা পাৰি, জটিলা দাউৰি,
মাকৰ আগত কবা ধল্যাক।
শুনি ছোৱানাহে আই, অঝা অলপাই,
শান্তি নাৰী ঠিক কৈল্যাক ॥
তুহ্নাৰ বোৱাৰী, হল শান্তি নাৰী,
বাদোৰ মালা গলত যাৰ।
যুটা কলহত কৰি, তেওঁএ আনি বাৰি,
জীৱাব নন্দ কুমাৰ ॥
ৰাধা নাউ ললি, তেতিয়াই গাধুলি,
তেহে আলাহ গুচি যাই।
আজি সেই অপবিত্ৰায, অঝা বপুৰায,
গঙ্গা কৰিবা খোজে আই ॥

দুয়ো কহে হাহি, এনায় পস্তুত আহি,
যশোদা ৰাধাক কহে।
এৰি আই বন, আনিয়া জীৱন,
জীৱন দে মোৰ দেহে॥
তুমি আনিলি জীৱন, চলি পাৰে জাৱন,
যি বন থাকে ইতা এৰি।
লো মোৰ আই, মোৰ কাৰে নাই,
কানাই কনাৰ হাতৰ লড়ি॥
যশোদৰ বিলাপ উক্তি, শুনি দুঃখি ৰাধা শক্তি,
চখু দুটী ছল ছল হৈলা।
মনে মনে বোলে হে হাৰি, তোমাৰ ইচ্ছা মিটানাই হগলা কৰি,
ইতা দেশান্তৰী কৰিবাও ৰাধাক থৈল্লা॥
এনায় নাপাও গাউত থল, আক মোক খেদোৱা আনিবা জল,
জলদ বৰণ এৰা ছল,
ময় কোনো দোস নাই কৰা, কিয় মোক হিংখা কৰা,
ধৰা মৰ গয়ৌৰা ধৰাতল॥
তেতিয়া চখু দুটাৰ মুচি পানী, ধিৰে ধিৰে কমলিনী,
যশোদাক বোলে আই চলা।
যি থাকে মোৰ ভৰ ভাগো, এই বুলি গৃহ ত্যাগে,
অভয়া ভয়েতে চঞ্চলা॥
ফুটা কলহ কৰি কক্ষে, ঘন ঘন ধাৰা চক্ষে,
মৰা গোপালোৰ দেখি চাই।
বোলে হে গোপাল করুণা সিন্ধু, দয়া পানী দে এক বিন্দু,
তুমি বিনে বন্ধু মোৰ নাই॥
তোমাৰ হুকুম লই, জল আনিবা যাওঁ হই,
যদি জল নাহে ছিদ্র কুম্ভে।
তেবে জানিবা এই হল দেখা, ৰাধাৰ এই শেষ দেখা,
সঙ্কা হে•জীৱন যাত্রা বম্ভে॥

এই বুলি যায় শ্ৰীমতি, কৃষ্ণ পদে ৰাখি মতি,
উপনীত যমুনাৰ কুলে।
ভয়ে ভীতা হই ৰাধে, শ্ৰীহৰি চৰণাৰাধে
আধেয়া ভুমীতে শীঘ্ৰ ফেলে॥
হে কৃষ্ণ কংসাৰি, কৃতান্ত ভয়ান্ত কাৰি,
কি কাৰণে করুণা নকৰি কোপ প্ৰকাশিলা;
কঠিন কাঠৰ দৰে, কৃপা নাহি কলেবৰে,
কলঙ্ক কলস কংকালে তুলি দিলা॥
খৰ খৰ কৰে খিজিলাৰ, খিল খিল খলে হাসিব,
ক্ষুদ্ৰৰ খুজাৰা খৰ ক্ষীৰোদ বাসাহে দিলা,
কিখেলানু খেলাইলা, কিতিৰ পেৰে খেদে ছিলা,
কি ক্ষেতি ক্ষেতি কৰিলু অখ্যাতি ক্ষিতি ৰাখিলা॥
গোবিন্দ গোবৃন্দ বৃন্দ গোপ গোপী নিৰানন্দ,
গোবৰ্দ্ধন ধাৰী তুমি গোকুলাকুল কৰিলা
গোপাল, কান্দেহে গোপাল, তৃণ বাৰি নাখে গোপাল,
গোপনে গোপিনী কান্দে গুপ্ত হই ককগেলা॥
ঘটত ঘন ফুটা কৰি, ঘামে মাৰিলা ঘাৰ ঠৰি,
ঘোষ ঘৰিণী গিলাকক ঘনশ্যাম ঘটুৰালা।
ঘোষণা হল ঘটে ঘটে, ৰাখনা ঘাটত ঘটে,
ঘটক নুই অঘটন ইঘটত কিয় হলা॥
এই বুলি শ্ৰীমতি, মুচি কমল আখি ছুটী,
ক কাৰাদি মন্ত্ৰে আৰাধিলা।
ভক্তাধীন ভগবান, হৃদে হই অধিষ্টান,
কি ভয় বুলি অভয় দান দিলা॥
তেতিয়া—আনন্দে প্ৰফুল্ল ৰাই, কুম্ভ বুৰাবাক যাই,
তেও অঙ্গ কাপে থৰ থৰে।
যেনেই সাপৰ গাতত দিউতে হাত, ভয়ে কপনি উঠে গাত,
কিয় কপে, জানু খুটেই মাৰে॥

তেতিয়া কুম্ভত পাণী ভৰি, কাখত ললাক ৰাই কিশোৰী,
নিৰখী তলৰ দেখি চাৰে।
নপৰে আৰ তল বই, মনে আনন্দিত হই,
সখী গিলাকক দেখিআয়ে ॥

তেতিয়া—

আনন্দে মগনা সঙ্গিনী গিলা শ্ৰীৰাধাৰ জয় জকাৰ গিলা,
পাছে পাছে নাচি পৰিছে ঢলি। আউল জাউল বসন চুলী
আনন্দ থবাৰ নাপেই থল। অলে চাৰে গাঁউৰ তিৰি সকল।

ৰাধে বোলে সখী গিলা, কিয় মোৰ জয় বোলা,
সক্লে বোলা মোৰ হৰিৰ জয়।
যাৰ হন্তে হল জয়, তাৰে বোলা জয় জয়,
যাৰ গুণে জয় জয বিজয় ॥

যাৰ গুণে মৃত্যুঞ্জয়, মৃত্যুক কৰিছে জয়,
ধনঞ্জয় যাৰ গুণে জয়।
ত্ৰিকালজ্ঞ শ্ৰীসঞ্জয়, যাৰ গুণতে অজয়,
দুৰ্জ্জয় দুৰ্যোধন পৰাজয় ॥

এই মতে কৈ বুলি, নন্দৰ ঘৰক গেল বুলি,
কুম্ভ কাখৰ পেৰে কাখত থই।
অঝাৰ কাখোত থৈ পাণী, কৰি ৰাধে যোৰ পানি,
চক্ৰপানিৰ মাকক বন্দে যাই ॥

তেতিয়া—বোলে নন্দ ৰাণী, হুঁ বাপা নে পানী,
জীয়েদে মোৰ নীলমণি।
শুনি অঝাদেউ, বোলে অতো দেঁউ,
এই বুলি ললাক পানী ॥

গাৱত দিলাক ছিটে, গোপাল তেতিয়াই উঠে,
আঙা মুৰি হামি কাঢ়ি।
দেখি যশোমতি, আনন্দিতা অতি,
ললাক আহি কোলাত কৰি ॥

এটা তিৰি কৰে, কেনায় আই তঁয়ে,
কাৰ হস্তে চলি পালি।
ৰাধে নানলি বাৰি, দাত সেক্টৈ পড়ি,
তযো মল্লি হই কালি॥
তোৰ উচিত আগে, ৰাধাক লবা লাগে,
যশোদা বুলন্ত হৈতো।
মাতে আহ আই ৰাধিক', মোৰ প্ৰাণাধিকা,
প্ৰাণ দাত্ৰী শান্তিক লওঁতো॥
ৰাধা কৃষ্ণক কলাত লই, ৰাজ ৰাজেশ্বৰী হই,
সভাৰ ভিতৰত বহিল ৰানী।
যশোদা কেনায হল, যেনায় ৰূপাৰ গাছত সোণাৰ ফল,
ফলৰ ভৰত হালি পৰিল ঠানি॥
কিবা ৰাধিকাৰ বৰণ, লাজে সোণা লৈছে শৰণ,
কলাৰ কাখত দেখা যায কেনায।
নীলৰ কাখত হৰিতাল, শিলৰ কাখত সোণাৰ থাল,
মেঘৰ কাখত গাইৰ তিৰ মিৰি যেনায়॥
চলি বৰ্ত্তা দেখি নন্দ, মনে নধৰে আনন্দ,
অঝাক কলাত কৰি ধল্যাক নাচিবা।
মদ খাৱা কাছ্ৰিৰ দৰে, কটী ঠেকচা খাই পৰে,
তেওঁ চল্লোত নেৰে ঘুৰি ফুৰিবা॥
লগে লগে গুৱাল গিলা, নাচি ফুৰে আথ্ল্যা পাথ্ল্যা,
কাৰ গাত কুনি পড়ে যাই।
কেইটী ভাঙ্গিল দইৰ কাতা, তাতে পিচলী পৰিল কেইটা
কুনি তাৰ বাত্ৰা লৱে ভাই॥

---



# বলিনাৰায়ণ বৰা।

## উচ্চশিক্ষা।

আসাম ভাৰতবৰ্ষৰ পিচ পৰিথাকা প্ৰদেশবিলাকৰ ভিতৰত গন্য। বাস্তবিকে যি দেশত সুশিক্ষিত, ধনী আৰু ব্যবসায়ী মানুহৰ সংখ্যা তাকৰ সি আজি কালিৰ সভ্য আৰু আগবাঢ়া দেশবিলাকৰ সমকক্ষ হব নোৱাৰে। অসমীয়া মানুহ অশিক্ষিত আৰু নির্ধনী, এই কথা সকলোৱেই জানে। যি যি কাৰণ গতিকে অসমীয়া মানুহৰ ধন নাইকিয়া হইছে, তাক আসামৰ ইতিহাসৰ পাতে পাতে উলিয়াব পাৰি; কিন্তু কিহৰ নিমিত্তে ইয়াৰ মানুহ অশিক্ষিত, তাৰ কথা আসাম বুৰঞ্জীত বিচাৰিলে পোৱা নেযায়। পাশ্চাত্য শিক্ষা দেশত সোমোৱাৰ ভালেদিন আগেয়ে প্ৰাচ্য সভ্যতা ভাৰতবৰ্ষৰ সকলো দেশতে লুপ্ত হইছিল। এতেকে আগৰ দিনত আসামৰ মানুহ কিমান দূৰ শিক্ষিত আছিল সেই কথাৰ অনুসন্ধান কৰি এতিয়া একো ফল নাই। পাশ্চাত্য শিক্ষাৰ সুফল আসামত এতিয়ালৈকে ফলা নাই কিয়, সেয়েহে সুধিব লগীয়া। ইংৰাজি শিক্ষা এই দেশত প্ৰচলিত কৰা বহুবছৰ হল। তথাপি ইমান দিনে ইংৰাজি শিক্ষাত পাৰ্গত হোৱা অসমীয়া মানুহ ইমান তাকৰ কিয়, এই বিষয় অনুসন্ধান কৰিবলৈ স্থানীয় গবৰ্ণমেণ্টে এটা কমিটি স্থাপন কৰা আবশ্যকীয় হইছে যেন বুলিব পাৰি। আজি আড়াই কুড়ি বছৰতকৈও সৰহদিন ইংৰাজি শিক্ষা দিও যদি আসামত শিক্ষিত মানুহৰ সংখ্যা দুখন হাতৰে আঙুলিৰ মূৰত লিখিব পাৰি তেনে হলে নিশ্চয়, হয়, শিক্ষা প্ৰণালীৰ দোষ, নহয় অসমীয়া মানুহ এনে গাধ যে সিহঁতক শিক্ষিত কৰিবলৈ যিবোৰ স্কুল পাতা গইছে তাক বন্ধ কৰাই ভাল। আমাৰ মনত হলে এনে বিবেচনা নহয় যে আন আন জাতীয় মানুহতকৈ অসমীয়া মানুহৰ বোধ শক্তি বা শিক্ষিত হবৰ ইচ্ছা অলপও কম। যি দেশত সিদিনালৈকে স্বাধীন ৰাজাৰ শাসন আছিল, আৰু সেই শাসন এতিয়াৰ দিনৰ সুসভ্য পাশ্চাত্য শাসনৰ নিয়মত চলিছিল, যি দেশত ৰাজাৰ ক্ষমতা প্ৰজাৰ ইচ্ছাৰে কিছু পৰিমাণে বন্ধা আছিল, যি দেশত সমাজৰ স্বায়ত্ব শাসন প্ৰণালী আজিলৈকে গাঁওএ গাঁওএ চলি আছে, সেই দেশৰ মানুহৰ বোধ শক্তি নিচেই লঘু

বুলিব নোৱাৰি। এতেকে এই দেশত শিক্ষাৰ উন্নতি নোহোৱাৰ বাবে ইয়াৰ শিক্ষা প্ৰণালীকে আৰু অসমীয়া মানুহৰ আবশ্যকতা সম্পৰ্কে গবৰ্ণমেণ্টৰ অজ্ঞতাকেহে দুষিব লগীয়া বুলি আমি ভাবিছোঁ।

বহু আগৰ পৰা যদিও ভাটিৰ দেশৰ মানুহ আসাম দেশলৈ আহাযোৱা কৰিছিল, তথাপি এই দেশে সইতে, দুৰ্গম পথৰ নিমিত্তেই হওক কি অইন কাৰণ গতিকেই হওক, ভাৰতবৰ্ষৰ আন আন দেশৰ যে ঘন সম্বন্ধ নাছিল এই কথা নেমানি থাকিব নোৱাৰি। এতিয়ালৈক বঙ্গদেশত এনেকুৱাহে বিশ্বাস আছিল যে বঙ্গালী মানুহ আসামলৈ আহিলে ভেৰা ছাগলী হই যায়। এই বিশ্বাস সঁচাই হওক বা মিছাই হওক, আসাম যে দুৰ্গম ঠাই এই কথা বাঙ্গালীৰ মনত আজিলৈকে বিশ্বাস। এই বিশ্বাসৰ গতিকেই সহজে বঙ্গালী মানুই এই দেশলৈ আহিব নোখোজে। সুশিক্ষিত বঙ্গালী যদি নিজ দেশত এশ টাকা আৰ্জ্জিবলৈ পাৰে, তেনেহলে দুশ টাকাৰ নিমিত্তেও যে আসামলৈ আহিব নোখেজে, এই কথা গবৰ্ণমেণ্টে নেজানিলে নেজানিব পাৰে, কিন্তু সকলো বঙ্গালীয়ে জানে। আসামত যি উচ্চ শিক্ষা হইছে সি মাথোন বঙ্গালীৰ মুখে পঢ়িয়েই হইছে, আৰু ভালেদিনলৈকো বঙ্গালীয়ে শিখালেহে আসামত উচ্চশিক্ষা হব। তেনেহলে সুশিক্ষিত বঙ্গালী মানুহক যিহতে এই দেশলৈ আনিবলৈ সুচল হয় তাৰেহে পুৰুষাৰ্থ কৰিব লাগে। আমাৰ স্থানীয় গবৰ্ণমেণ্টে এই বিষয় কিমান পুৰুষাৰ্থ কৰিছে আমি ক'ব নোৱাৰোঁ। কিন্তু স্কুলৰ এতিয়াৰ শিক্ষক বিলাকলৈ চাই আমাৰ এনেহে মনে ধৰে যে সেই বিষয় গবৰ্ণমেণ্ট একেবাৰে উদাসীন। ভাল শিক্ষকৰ ওপৰত যে স্কুলৰ সকলো আশা ভৰসা, গবৰ্ণমেণ্টৰ এই বিশ্বাস নাই বুলিহে যেন পতিয়াব লাগা হইছে। সেই বিশ্বাস থকা হলে আসামৰ স্কুল বোৰত অৰ্দ্ধ শিক্ষিত শিক্ষকৰ সংখ্যা ইমান সহৰ নহল হেতেন। বঙ্গদেশৰ হাই স্কুল বোৰত তলৰ শিক্ষকবোৰও বিশ্ববিত্তালয়ৰ ওখ উপাধি পোৱা মানুহ; কিন্তু আসামত প্ৰবেশীকা পৰীক্ষাত উঠা মানুহ হলেই উচ্চ শ্ৰেণী বোৰতও শিক্ষা দিবলৈ তাক যোগ্য বুলি ভাবে। যি দেশত শিক্ষকৰে উচ্চশিক্ষা নাই, তাত উচ্চশিক্ষা ক'ৰ পৰা হব? সুশিক্ষিত মানুহ অনাবৰ নিমিত্তে গবৰ্ণমেণ্টে অলপমান খৰচ কৰিব খুজিলেই পাৰে, কিন্তু সেই খিনি খৰচ কৰিবলৈ আগ নাবাঢ়ে। যিমান দৰমহাত বঙ্গদেশৰ স্কুলত সুশিক্ষিত বঙ্গালীয়ে কাম কৰিব, তিমান দৰমহাত, কি তাতকৈ অলপ সৰহ দিলেও সেই বঙ্গালীয়ে আসামত আহি কাম নকৰে, ইয়াৰ এটা কাৰণ, আগয়ে কোৱা হইছে, এই যে, আসাম দুৰ্গম আৰু মৰগ ঠাই বুলি বিখ্যাত। তাত বাজে আৰু এটি মুল কাৰণ আছে যি নিমিত্তে

নিচেই তাকৰ দৰমহাতেও বঙ্গদেশত অতি সুশিক্ষিত শিক্ষক পোৱা যায়। বিএ পৰীক্ষা দি উঠি দুবছৰৰ পিছত হে বি এল পৰীক্ষাত সোমাবলৈ দিয়াৰ নিয়ম। আৰু আন পৰীক্ষাৰ নিচিনা আইন পৰীক্ষালৈ গোটেই দিনটো কলেজত আবদ্ধ হই সোমাই থাকিব নেলাগে। এতেকে এই দুবছৰ কাল এনেয়ে মিছামিছিকৈ নকটায় অনেকে যিহকে পায় সেই দৰমাহাতে স্কুলত শিক্ষক কামত সোমাই জীবিকাও চলায় আৰু ইপিনে কলেজলৈ পুৰা এঘণ্টা গই আইন শ্ৰেণীত হাজিৰাটোও লেখাই আহে। বঙ্গদেশত ঠাইএ ঠাইএ বি এল পৰীক্ষাৰ নিমিত্তে কলেজ বিলাকত আইন শ্ৰেণী আছে। সেই গতিকেই সুশিক্ষিত শিক্ষক সেই দেশৰ স্কুলবোৰত অলপ দৰমহাতে পোৱা যায়। আসামত বি এল পৰীক্ষাৰ নিমিত্তে আইন শ্ৰেণী নাই তেনেহলে আইন পৰীক্ষাৰ্থী সুশিক্ষিত বঙ্গালী কিয় এই দেশৰ স্কুলৰ শিক্ষক হই আহিব? এতেকে যদি আমাৰ গবৰ্ণমেণ্টে উচ্চশিক্ষাৰ উন্নতি আসামত দেখিবলৈ খোজে, তেন্তে ইয়াৰ শিক্ষক শ্ৰেণীৰ দৰমহা বঢ়াই দি ভাটিৰ সুশিক্ষিত মানুহ অনাওক। প্ৰতি স্কুলত একোজন এম এ আৰু তাত বাজে অতিকমে দুজন বি এ থাকিব লাগে আৰু এফ এ পৰীক্ষাত নুঠা কোনো মানুহক স্কুলৰ শিক্ষক নকৰা নিয়ম থাকিব লাগে। এনে কৰিলেহে বাস্তবিকে আসামত উচ্চ শিক্ষাৰ গুৰি বান্ধা হব, আৰু যেতিয়ালৈকে তেনে কৰা নাযায় তেতিয়ালৈকে প্ৰবেশিকা পৰীক্ষাত উঠা ল'ৰা এই দেশত ভালেমানও হব পাৰিব, কিন্তু কেতিয়াও ইয়াত উচ্চ শিক্ষাৰ ফল নফলে। গুৰি ডাঠ নহলে গছ লঘু, তুকুকা বতাহৰ কোবত হলি পৰে। গবৰ্ণমেণ্টে আৰু সৰহকৈ বৃত্তি দি ঝাঁকে ঝাঁকে অসমীয়া ল'ৰা কলিকাতালৈ পঠাই উচ্চশিক্ষাত ঘহনি খুয়াওক, তাৰ দ্বাৰাই আসামত উচ্চ শিক্ষাৰ অলপও সহায়তা বা উন্নতি নহয়, ই আমাৰ দৃঢ় বিশ্বাস। আপইতা কঠাল জাগ দি পকাব খুজিলে সি মাথোন গেলে। কলিকাতাত পঢ়ি উঠা আৰু পঢ়ি থকা ডেকা বিলাকৰ গ্লানি কৰা আমাৰ মনৰ বাহিৰ, তেওঁবিলকেই আমাৰ দেশৰ আশা বুলিব লগীয়া, আৰু তেওঁবিলাকৰ কোনো কোনোয়ে যে নিজৰ যতন আৰু বুদ্ধিৰ গুণে উচ্চশিক্ষা পাই, শিক্ষাৰ উচ্চ ফল লাভ কৰি, উচ্চশিক্ষাৰ গৌৰব, দেশৰ গৌৰব, আৰু শিক্ষাৰ্থী সকলৰ উৎসাহ বঢ়াব, এনেও আমি আশা কৰোঁ। কিন্তু বোধ কৰোঁ, তেওঁবিলাকে নিজেই এই কথা নামানি নোৱাৰে, যে আসামৰ স্কুলত যি শিক্ষা পাই তেওঁবিলাক কলিকাতালৈ যায় সি ইমান দুষনীয় আৰু তাৰ প্ৰণালী ইমান বেয়া যে পোনে পোনে আৰু ভালেমান দিনলৈকেও কলিকাতাৰ কলেজৰ শিক্ষাপ্ৰণালী তেওঁবিলাকৰ পক্ষে গধুৰ আৰু দুৰ্গম বোধ হয়, আৰু তাৰ সহপাঠী বিলাক শ্ৰম আৰু বুদ্ধিত শ্ৰেষ্ঠ

নহলেও, পাৰ্গতালি, ব্যুৎপত্তি আৰু টেঙৰালিত নিজতকৈ ওখ বিবেচনা হয়। দুষ্ট আৰু অশুধ শিক্ষাৰ ফল জীৱনত কেতিয়াও গাৰ পৰা জোকাৰি পেলাব নোৱাৰি। সি সদাই গাত লাগি থাকি উন্নতিৰ বাটত কাইটৰ নিচিনা হই আমাক আগুৱাব নিদিয়ে, সেই দেখিহে আমি কইছোঁ যে যেতিয়ালৈকে উচ্চশিক্ষাৰ গুৰি ঠাই যি হাইস্কুলবোৰ তাত উপযুক্ত শিক্ষক সুমাবলৈ পুৰুষাৰ্থ নকৰে তেতিয়ালৈকে এই দেশত শিক্ষাৰ উন্নতি নহয়, সুফল নোলায়। স্কুলৰ শিক্ষকৰ দৰমহা বঢ়াই নকৈ শিক্ষক আনিলে ভালেমান খৰচ হব বুলি গবৰ্ণমেণ্টে সেই পিনে আগ নাবাঢ়িব পাৰে। খৰচৰ পেৰাৰ কাঠি আমাৰ হাতত নাই, এতেকে ধনে নাটা বুলিলে আমাৰ একো কবলগীয়া নাই। ধনৰে যদি ইমান অকুলন, তেন্তে যিখিনি উচ্চশিক্ষাৰ নামে এতিয়া পানীত পেলোৱা যায়, স্কুল কেইটা উঠাই দি সেই খিনি ধন সাঁচিলেই ভাল। তাবে ধনও সাঁচা হব আৰু অশুধ শিক্ষাৰ কুফলৰ পৰা ল'ৰাবোৰক-ও আঁতৰোৱা যাব। বা তিমান দূৰলৈ নগই আৰু এটি বন কৰিব পাৰি। এতিয়াৰ হাইস্কুল বিলাকক মাইনৰ স্কুল কৰি ব্ৰহ্মপুত্ৰ উপত্যকাৰ জিলা কেখনৰ মাজত মুঠে এটা হাইস্কুল পাতিলে এতিয়া খৰচ কৰা ধনেৰেই ভালকৈ জুৰিব। ইয়াৰ দ্বাৰাই এই ফল হব যে এতিয়াতকৈ তাকৰ ল'ৰাই উচ্চশিক্ষা পাবলৈ আগবাঢ়িব। এই ফল যদিও শোচনীয়, তথাপি যি দুই এজনে আগবাঢ়ে, তাৰ যে সুশিক্ষা হব এইটো ঠিৰাং কৰি কব পাৰি। অশিক্ষিত হই থাকাও ভাল, কিন্তু যি শিক্ষাৰ দোষে আমাৰ দেশৰ সুশিক্ষিত বোলা মানুহবোৰেও উন্নতিৰ পথত আগুৱাব নোৱাৰে, যি শিক্ষাৰ দোষে কলেজৰ পৰা ওলালেই আমাৰ মানুহৰ আয়াস নিস্তেজ হবলৈ ধৰে, যি শিক্ষাৰ দোষে আমাৰ সুশিক্ষিত বোলা ডেকা কিছুমানৰ আহিঁ চাই সাধাৰণৰ মনত উচ্চশিক্ষাৰ হতাদৰ হয়, যি শিক্ষাৰ দোষে আমাৰ শিক্ষিত মানুহ ইংৰাজৰ মনত দিনে দিনে ঘৃণাৰ পদাৰ্থ হব ধৰিছে, সেই শিক্ষালৈ প্ৰাৰ্থী হোৱা জাতীয় আত্মহত্যা মাথোন। আসামৰ হাইস্কুল বোৰৰ পৰিবৰ্ত্তন কি বিনাশ এই দুইৰ এটা লাগতিয়াল হইছে। যুগৰ পিচত যুগ ক্ৰমে বই যাব লাগিছে, এ পুৰুষৰ পিচত আন এ পুৰুষ মৰি যাব ধৰিছে, তথাপি আসামৰ আধামৰা স্কুল বোৰৰ গতিৰ লৰচৰ নাই। একেলগে শিক্ষা পোৱা আন আন দেশত উচ্চশিক্ষাৰ নাতি পুতি হল, আসামত উচ্চশিক্ষাৰ বীজেই পৰা নাই। এই বিষয়ত গবৰ্ণমেণ্টে আওকনীয়া ভাব ধৰিলে আৰু নচলাত পৰিছে, স্থিতি অবস্থাত বহুদিন থাকা গল, এতিয়া অলপ গতিৰ আবশ্যক হইছে। কিন্তু সচাকয়ে জানো ধনৰ অনাটনত উপযুক্ত শিক্ষক অনাবৰ উপায় নাই? বাৰু খৰচৰ বহি মেলি চোৱা

যাওক চোন। গল বছৰি আসাম প্ৰদেশৰ শিক্ষা বিভাগত ৪ চাৰি লক্ষ ৫২ বাহান্ন হাজাৰ টকা সৰ্ব্বমোটে খৰচ হয। তাৰে ভিতৰত হাইস্কুল বোৰৰ নিমিত্তে খৰচ ৬৫ হাজাৰ মাথোন। এই ৬৫ হাজাৰ আকৌ এটাই খিনি গবৰ্ণমেণ্টে দিয়া ধন নহয়। ইয়াৰ ভিতৰত গবৰ্ণমেণ্টৰ খৰচ ১৯ উনৈশ হাজাৰ মাথোন, বাকিখিনি মাচুল ইত্যাদিৰ পৰা উঠে। অৰ্থাৎ মাচুল ইত্যাদিৰ পৰা উঠে যেনিবা ২॥ আড়াই টকা, গবৰ্ণমেণ্টে দিয়ে ১ এটকা। আসামৰ নিচিনা পিচপৰি থাকা দেশত উচ্চশিক্ষাৰ নিমিত্তে গবৰ্ণমেণ্টে সাধাৰণৰ অংশতকৈ নিজৰ অংশ সৰহকৈহে দিয়া উচিত। তেওঁ যদি সমানে সমানেও দিয়ে তথাপি হাইস্কুল বোৰৰ আমি কোৱাৰ নিচিনা উন্নতি অনায়াসে সাধিব পাৰি। কিন্তু সাধাৰনৰ ২॥ আড়াই খোজত গবৰ্ণমেণ্টে এখোজ ললে আমাৰ আশা নাই। আৰু বাস্তবিকে যদি গবৰ্ণমেণ্টে সকলো ফালে এনে কৃপণতা দেখুৱালেহেতেন, তেনেহলে আমাৰ কবলগীয়া একো নাথাকিল হেতেন। কিন্তু যি গবৰ্ণমেণ্টে এটাইবোৰ হাইস্কুলৰ নিমিত্তে ১৯ উনৈশ হাজাৰত কৈ সৰহ টকা দিব নোখোজে সেই গবৰ্ণমেণ্টেই শিক্ষা বিভাগৰ একেজন মানুহৰ দৰমহাৰ বাবেই গল বছৰি ১৮ ওঠৰ হাজাৰ টকা খৰচ কৰিছে। ইন্‌স্‌পেক্টৰ জনা সুপণ্ডিত মানুহ। সুপণ্ডিত মানুহক সৰহকৈ দৰমহা দিয়াত আমি বেজাৰ নেপাও, কিয়নো তাৰ দ্বাৰাই উচ্চশিক্ষাৰ গৌৰব বাঢে। কিন্তু যি দেশত উচ্চশিক্ষা নাই, সেই দেশত উচ্চশিক্ষাৰ তত্ত্বাবধান কৰিবৰ নিমিত্তে ইমান দৰমহা দি সুপণ্ডিত মানুহ এজন ৰাখাৰ আৱশ্যক কি? টকাৰ অভাৱে হাইস্কুল বোৰৰ দুৰ্দ্দশা, এনে স্থলত স্কুলৰ নিমিত্তে টকা নিদি, এজন বহি থকা পণ্ডিতক পেট ভৰাই খুৱালেই স্কুলৰ পেট ভৰে নে? বাস্তবিকে ইমান সৰহ দৰমহা পোৱা ইন্‌স্‌পেক্টৰৰ কাম আসামত উঠাই দিয়া আৱশ্যক। ইন্‌স্‌পেক্টৰৰ বহি কেইটাৰ বন স্থানীয় গবৰ্ণমেণ্টৰ সেক্রেটেৰী এজনাই কৰিব পাৰে, আৰু তেওঁৰ পৰিদৰ্শন কাৰ্য্য জিলাৰ ডিপুটী কমিসনৰ জনাই আৰু আন আন বিষয়া বিলাকে অনায়াসে আৰু আনন্দেৰে সম্পাদন কৰিব; ইয়াৰ দ্বাৰাই শিক্ষা বিভাগৰ বছৰি ১২ কি ১৮ হাজাৰ টকা ৰব।

আকৌ দেখা যায়, গল বছৰি ১৮ জন প্ৰবেশিকা পৰীক্ষাত উঠা লৰাক বৃত্তি দি কলিকাতালৈ পঠোৱা হইছে। অকল এফ এ পৰীক্ষালৈকে ২০ টকা বৃত্তি দিলেও বৃত্তিৰ নিমিত্তেই আমাৰ গবৰ্ণমেণ্টৰ বছৰিএই ৯ নও হাজাৰ মান খৰচ হয়। কিন্তু আসাম দেশতে আগৰ নিছিনাকৈ এফ এ পৰীক্ষালৈকে পঢ়োৱা কলেজ এটি যদি পাতা হয়, তেন্তে বছৰি পাঁচ কি ছয় হাজাৰ ৰূপতে হব পাৰে।

অনাহকত বৃত্তিৰ বাবে বছৰি তিনি হাজাৰ মান খৰচ কৰা আৱশ্যক কি? তাত বাজেও আসামৰ পৰা যেয়ে প্ৰবেশিকাত উঠিব পাৰে সেয়ে ২০ কুৰি টকা বৃত্তি পাব, এই নিয়মটি ভাল বুলি সলাগিব নোৱাৰি। পৰীক্ষাত বিশেষ পাৰদৰ্শিতা দেখুৱাব পাৰিলে হে বৃত্তি দিব লাগে। ফল বিবেচনা নকৰি সকলোকে বৃত্তি দিলে বৃত্তিৰ উদ্দেশ্য সাধন নহয়, পঢ়াত মন আৰু যতন বঢ়াবলৈ লৰাৰ লক্ষ্য নাথাকে আৰু উচ্চশিক্ষাৰ দৰ কমি গই তাৰৈ ক্ৰমে অনাদৰ হয়। এতেকে অসমীয়া বিলাকৰ নিমিত্তে আসামতে কলেজ পাতি বৃত্তি উঠাই দিয়া, বা ফল চাই বৃত্তি দিয়াত গবৰ্ণমেণ্টৰ অনেক খৰচ কমিব, আৰু লৰাবোৰৰও যথাৰ্থ উপকাৰ হব।

সমজুৱা শিক্ষাৰ বাবে আসাম গবৰ্ণমেণ্টৰ কিমান খৰচ হয়, আৰু তাৰ সদ্ব্যয় নে অসদ্ব্যয় হব ধৰিছে, তাৰ ভু এই প্ৰবন্ধত লোৱা নাযায়। কিন্তু এই ৰকমে বিচাৰি চালে শিক্ষা বিভাগৰ খৰচৰ পৰা বহুত ধন উলিয়াব পাৰি, যি ধন এতিয়া মিছাই খৰচ হৈ যাব লাগিছে। সেই ধনেৰে উচ্চশিক্ষা বঢ়াবলৈ পুৰুষাৰ্থ কৰিলে দেশৰ অনেক উন্নতি হয। কিন্তু মূল কথা, শিক্ষা বিভাগৰ টকা গবৰ্ণমেণ্টে কিহত কিহত খৰচ কৰিব খোজে সেইটো আমাক নালাগে। কিহৰ পৰা টকা কমাব পাৰি তাৰও ভু লবলৈ বিশেষ আৱশ্যক নাই। আমাৰ মাথোন জানা আবশ্যক গবৰ্ণমেণ্টে আসামত উচ্চশিক্ষা দিব খোজে নে নোখোজে। যদি নোখোজে, তেন্তে হাই স্কুল বোৰ উঠাই দিয়ক, তাত আমাৰ কাৰও ওজৰ আপত্তি নাই, আমি নিজে উচ্চশিক্ষাৰ বেচ দিব পাৰোঁ। যদি লম, নোয়াৰো যদি নলওঁ। যদি খোজেহে, তেন্তে এই এঘেৰ খন জিলাৰ উচ্চশিক্ষাৰ নিমিত্তে পাতা ভগা ঘৰ কেইটা পুৰি পেলাই বা মাইনৰ শিক্ষাৰ নিমিত্তে গতাই দি, নকৈ নতুন প্ৰণালীত নতুন শিক্ষকেৰে হাইস্কুল পাতক, আৰু সেই নিমিত্তে যদি ১৯ উনৈশ হাজাৰ টকাৰ বদলি ৫০ আঢ়াই কুৰি হাজাৰ টকাও লাগে তাক য'ৰে তৰে পৰা আনি দিয়ক, তেহে আসামত উচ্চশিক্ষাৰ ভেটি উঠিব। নতুবা এই আধামৰা স্কুল কেইটাৰ হতুৱাই টকা কোবাই আৰু ইন্‌স্‌পেক্টৰ পণ্ডিত জনাৰ ডিণ্ডিত কলথকুৱাৰে ঢোল আৰি দি, আসামৰ উচ্চশিক্ষাৰ হুচৰি গাই ফুৰাত আমি একো সকাম নেদেখোঁ।

আমাৰ গবৰ্ণমেণ্ট বিদেশী। আমাৰ মানুহৰ ভাব অভিলাষ সহজে বিদেশী গবৰ্ণমেণ্টৰ বোধগম্য নহয়। আমাৰ অভাব আৰু ক'বলগীয়া কথা বুজাই দিব নোৱাৰাটোএই অনেক পৰিমাণে আমাৰ দুখৰ গুৰি। আমাৰ নিমিত্তে ঠিয় হই দুআখাৰ কথা কয়, আমাৰ মুখপাৎ স্বৰূপ হই ৰজাৰ আগলৈ যাবলৈ, আগ বাঢ়ে, এনেকুৱা কেঁওএই নাই। কেনেকেই বা হব? অসমীয়া শিক্ষিত মানুহৰ লেখ

ইমান তাকৰ যে স্বাধীন বক্তা থাকা দূৰত থাওক, গবৰ্ণমেণ্টৰ কৰ্ম্মচাৰী হবলৈকো ইয়াত উপযুক্ত মানুহ পোৱা নাযায়। বঙ্গদেশৰ পৰা বঙালী নানিলে নচলে। বঙালী মানুহে আসামত আহি সকলো কাম কাজ অধিকাৰ কৰাৰ বাবে আমাৰ মুঠে তাত হিংসা নহয়, বৰঞ্চ তেওঁবিলাকৰ চতুৰতা, বিদ্যাবুদ্ধি আৰু সাহ দেখি আমি সলাগিছোঁ। সুশিক্ষিত বঙালী মানুহ যিমান সৰহকৈ আসামলৈ আহে এই দেশৰ তিমান মঙ্গল। ওখ আদৰ্শ এটা চকুৰ আগত নাথাকিলে মানুহৰ যেনে জাতিৰও তেনে উন্নতি নহয়। এতেকে গবৰ্ণমেণ্টৰ বিষয়া আৰু আন আন উচ্চ কৰ্ম্মচাৰীৰ পদত উপযুক্ত বঙালীক এৰি অনুপযুক্ত অসমীয়াক বহুওয়া ভ্ৰান্তিক আমি কেতিয়াও পোষকতা নকৰোঁ; কিয়নো যদি কৰো, তেন্তে তাৰ দ্বাৰায় আসামৰ অনৰ্থক মাথোন পোষকতা কৰা হয়। ইমান দিন কিয় আসামত উচ্চশিক্ষা বাঢ়া নাই তাৰ কাৰণ বিচাৰিবলৈ গলে এই এটা পাই যে ইমান দিনলৈকে বা কিছুদিনৰ আগলৈকে সুশিক্ষিত বঙালী মানুহ সৰহকৈ এই দেশলৈ নাহিছিল। আসামৰ সদৰামিন মুনচেফ আদিকে বৰ বৰ বিষয়াৰ কাম বিলাকত ইংৰাজি নাজানা অসমীয়া মানুহ নিযুক্ত হইছিল, সদ্বংশৰ নিমিত্তেই হওক বা ভেটিভাৱৰ গুণেই হওক, অসমীয়া মানুহেই কিছুদিনৰ আগলৈকে আসামৰ সকলো কামকাযৰ অধিকাৰী আছিল। এই কামবোৰৰ নিমিত্তে বিদ্যাবুদ্ধি বা যোগ্যতা চাই মানুহ বাচা নহইছিল। তাৰ ফলেহে আসামত অনেক দিনলৈকে উচ্চশিক্ষাৰ বা কোনো শিক্ষাৰ প্ৰতি অনাদৰ আছিল; তাৰ ফলেই আজিকালি আসামত সুশিক্ষিত অসমীয়া মানুহ নাই বুলিলেই হয়; তাৰ ফলেই আজিকালি বঙালী মানুহে আসামৰ কাম কায বোৰ অধিকাৰ কৰিলেহি; তাৰ ফলেই অসমীয়া আগৰ ভাল মানুহৰ ঘৰ আজি দুৰ্দ্দশাপন্ন বা লুপ্ত প্ৰায়; আৰু এই শেষ কাৰণটিৰ নিমিত্তেই আজিকালি অসমীয়া মানুহৰ ভিতৰতে পৰস্পৰ ইমান হিংসা, ইমান পৰশ্ৰীকাতৰতা যে এই দৰে আৰু ৫০ পঞ্চাচ বছৰ চলিব লাগিলে অসমীয়া মানুহ পৃথিবীত সঁচাসচিকৈয়ে লোপ হব। আসাম, কচাৰি, মিকিৰ, হোজাই আৰু বঙালি কুলিৰ বসতি হব। কিন্তু ভাগ্যগুণে উন্নতমনা গবৰ্ণমেণ্টৰ যি ৰাজনৈতিক মহামন্ত্ৰ মুক্তবানিজ্য সেই মহামন্ত্ৰৰ গুণে কিছুমান দিনৰ পৰা আসামৰ কামকাযত সুশিক্ষিত বঙালী সোমাবই ধৰিলে। একে ধন দিলে যি বজাৰতে সকলোতকৈ উপযুক্ত মানুহ পোৱা যায়, গবৰ্ণমেণ্টে তাৰে পৰা আনিব ধৰিলে। ফলেই অসমীয়া মানুহ এৰা পৰিল। অৱশ্যে এনে কথা আমি নকও যে আসামত যি যি কামত য'ত বঙালী নিযুক্ত হইছে, সেই সেই কামত তাতোকৈ উপযুক্ত মানুহ পোৱা নগল হেতেন। গবৰ্ণমেণ্টৰ

সদ ইচ্ছা স্বত্বেও পিচদুৱাৰেদি মাজে মাজে অনুপযুক্ত মানুহ দুই এটা যে কামত নোসোমাব এনে আশা কৰিব নোৱাৰি। দয়াদাক্ষিণ্যতাৰ পয়োবিন্দু ৰক্ত মাংস সম্পন্ন মানব শৰীৰত যেনে বৰ্ত্তমান, তেনেকৈ নিৰাকাৰ অথচ সৰ্ব্বাঙ্গীন গবৰ্ণমেণ্টৰ বিস্তীৰ্ণ কাৰ্য্য কলাপতও যে সেই ভাবৰ ফলাফল বিদ্যমান নাথাকিব এনে আশা কৰিব নোৱাৰি। এতেকে কেতিয়াবা কোনো অনুপযুক্ত মানুহ ও কোনো কাৰণ গতিকে গবৰ্ণমেণ্টৰ কৃপাচকুত পৰিলে আমাৰ তাত চকু গিৰ নহয়। সাধাৰণ পক্ষে, গবৰ্ণমেণ্টৰ কাম কাযত সুশিক্ষিত মানুহেই হে যে ঠাই পায়, এই কথা মানিব লাগে। আসামতও এই দৰে শিক্ষিত বঙালী সোমাই অশিক্ষিত অসমীয়াৰ অন্ন কাঢ়ি ললে। ইয়াত যি অসমীয়াই বেয়া পাই, তেওঁ আমাৰ মনত হলে আসামৰ যথাৰ্থ মঙ্গলৰ পথত বাধা মাগোন। উচ্চশিক্ষা পালেহে উচ্চ পদ লভিব পাৰি এই কথাৰ উদাহৰণত চকুৰ আগতে দেখি দেখি অসমীয়া মানুহে আজি কালিৰ উচ্চশিক্ষাৰ ফালে আগবাঢ়িব লাগিছে যেন চিন দেখা যায়। সুশিক্ষিত অসমীয়া মানুহৰ লেখ দেশত সৰহ হলে দেশৰ পৰম মঙ্গল। দুই চাৰিটা বিষয়াৰ পদ অসমীয়াই পালেই যে আসামৰ মঙ্গল হব এনে আমি বিশ্বাস নকৰোঁ। বিষয় পোৱাটো ব্যক্তি বিশেষৰ মাথোন মঙ্গল, তাত সাধাৰণৰ মঙ্গল কি? বঙালী বিষয়াৰ দৰমাহাৰ ধনখিনি পেৰাত সুমাই থয়। অসমীয়া বিষয়া হলে তেওঁৰ দৰমাহাৰ ধনখিনি সাধাৰণক বাটি দিব নে? এতেকে আসামৰ উচ্চপদবিলাকত বঙালী মানুহেই নিযুক্ত হওক কি অসমীয়াই হওক তাত আমাৰ ইফালে বা সিফালে ওজৰ আপত্তি একোএই নাই, কেবল মাথোন উপযুক্ত মানুহ হব লাগে। অসমীয়া মানুহ উপযুক্ত হই যদি আসামত কিয় বঙ্গদেশত বা ভাৰতবৰ্ষৰ আন আন দেশত উচ্চপদবোৰ লয় গই, তেন্তে তাত আমাৰ পৰম সন্তোষ। কিন্তু এনেকুৱা উপযুক্ত হব লাগিলে দেশত উচ্চশিক্ষাৰ অনুস্থান কৰা নিতান্ত লাগতিয়াল, সকলো অভাৱতকৈ অসমীয়াৰ পক্ষে এতিয়া ডাঙৰ অভাব উচ্চশিক্ষা। সকলো বনতকৈ উচ্চশিক্ষাৰ নিমিত্তে কাৰবাৰ কৰাই গুৰুতৰ বন। যদিহে সকলোৱে মিলি এই ঘাই বনৰ পুৰুষাৰ্থ এতিয়া নকৰে, তেনেহলে আৰু কিছুদিনৰ মূৰত অসমীয়া মানুহ লুপ্ত হব; যদি লুপ্ত নহই জীয়াই থাকেহে, তেন্তে উৰীয়া মানুহ যেনে পাল্‌কি বেহেৰা বুলি আৰু অতি নীচ জঘন্য কামৰ ব্যবসায়ী বুলি বিখ্যাত, অসমীয়া মানুহও তেনে পেটৰ ভোকত দোলাভাৰী আৰু লগুৱা হব লাগিব। অসমীয়া ভাল মানুহবিলাকৰ যেনে পতন দিনে দিনে হব লাগিছে, তাৰ দ্বাৰায় বাস্তবিকে আমাৰ মনত হলে বৰ আশঙ্কা হইছে যে কিবাজানি অসমীয়াৰ

কপালত সেয়েহে আছেগৈ, এই পুৰুষত কি ইয়াৰ পিচৰ পুৰুষত কি দুই তিনি পুৰুষত এনে নঘটিলেও নঘটিব পাৰে; কিন্তু যেতিয়াই হওক, আমাৰ সন্তান সন্ততিবোৰ গই যে এদিন এক্তিয়াৰ বাঢ়িব ধৰা বঙ্গালী, কুলিৰ বা ছিলটীয়া দোকানীৰ সন্তান সন্ততিৰ ধপাত দিয়া লগুৱা হব এই চিন্তাই যদি অসমীয়া মানুহৰ হৃদয়ক উদ্দীপ্ত কৰিব পাৰে, তেনেহলে সকলোৱে এবাৰ লাগি চাওক, যিহতে উচ্চশিক্ষা এই দেশত বৃদ্ধি কৰাই দেশখন ৰক্ষা কৰিব পাৰি। বঙালী মানুহে কাম পালে, অসমীয়াই নাপালে, এই বাবে বঙালীক খিযাল কৰা, বা কোনো অসমীয়া মানুহ বিদ্যাবুদ্ধিত বা ধনত আনতকৈ ডাঙ্গৰ হল, এই বাবে তাক খিযাল কৰি তললৈ পেলাব খোজা; আচল কথা পাহৰি ফুচুৰি কথাত পৰস্পৰ হাই দন্দ্ব কৰা; এই বোৰেই জাতীয়ত্ব বিনাশৰ পূৰ্ব্বলক্ষণ। বঙালীয়েনো কিয় কাম পায়, অসমীয়াই কিয় নাপায়; বঙ্গদেশৰনো উন্নতি কিয় আৰু অসমীয়া ভাল মানুহবেই বা অবনতি কিয়, এইবোৰৰ কাৰণ কেবল বঙ্গদেশত উচ্চশিক্ষাৰ বিস্তাৰ, আৰু আসামত তাৰ অভাব। ৰোগৰ মূলতে ক্ৰিয়া কৰিলেহে প্ৰতিকাৰ হয়। এতেকে আসামত উচ্চশিক্ষাৰ বিস্তাৰ কৰিলেহে আমাৰ দেশৰ কুটিল ভাববোৰ দূৰীভূত হব, আৰু অসমীয়া জাতিৰ পুলি শকত হই লাহে লাহে সুফল প্ৰদান কৰিব।

দেশত উচ্চশিক্ষাৰ বিস্তাৰ কৰাৰ উপায় কি এই কথা সুধিব লগীয়া। প্ৰথম উপায়,—দেশত কিছুমান সুশিক্ষিত মানুহ সুমুওযা। আগেযে কোৱা গইছে সুশিক্ষিত মানুহৰ আদৰ্শ চকুৰ আগত থাকিলে শিক্ষাৰ পিনে মানুহৰ মন আকৃষ্ট হয়। উচ্চ বিষয়ৰ কথা উচ্চ আলোচনা সুশিক্ষিত মানুহৰ লগত সদায় হই থাকিলে মানসিক বৃত্তি বোৰ বাঢ়িবলৈ ধৰে। এতেকে আমাৰ দেশত সুশিক্ষিত মানুহৰ অভাবে বঙ্গালী সুশিক্ষিত মানুহক কাম দি ইযালৈ আনাত আমাৰ বেজাৰৰ কথা নহয়, আনন্দৰ হে কাৰণ হব লাগে। দ্বিতীয় উপায়,—দেশত এটি উচ্চ শ্ৰেণীৰ কলেজ পাতা। এইটি উচ্চশিক্ষাৰ্থে নিতান্ত আৱশ্যকীয় অনুষ্ঠান। অসমীয়া আৰু বঙ্গালীৰ যদি একে ভাষা, একে জাতি, একে আচাৰ নীতি আৰু একে ঐতিহাসিক স্মৃতি হল হেতেন, তেনেহলে বঙ্গদেশত ইমান কলেজ থাকাত আসামত বেলেগ কলেজৰ তিমান আৱশ্যক নহল হেতেন। এই অনৈক্যতাৰ যে অধিকাংশ লাহে লাহে একে হব গই তাৰ সন্দেহ নাই, কিন্তু যেতিয়লৈকে তেনে নহইছে, তেতিয়লৈকে ঘৰবাৰীৰ তাড়ণনৰ পৰা মুকলি কৰি আমাৰ লৰাবোৰক বিদেশলৈ পঢ়িবলৈ পঠোৱা আমাৰ অনভিপ্ৰায়। বিদেশত কোনোএ লৰাবোৰক চাঁওতা নাই। গতিকে উদং হৈ পৰে, যাৰে যি ইচ্ছা তাকে কৰে। বিশেষকৈ কলিকাতাৰ

নিচিনা ঠাইত, নকৰিব পাৰা কথা নাই। বুঢ়াবোৰৰ চকুৰ আগৰ পৰা নিলগ কৰি লৰাবোৰক কলিকাতাৰ হুলস্থূলৰ মাজত অকলে পেলাই দিয়া অতি ভয়ঙ্কৰ কথা। ইয়াৰ ইংৰাজৰ লৰাবোৰক কেতিয়াও এনে বয়সত অকলে বাঁহা কৰি থাকিব নিদিয়ে। সিহঁতক সদায় শিক্ষকৰ চকুৰ আগত ৰাখি স্কুলতে বাঁহা দিয়ায়। বিলাতত আৰু আন আন সভ্য দেশতও সেযে নিয়ম। ইংৰাজৰ লৰাক ঘৰত নপঢ়ুৱাকৈযে ৰাখিব তথাপি নগৰৰ প্ৰলোভনৰ মাজত কিছু বয়সলৈ অকলে থাকিবলৈ এৰি নিদিয়ে। অসৎ পথৰ ভযৰ নিমিত্তেই যে অভিভাবকহীন কৰি নগৰত ৰাখা অনুচিত এনে নহয; নগৰত মনৰ চঞ্চলতা বৃদ্ধি কৰিবৰ ভালেমান কাৰণ থাকে। আজি কালিৰ ৰাজনীতি আন্দোলনত কলিকাতাৰ লৰাবোৰৰও গা উঠি পৰে। মনৰ চাঞ্চল্য হলে পঢ়াত মন নাথাকে। এই নিমিত্তেই আজি দুবছৰ মান ৰাজনীতি আন্দোলনৰ বৃদ্ধিযে সইতে কলিকাতাত প্ৰবেশিকা পৰীক্ষাত বাগৰি পৰা লৰাৰ লেখও বৃদ্ধি পাইছে। ৰাজনীতিত বাজেও, কলিকাতাৰ আমোদ প্ৰমোদৰ লেখ জোখ নাই। এই বোৰৰ দ্বাৰায অকলে থাকা লৰাৰ মন যে আকৃষ্ট হব পাৰে ই একো আচৰিত কথা নহয়। সেই নিমিত্তেহে আমি কঁও, যে আসামতে এঠাইত অসমীয়া লৰাৰ নিমিত্তে কলেজ স্থাপিত হওক। সেই কলেজত বিএ লৈকৈ পঢ়িবলৈ পাৰা হওক, আৰু আইন আৰু বিজ্ঞান বিভাগৰও শ্ৰেণী পাতা হওক। ইয়াৰ দ্বাৰাই আসামৰ উচ্চশিক্ষা বাস্তবিকে বাঢ়িব। আসামত ৰাজনীতিৰ অন্দোলন নাই, আমোদ প্ৰমোদ নাই, নগৰৰ নিচিনা মন চঞ্চল কৰিবলৈ ইয়াত একোকে নাই। বিশেষ যতে কলেজ পাতা নহওক, লৰাবোৰ বাঁহা কৰি অকলে থাকিবৰও আবশ্যকতা নাই; কিয়নো আসামৰ সকলো জিলাতে সকলোৰো চিনা জানা আত্মীয় কুটুম মানুহ দুই এজন থাকেই; এই বিলাকৰ ঘৰতে বা চকুৰ আগতে থাকি লৰাবোৰে শিখা পঢ়া কৰিব পাৰে। তেনেকুয়া আত্মীয় মানুহ নাথাকিলেও অসমীয়াই সইতে অসমীয়াৰ মিল প্ৰীতি নকৈ স্থাপন কৰা একো টান কথা নহয়। আসামত কলেজ হলে, ছাত্ৰৰ লেখ তাকৰ হোৱা বাবে শিক্ষক বিলাকৰ প্ৰত্যেক ছাত্ৰক পঢ়োৱাত যতন থাকিব। কোনোৱে কয় বোলে কলিকাতাত যেনে ভাল শিক্ষকৰ মুখে পঢ়িব পাৰিব আসামত তেনে শিক্ষক অলপ অচৰপ ধনেৰে পোৱা নাযাব। ভাল শিক্ষকৰ মুখে পঢ়া ভাল এই কথা সচাঁ। কিন্তু কলিকাতাত ছাত্ৰৰ লেখ সৰহ, শিক্ষকৰ কাজেই তিমান যতন নাথাকে। উচ্চশিক্ষাৰ আদিত যতনেই উন্নতিৰ মূল। অকল ছাত্ৰৰ যতন নহয়, শিক্ষকৰও যতন লাগে। শিক্ষকৰ যতন নালাগিলে বঙ্গদেশৰ ইমানবোৰ কলেজৰ একো আৱশ্যক নাই। দুই চাৰি ঠাইতে

এটাইবোৰক মাতি আনি পঢ়ুৱাব পাৰা গল হেতেন। কিন্তু বাস্তবিকে শিক্ষকৰ যতনেই শিক্ষাৰ্থীৰ উন্নতিৰ মূল। সেই যতন আসামত কলেজ হলে যে অসমীয়াই ভালকৈ পাব পাৰিব এনে আশা নিশ্চয়ে কৰিব পাৰি। এই দেশত কলেজ হলে অন্ততঃ কেইজন মান সুশিক্ষিত মানুহ ইয়ালৈ আহি একে ঠাইতে গোট খাইহি। সুশিক্ষিত মানুহৰ সম্প্রদায় বলবান আৰু উন্নতিশীল। সুবিজ্ঞ মানুহ কিছুমান একে উপলক্ষে একে ঠাইতে লগ লগাব পাৰিলে দেশৰ যে কিমান শুভ সাধন কৰিব পাৰি তাক আমি ভাবি ওৰ ক্ষয় নাপাঁও। গোটেইখন ভাৰতবৰ্ষতেতো ঠাইএ ঠাইএ সুশিক্ষিত মানুহ আছে ? কিন্তু অকল ৰাজধানি কেখনত হে ইমান উন্নতি ইমান সদনুষ্ঠান সদাই কিয় হয় ? ইয়াৰ কাৰণ কেবল এই যে ৰাজধানিত সুশিক্ষিত মানুহবোৰ একে ঠাইতে গোট খাইছে, আৰু মফস্বলত সুশিক্ষিত মানুহ থাকিলেও ছিন্ন ভিন্ন হই আছে। আসামত কলেজ পাতিলে অন্ততঃ পাচ জন সুশিক্ষিত মানুহ-ওতো একে ঠাইতে হব। এতিয়া আসামৰ জিলা একোখনত এই পাঁচ জনও পোৱা টান। এতেকে আসামত উচ্চশিক্ষা আৰু অন্যান্য উন্নতিৰ এক উপায় যে ইয়াত এটি কলেজ স্থাপিত কৰা এই কথা মানিবই লাগিব।

আসামত উচ্চশিক্ষা বিস্তাৰ কৰাৰ তৃতীয় উপায়;—আসামৰ কলেজত পঢ়ি উঠা ছাত্ৰ বিলাকক বৃত্তি দি কলিকাতালৈ আৰু বিলাতলৈ পঠোৱা। যি শিক্ষা আসামত পাব ( অৰ্থাৎ ইয়াত বিএ মহলাত উঠি ) তাৰ সম্পূৰ্ণতা সাধিবলৈ সকলোৱে কলিকাতালৈ যাব লাগে আৰু যি পাৰে বিলাতলৈকো যাব লাগে। বঙ্গীয় গবৰ্ণমেণ্টে বৃত্তি দি বছৰি বছৰি কৃষিশিক্ষা কৰিবৰ নিমিত্তে বঙ্গালীক বিলাতলৈ পঠায়, আসামৰ পৰা অন্ততঃ দুই তিনি বছৰৰ মূৰতও একোজন পঠালে আসাম গবৰ্ণমেণ্টে তাৰ দ্বাৰাই আসামৰ বিশেষ উন্নতি সাধন কৰিব পাৰে। সম্প্ৰতি তিনি বছৰৰ মূৰত একোজনক বিলাতলৈ পঠাবলৈ কোৱাত ৰাজকোষলৈ বিশেষকৈ গধুৰ প্ৰস্তাব পঠোৱা যেন অনুমান নহয়। বছৰি আঠ কি নয় হাজাৰ ৰূপৰ বৃত্তি দি যি গবৰ্ণমেণ্টে আসামৰ পৰা কলিকাতালৈ লৰা পঠাব পাৰে, এজনক বিলাতলৈ পঠাবৰ নিমিত্তে সেই গবৰ্ণমেণ্টে তাৰ উপৰি দেৰ হাজাৰ কি দুহাজাৰ ৰূপ খৰচ কৰা অসাধ্য বুলিব নোৱাৰে হবলা, অন্যান্য স্থানীয় গবৰ্ণমেণ্টে উচ্চশিক্ষাৰ্থে যিমান যতন আৰু ব্যয় কৰে আসাম গবৰ্ণমেণ্টেও সেই অনুসাৰে নকৰিলে সুশাসনৰ ফল আৰু চিন এই দেশত কি থাকিব ? সুশিক্ষাৰ মহাত্ম্যই সুশাসনৰ চিন। দেশীয় ৰজাৰ প্ৰদেশতকৈ ইংৰাজ ৰাজ্যত সুশিক্ষাৰ বিস্তাৰ সৰহ এই নিমিত্তেই ঘাইকৈ ইংৰাজ ৰাজ্য উন্নতিশীল

আৰু সাধাৰণৰ আদৰনীয়। যি দেশত সুশিক্ষা ৰোপিত হোৱা নাই তাৰ শাসন আৰু নগা ডফলাৰ শাসনৰ সৰহ ইফাল সিফাল নাই। বঙ্গদেশত, উত্তৰ পশ্চিমাঞ্চলত, পঞ্জাবত, বোম্বাইত, মান্দ্ৰাজত, এই বোৰ প্ৰত্যেক বিভাগত একোটা স্বতন্ত্ৰ বিশ্ববিদ্যালয় আসামত স্বতন্ত্ৰ বিশ্ববিদ্যালয় হবৰ নিমিত্তে আমি প্ৰাৰ্থনা নকৰো। আমাক মাথোন এটি কলেজ দিলেই আমি সন্তুষ্ট। আন সকলো প্ৰদেশৰ পৰা বৃত্তি পাই শিক্ষিত যুবকবোৰ বিলাতলৈ যাব লাগিছে। আমি সৰহ প্ৰাৰ্থনা নকৰোঁ। তিনি বছৰৰ মূৰত মাথোন একোজন লৰা পঠালেই আমি এতিয়ালৈ যথেষ্ট জ্ঞান কৰিম। অন্ততঃ কলেজটি এই দেশত পুনৰুত্থাপিত আৰু আগৰ অবস্থাতকৈ বৃদ্ধি নকৰিলেই নহইছে। ইলিয়াট চাহাবৰ বৃত্তি দি কলিকাতাত পঢ়ুৱাৰ নিয়ম, আৰু লিটন বাহাদুৰৰ ষ্টাটুটৰি চিবিল চৰ্ব্বিচ পাতাৰ নিয়ম, এই দুইও অনুষ্ঠান কুক্ষণৰ কিবা কুচিন্তাৰ ফল। এনেকুৱা নিয়ম দেশীয় মানুহৰ কেতিয়াও সন্তোষ ভাজন হব নোৱাৰে। ষ্টাটুটৰি চিবিল চৰ্ব্বিচৰ বিনাশ এতিয়া সমুপস্থিত; ইলিয়াট চাহবৰ বৃত্তিৰ বিনাশৰ নিমিত্তেও আমি আসাম গবৰ্ণমেণ্টক আহ্বান আৰু প্ৰাৰ্থনা কৰোঁ। আসামত এটী কলেজৰ নিমিত্তে অসমীয়া মানুহে বাৰম্বাৰ গবৰ্ণমেণ্টক প্ৰাৰ্থনা কৰি আহিছে কিন্তু স্থানীয় গবৰ্ণমেণ্ট সেইবোৰ প্ৰাৰ্থনাত ইমান দিন আওকাণ কৰি আছিল। আওকাণ কৰাৰ দিন এতিয়া উকলিল নানা কাৰ্য্য কাৰণ গুণে বৃত্তিৰ নিয়মৰ পৰিবৰ্ত্তন কৰিবই লাগিব, আসামত কলেজ স্থাপিত কৰিবই লাগিব, নচেৎ আসামত উচ্চশিক্ষাৰ আশা নাই।

উচ্চশিক্ষা বিস্তাৰ কৰাৰ চতুৰ্থ উপায় আসামৰ হাইস্কুলবোৰৰ অৱস্থা ভাল কৰা। আমি পূৰ্ব্বেই কইছোঁ এই স্কুলৰ শিক্ষক বিলাকৰ দৰমহা বঢ়াব লাগে, কিয়নো আসামত উপযুক্ত মানুহ পোৱা টান, অনুপযুক্ত ভাগক বিদায় বা উপায়ান্তৰ দি লাহে লাহে উপযুক্ত মানুহ আনি সুমাব লাগে। এনে কৰিলে আমাৰ স্কুল বোৰৰ যথাৰ্থ উন্নতি হয়। এই বিষয়ে গবৰ্ণমেণ্টৰ কাৰ্পণ্য ভাব দেখুওৱা নিতান্ত হানিকৰ। যদি ধনে নাটে তেন্তে দুটা বা এটা হাইস্কুল ৰাখি ইবোৰ “এবলিচ” কৰক। এই দুটা বা এটাকে উপযুক্ত শিক্ষক দি সুন্দৰকৈ চলালেও আমি এতিয়াতকৈ কৃতাৰ্থ মানিম। জিলায় জিলায় নামেৰে মাথোন একোটি হাইস্কুল ৰাখাত একো সুফল নাই। আসামৰ হাইস্কুল বোৰৰ নিম্ন শ্ৰেনীৰ শিক্ষক বিলাকক বহু দেশৰ হাইস্কুলৰ কথা দুৰত থাওক, গাৱঁলীয়া স্কুলৰ নিমিত্তেও উপযুক্ত বুলি ভাবিবনে ইয়াত আমাৰ সন্দেহ। এনে অৱস্থাত শিক্ষা বিষয়ে আসাম যে বঙ্গদেশৰ ইমান পিছ তাত বিচিত্ৰ কি? এতেকে আমি দহোকুৰি কওঁ যে ধনৰ

অকুলনত যদি উপযুক্ত শিক্ষক অনাবলৈ বেতন বঢ়াব নোৱাৰি, তেন্তে হাইস্কুলৰ লেখ তাকৰ কৰক, কিন্তু বাস্তবিকে কবগলে গবৰ্ণমেণ্টৰ পক্ষে এই বিষয়ে কৃপণতা অতি শোচনীয়। আমাৰ পৰম আশা এই হে প্ৰত্যোক জিলাতে দুই তিনটা কৈ হাইস্কুল হয়। এতিয়ালৈ তেনে হব নোৱাৰিলেও অন্ততঃ জিলাখনত একোটা হাইস্কুল উচ্চ শ্ৰেনীৰ অৱস্থাত ৰাখা নিতান্ত কৰ্ত্তব্য। যদি গবৰ্ণমেণ্টে তাকো উপযুক্ত মতে ৰখাব নোৱাৰে, তেন্তে গোটেই খন প্ৰদেশতে একেটা বা দুটা স্কুল উচ্চ অৱস্থাত ৰখাব পাৰিলে এটা গৌৰব। ভগা, যোড়াদিয়া, মামৰে ধৰা, বাঢ়িব নাজানা হাইস্কুলৰ বহুৱা কেটামান ৰাখাত ফল কি ?

---

## ডাঙৰীয়া।

ডাঙৰ দীঘল ভুণি মাৰা মূৰত ডাঙৰ পাগ।
বিয়ায় সভায় ডাঙৰ চকুত পায় ডাঙৰ ভাগ॥
ডাঙৰ জাপিৰ তলত যায়, ডাঙৰ পিৰাত বহে।
ডাঙৰ হোকাত ধপাত খায়, ডাঙৰ ডাঙৰ কাহে॥
ডাঙৰ খাহি, ডাঙৰ মাঙ্গ, ডাঙৰ ভেটিভাৰ।
গোচৰ শোধাত, জগৰ ভাঙাত, সদাই লাগে তাৰ॥
ডাঙৰ ধৈনীক চুলিত ধৰি মাৰে ডাঙৰ চৰ।
ডাঙৰ চাউলৰ ভাত দিয়ে তাতশালত ঘৰ॥
বান্দীক মাৰে খুটাত বান্ধি ডাঙৰ বাৰ্ইনিৰে।
খৰমৰ কোব লগুৱাৰ মূৰত দিনে ৰাতি পৰে॥
ডাঙৰ দাবিত লৰালুৰি পলায় লৰালৰি।
ডাঙৰ বেতৰ কোবত কেঁওএ কান্দেবাচিয়ঁৰি॥
ডাঙৰ ডিঙিৰ ডাঙৰ হাতৰ ডাঙৰ ধুমধুমনি।
ইমুৰৰপৰা সিমুৰলৈ গোটাই গাওঁত শুনি॥
ডাঙৰ চৰাৰ ডাঙৰ খুটাত ডাঙৰ গাৰু পাৰি।
পাটিঢাৰিত খাইদাই উঠি বহে ভেম মাৰি॥
ডাঙৰ ডগ্‌ডগিত পানী, ডাঙৰ বটাত পান।
ওচৰত থয় হোকা, চৰিয়া, পিকদান॥

ডাঙৰ বিছনিৰ বা জুৰ লাগি পৰে।
চকুমুদি ডাঙৰ ডাঙৰ হোটোৰণি মাৰে॥
পিন্ধা উৰাত ভেম ডাঙৰ, কথাত ডাঙৰ গপ।
তলে তলে কথা ডাঙৰ. পুৱা ডাঙৰ জপ॥
চুবুৰিয়াৰ মাটি চেপি পাতে ডাঙৰ বাৰী।
গহনাৰ পেৰা ডাঙৰ কৰে বাঁৰী তিৰুতা কাঢ়ি॥
খাতৰ বন্ধাক খাব নিদি ডাঙৰ ভৰাল পাতে।
বিযায় সভায় মাগন তুলি চাঙৰ তলত পোতে॥
তিৰুতাৰ আগত পুৰুষালি, গোলামক খুন্দা যম।
লৰাৰ আগত ৰৰ কথা, সমনীয়াৰ আগত কম॥
চাপ্ৰাচিৰ আগত কেকোৰা কেকুৰি, চাহাবৰ আগত কুজা।
এওঁএই আমাৰ আসামৰ ডাঙৰীয়া বুঝা॥

---

## অসমীয়া বাবু।

লোঁদৰ পোদৰ ডাঙৰ দীঘল, টেৰি কাটা চুলি।
নাক খৰা তাৰ গোফ পাতল, দাড়ি পেলাই তুলি॥
দুই চকু তাৰ পুঠি মাছ, সদাই ধৰফৰ।
খোপৰ পৰা ফুটি ওলাই, মাৰিব খোজে লৰ॥
বুকু বহল পেটটি সৰু, ফিন্দাই ফিন্দাই ফুৰে।
বাহিৰত কি ঘৰত কি গাৰ চোলা নেৰে॥
আফিচত সি পিন্ধে ঠেঙা, মূৰত মখমল টুপি।
বাটে পথে ছাতা এৰি, নলয় বৰজাপি॥
ঘৰৰ গতি থানৰ ধুতি, চুটি পিৰণ গায়।
আগ চোতালত চকিত বহি বাটৰ মানুহ চায়॥
কাকত পঢ়াত কিতাপ পঢ়াত নাযায় তাৰ মন।
লগৰীয়া ভাগৰীয়া সদাই দুই এক জন॥
আবেলিৰ ফেদেলিৰ অন্ত নাই তাৰ।
পাশা পালে মাজ নিশালৈ চলে মাৰ মাৰ॥
পুৱা উঠি হতবুদ্ধি কামকায একো নাই।
ইঘৰ সিঘৰ কৰি ফুৰে ধপাত চিলিম খাই॥

নও বাজিলেই ডুকুৰি নও মূৰত আহি চৰে।
দিহাদিহি যেয়ে যতে ঘৰে ঘৰে লবে॥
বেগাবেগি খাই বই উঠি আকৌ ওলাই যায়।
পাঁচ নাবাজাৰ আগে ইবাৰ ফিৰাৰ উপায় নাই॥
তেল খাবনীয়া ইংৰাজিৰে খটোমটো কৰি।
উদুৰ কথা বুদুক বুজাই দিনটো কটাই ঘুৰি॥
গাখীৰ গুৰ মাছ তামোলটো, সৰু সুৰা ভেটি।
পায় যদিস্যাৎ সিদিন তাৰ নহয দিনটো ক্ষতি॥
এক পথে তাৰ গতি সদা, কচাৰি যি বাটে।
এক কামে তাৰ মতি সদা, নথি লই খাটে॥
নাই তাৰ লোভ অভিলাষ, সদাই নিৰ্বিকাৰ!
পেন্‌চনৰ মাথোন টকা কইটি, ধ্ৰুব তাৰা তাৰ॥
কুসংস্কাৰ নাই তাৰ এটিও মনৰ মাজে।
তথাপি সি আচাৰ বিচাৰ নেৰে চকুৰ লাজে॥
নাম প্ৰসঙত নাই মতি, তথাপি যি ৰীতি।
ল'ৰালুৰিক লগাই কাম আদায় কৰে সিটি॥
বামুনলৈ ভক্তি নাই মূৰত নাই টিকি।
হাত যোড় কৰি ফুলটিলৈ, খোচে বেৰাৰ দিকি॥
পুহমহীয়া ৰাতি জাৰ গাধোৱে কি ৰূপে।
হুৰহুৰকৈ চোতালত পানী ঢালি কঁপে॥
জাহাজত ফুৰা টান, নৰয় হিন্দুয়ানী।
চাহ-বাকচৰ দ'মত উঠি কৰে কিবাকিনি॥
মনে মনে যি কি কৰে কিবা লাজ তাৰ?
সংস্কাৰ,—সি মনৰ কথা ধাৰ খায় কাৰ?
শিক্ষাবলে এনেৰূপে তৰ্ক কৰে সদা।
গাৰ বলে নজনাক কৰি থয় ভোদা॥
তৰ্ক হলে জয় তাৰ আছে সদাই লগে।
নোজোকালে মেৰ ছাগ, জোকাই চালে লাগে॥
খণ্ড উঠিলে তপত তেল, কিল খালে কাবু।
এওঁএই আমাৰ আসামৰ অসমীয়া বাবু॥




# মাধৱচন্দ্ৰ বৰদলৈ।

( ৰায়বাহাদুৰ )

---

## অসমীয়া সাতকাণ্ড ৰামায়ণ।

অতিপূৰ্ব্বে গোটেই অসম দেশকে কামৰূপ বুলিছিল ইয়াৰ সীমা পূবে দিকৰাই আৰু পশ্চিমে কৰতোৱা, সুতৰাং বৰ্ত্তমান সময়ৰ ব্ৰহ্মপুত্ৰৰ উপত্যকা প্ৰদেশ খণ্ডকে কামৰূপ বুলিব পাৰি, আৰু তাৰ বাজে কোচ বিহাৰ আৰু ভাটিৰ ৰঙ্গপুৰো ইয়াৰ অন্তৰ্গত স্থান আছিল। এই দেশ অতি প্ৰাচীন আৰু আৰ্য্য বিলাকৰ শ্ৰদ্ধাস্পদ, কাৰণ এই দেশতে সতীৰ প্ৰধান পীঠ নীলাচল পৰ্ব্বতত আছে। তন্ত্ৰত লিখিছে "অন্যত্ৰ বিৰলা দেবী কামৰূপে গৃহে গৃহে" অৰ্থাৎ মহাপীঠ হোৱা হেতুকে মহামায়া ভগৱতীৰ এই দেশবাসীলৈ বিশেষ অনুগ্ৰহ থকা বুলি প্ৰসিদ্ধ। বাস্তবিকতে এই দেশৰ মানুহ যদিও বৰ ধনবন্ত নহয়, তথাপি ভাতে কাপোৰে চিৰকাল সুখে খাই লৈ আছিল। কালবশে নানা স্থানৰ বিদেশী মানুহ আৰু তেওঁলোকৰ লগে লগে বিদেশী ভাবৰ পয়োসাৰ হোৱাত মানুহৰ অবস্থাৰ এতিয়া বহুতো তাৰতম্য হল। এই দেশ যে প্ৰাচীন তাক কোনেও অস্বীকাৰ কৰিব নোৱাৰিব। এই দেশত ভিন্ন ভিন্ন বংশীয় বহুতো ৰজা সকলে ৰাজত্ব কৰি গৈছে। চাৰি হাজাৰ বছৰৰ পুৰ্ব্বে মহাভাৰতৰ যুদ্ধ হয়। সেই যুদ্ধত এই দেশৰ ৰজা ভগদত্তই কুৰুক্ষেত্ৰত এজন বিশেষ যোদ্ধা বুলি পৰিচিত হৈছিল; তেওঁৰ পিচত তেওঁৰ বংশৰ সুবাহু নামেৰে এজন কামৰূপত ৰজা হয়। তেওঁ ৰাজ্য এৰি বনলৈ গৈ হিমালয়ত তপস্যা কৰি প্ৰাণত্যাগ কৰে। তেওঁৰ পুত্ৰ সুপৰুৱা পাছত ৰজা হয়। এওঁক পাত্ৰ মন্ত্ৰি বিলাকে লগ লাগি বধ কৰে। ইমানতে নৰকৰ বংশৰ ওৰ পৰে।

তাৰ পাছত জিতাৰি নামেৰে এজন ক্ষত্ৰিয় সন্যাসী পশ্চিমৰ পৰা আহি কামৰূপৰ ৰজা হয়। এওঁ জলপাইগুড়ীৰ ওচৰত গৈ ৰাজধানী পাতিলেও কামৰূপতেই ৰজা হৈ আছিল। কাৰণ জলপাইগুড়ী তেতিয়া কামৰূপৰ অন্তৰ্গত স্থান আছিল। এওঁৰ বংশত বহুতো ৰজা হৈ কামৰূপত ৰাজত্ব কৰা জানা যায়। আৰু এওঁৰ বংশ ওৰ পৰাতহে ব্ৰহ্মপুত্ৰ বংশীয় আৰিমত্ত ৰজা হয়। আৰিমত্ত

বাৰ শতাব্দিত ৰজা হোৱা অনুমান হয়। তেনেহলে কামৰূপত ক্ষত্রিয় বংশে বাৰ শতাব্দিৰ আগেয়ে ৰাজত্ব কৰা বুলি অনুমান কৰিব পাৰি।

পুৰুষোত্তম গজপতিয়ে ( দীপিকা ছন্দ ৰচয়িতা ) নিজে লিখা পুথিৰ এঠাইত এই ভনিতা দিছে যে তেওঁ সূর্য্য বংশীয় ( ক্ষত্রিয ৰামচন্দ্র ৰজাৰ ভায়েকৰ নতিয়েক আছিল আৰু যদি জিতাৰিৰ বংশই কামৰূপত ক্ষত্রিয ৰজা হৈছিল তেনেহলে "দীপিকাছন্দ" পুথি সম্ভবতঃ একাদশ শতাব্দিত কি তাৰো আগেযে লিখা পুথি বুলি সিদ্ধান্ত কৰাত অযুগুত হব নাপায়। এই বিষযত আৰু ভিতৰুৱা এই প্রমাণ পোৱা যায, যে পুৰুষোত্তম ৰজাই ধৰ্ম্মৰ ব্যভিচাৰকে "বৌদ্ধ" বুলি বৰকৈ নিন্দা কৰিছে। নবম আৰু দশম শতাব্দিত অসমত কিয ভাৰতবৰ্ষৰ সকলো ঠাইতে বৌদ্ধধৰ্ম্মৰ হ্রাস হোৱাত সেই ধৰ্ম্মটি আনকি "বৌদ্ধ" শব্দটিয়েই ঘৃণাসূচক হৈছিল। এতিয়া দেখিব লাগে যদিহে "দীপিকা ছন্দ" দশম কি একাদশ শতাব্দিত লিখা পুথি হে হয়, তেনেহলে অসমীয়া ভাষা তাৰো কিমান দিন পূৰ্ব্বে গঠিত হৈছিল আৰু তদ্দাৰায় কেনে ওখ ভাব প্রকাশ কৰিব পৰা হৈছিল "দীপিকা ছন্দ" পুথিখানি পঢ়িলেই সহজে বুজিব পৰা যায়।

দেৱ শক যাক শাকাদিত্য শক বোলে তাৰ আদিতে দেৱেশ্বৰ নামেৰে এজন কামৰূপত ৰজা হয। তেওঁ জাতিত শূদ্র আছিল। কিন্তু তেওঁৰ দিনত বৌদ্ধ ধৰ্ম্মৰ প্রবল সোঁত এই দেশলৈ ব'ব ধৰাত তেওঁ তাক প্রতিৰোধ কৰিবলৈ বিশেষ যত্ন কৰে। তেওঁৰ পিছত ময়মত্ত ৰজা হয়। তেওঁৰ দুই পুত্র আৰিমত্ত আৰু নাগমত্ত। আৰিমত্ত, ময়মত্তৰ কুঁৱৰীৰ গৰ্ভত আৰু ব্রহ্মপুত্রৰ ঔৰসে জন্ম হোৱা প্রবাদ আৰু সেই নিমিত্তে আৰিমত্ত ৰজাক ব্রহ্মপুত্রৰ বংশীয ৰজা বুলিছিল। আৰিমত্ত ৰজা ক্ষত্রিয় জিতাৰি বংশীয় ৰামচন্দ্র ৰজাৰ বংশৰ ৰজা একজনৰ জীয়াৰীৰ সন্তান বুলি শ্রীযুক্ত গেইট চাহাবে সিদ্ধান্ত কৰিছে। (২) আৰিমত্ত আৰু নাগমত্ত দুয়োজন পুত্রে পিতৃৰ আজ্ঞাৰে ৰাজ্য দুভাগ কৰি ৰাজত্ব কৰে। নাগমত্তে সংস্থাপন কৰা দেৱালয় "নাগশঙ্কৰ" আজিলৈকে তেজপুৰ অন্তৰ্গত নদুৱাৰত বৰ্ত্তমান আছে। পিছে নাগমত্তৰ মৃত্যু হোৱাত ময়মত্তে সেই খণ্ড ৰাজ্যত ৰাজত্ব কৰে। তেতিয়া আৰিমত্তৰ নগৰ বিশ্বনাথত আছিল। পিতৃ ময়মত্ত ৰজাই জীবিত পুত্র আৰিমত্তক তেওঁৰ ৰাজধানীত চাবলৈ যায়। তাতে এদিন দুয়ো জনে মৃগয়া কৰিবলৈ যোৱাত দৈববশে পহু বুলি শৰ মাৰি আৰিমত্তে তেওঁৰ পিতৃক হত্যা কৰে। এই ঘটনা বৰ্ত্তমান "কলঙ্গ" নদীৰ মুখত ওচৰৰ বালিৰ হাবিত ঘটে। সেই দেখি সেই ঠাইৰ নাম আৰিকাটি মুখ বুলি আজিও প্রখ্যাত*। আৰু যি নদীৰ পাৰত এই ঘটনা ঘটে

সেই নদীৰ আছিল নাম দিখৌ, কিন্তু তাৰ পাৰত এনে কলঙ্কিত কাম হোৱাত তাৰ নাম "কলঙ" ( অর্থাৎ কলঙ্ক ) হল। এই নদী নওগাঁও জিলাৰ ভিতৰত আছে। ইয়াৰ দ্বাৰা দেখা যায়, ব্রহ্মপুত্রৰ এতিয়া যি পিনে সুতী বৈছে পূর্ব্বে আন ফালে দি আছিল। এই ঘটনাৰ পাছে এই বর্ত্তমান সুতী হয়। আৰিমত্ত পিতৃবধী পাতকী হৈ গঙ্গাদি তীর্থলৈ যায়, কিন্তু তাৰ দ্বাৰায় পাতক মোচন নোহোৱাত তেওঁ নিজ দেশলৈ উলটি আহি সকলো ধন সম্পত্তি আৰু পুত্র পৰিবাৰেৰে দিখৌ নৈৰ মাজত আত্মজাহি হৈ ডুবি মৰা বুলি প্রবাদ আছে। আৰিমত্ত নিপুত্রক। তেওঁৰ ৰাজ্যৰ ভাৰ নিজৰ সুযোগ্য মন্ত্রী সাগৰক দি তেওঁ প্রাণত্যাগ কৰে। সাগৰৰ মনোহৰ নামেৰে এটী পুত্র আৰু লক্ষ্মী নামেৰে এটী কন্যা আছিল। আৰিমত্তে আত্মঘাতী হৈ মৰাৰ পিছত, মনোহৰ বিশ্বনাথত ৰজা হৈ থাকে, আৰু তেওঁ অপুত্রক হৈ মৰাত তেওঁৰ ভনীয়েক লক্ষ্মীয়ে বাপেক আৰু কাকায়েকৰ ৰাজ্যত ৰাণী হয়। এওঁ মহা পুণ্যৱতী আছিল। প্রবাদ আছে এওঁ কন্যা কালতে সূর্য্যক আৰাধনা কৰি তেওঁৰ পৰা "ধাতু তাম্র ক্ষৰি" নামেৰে শাস্ত্র এখানি পায়, সেই শাস্ত্রতে সকলো দেৱ দেবীৰ বীজ মন্ত্র লেখা আছিল। লক্ষ্মীয়ে সূর্য্যক তেওঁৰ বীজ মন্ত্রৰে আৰাধনা কৰাত তেওঁৰ দুটী পুত্র হবলৈ বৰ পায়, আৰু সেই বৰৰ প্রভাৱে তেওঁৰ শান্তনু আৰু শামন্ত নামেৰে দুটী পুত্র হয়। পিতৃৰ ৰাজ্যত তেওঁ ৰাণী হৈ লক্ষীম পুৰত নিজ ৰাজধানী পাতে, সেই দিনৰে পৰা তেওঁৰ নাম অনুসাৰি লক্ষ্মীপুৰ চহৰ সৃষ্টি হৈ আজি লৈকে বর্ত্তমান আছে।

লক্ষ্মীৰ ওপৰত কোৱা দুই পুত্রৰ পৰা বাৰ ভূঁয়াৰ উৎপত্তি হয়, কিন্তু তেওঁ লোকৰ মাজত, শান্তনু দেবী পূজক আৰু শামন্ত বৈষ্ণব ধর্ম্মাবলম্বী আছিল। দ্বিতীয় জনৰ বংশত শঙ্কৰ দেবৰ জন্ম হয়। বাৰ ভূঁয়াঁক খেদি অসম ৰজাই ওপৰ খণ্ড দেশ লয়। ভাটি খণ্ডত অর্থাৎ নিজ কামৰূপত পালবংশীয় আদি আন আন বহুতো ৰজাই ৰাজত্ব কৰিছিল। প্রায় সকলো ৰজায়ে বিজ্ঞ আৰু ধার্ম্মিক আছিল। অনেকে তামৰ ফালি মাৰি ব্রাহ্মণ সকলক ভূমি দান কৰা দেখা যায়। ইয়াৰ দ্বাৰাই থিৰ কৰিব পাৰি যে যদি পুৰুষোত্তম গজপতি জীতাৰি বংশৰ ৰজাহে হয়, তেনেহলে শঙ্কৰদেৱ অসমীয়া ভাষাৰ আদি কবি নহয়। আৰু যদি আদি পুথিকহে বিশ্বাস কৰা যায়, তেনেহলে শঙ্কৰদেৱ যে অসমীয়া সাগৰ বংশীয় কায়স্থ তাৰও প্রমান পোৱা যায়।

কামৰূপত ভগৱতীৰ মহাপীঠ থকা গতিকে, ভাৰতৰ যোগী ঋষি আৰু পণ্ডিত সকলে ইয়ালৈ সততেই অহাযোৱা কৰিছিল। সেই কাৰণে আৰু ব্রাহ্মণ সকল

অধিক পৰিমাণে বাস কৰাৰ নিমিত্তে ইয়াত অতি—পুৰণি কালৰ পৰাই বিদ্যাচৰ্চ্চা বিশেষকৈ হৈছিল। সংস্কৃত ভাষাই মূল আৰু তাত বাজেও দেশীয় প্ৰাকৃত ভাষাটি যে কি আছিল তাকে স্থিৰ কৰা উচিত। কাৰণ সেইটো নকৰিলে আমি অসমীয়া ভাষাৰ বিষয় একো থিৰ কৰিব নোৱাৰিম।

কামৰূপ মহাপীঠৰ স্থান হোৱাত, যে বিদ্যানুশীলন বিষয়ত পূৰ্ব্ব দিকত এখনি বিখ্যাত দেশ হৈ চিৰকালৰ পৰা আছে, এই বিষয়ত কোনোৱে সন্দেহ কৰিব লগীয়া কথা নাই। এই কামৰূপৰ কি ভাষা? আৰু কিমান দিনৰ পৰা সেই ভাষা প্ৰচলিত আছে, এই বিষয় এতিয়া চোৱা উচিত।

কোনো ভাষাৰ আদি গুৰি বিচাৰিব লাগিলে সেই ভাষা যি দেশত চলিত, সেই দেশৰ ওচৰৰ দেশত কি ভাষা তাক প্ৰথমতে চাব লাগে। আমাৰ দেশৰ ওচৰত দক্ষিণে বঙ্গাল দেশ, আৰু পশ্চিম উত্তৰ কোনাত বেহাৰ দেশ। সুতৰাং সেই দুই দেশৰ ভাষাৰ সহিতে আমাৰ দেশৰ চলিত ভাষাৰ অনেক সাদৃশ্য আছে।

বঙ্গাল দেশৰ বঙ্গালী ভাষাৰ আদি কবি কীৰ্ত্তিবাস ওজা। এওঁ নদীয়া জিল্লাত জন্মগ্ৰহণ কৰি যোলশ শতাব্দীত বঙ্গালী ভাষাত ৰামায়ণ ৰচনা কৰিছিল। দ্বিতীয় বৰ্দ্ধমান নিবাসী মুকুন্দৰাম চক্ৰবৰ্ত্তী। এওঁ শ্ৰীমন্ত সদাগৰৰ উপাখ্যান ৰচনা কৰে। ইয়াৰ আগেতে অৰ্থাৎ ষোলশ• শতাব্দীৰ আগেয়ে বঙ্গালী ভাষাত কোনো বঙ্গালীয়ে কোনো পুথি ৰচনা কৰা দেখা নাযায়। তেনেহলে বঙ্গালী ভাষা আধুনিক, আৰু তলত লিখা প্ৰমাণ বিলাকৰ দ্বাৰাই বুজিব পৰা যায়, যে অসমীয়া ভাষা তাৰ বহু পূৰ্ব্বে গঠিত হৈছিল আৰু এই অসম দেশৰ কবি সকলে ৰামায়ণ মহাভাৰত আদি যাবতীয় সংস্কৃত মূলক আৰ্য্য সকলৰ আদৰনীয় পুথি বিলাক সংস্কৃতৰ পৰা ভাঙ্গি দেশীয় ভাষাত পদ কৰিছিল। যদি আজিকালি অসমীয়া ভাষা কোনো কোনো ঠাইত অনাদৃত আৰু ঘৃণিত হৈছেহি, তথাপিও এই ভাষা যে অতি পুৰণি তাক নহয় বোলাটো যুগুত হব নাপায়।

অসমৰ প্ৰথম ডাঙ্গৰ কবি বুলি আমি অসমীয়া ভাষাত ৰামায়ণ ৰচয়িতা মাধৱ কন্দলীকে ধৰিব পাৰোঁ। এওঁ চৌদ্ধ শতাব্দিৰ শেষত নতু পোন্ধৰ শতাব্দিৰ আদিতে হোৱা কবি। ইয়াৰ প্ৰমান আমি তলত দিম। কন্দলী বংশত আনো কবি হৈ আন আন পুথিও লিখি থৈ গৈছে, প্ৰমাণ পোৱা যায়। কিন্তু সিবিলাক পিছৰ কবি। পোন্ধৰ শতাব্দিৰ পিছত আৰু ষোল শতাব্দিৰ ভিতৰতে শ্ৰীশঙ্কৰদেৱ মাধৱদেৱ, অনন্ত কন্দলী, ৰাম সৰস্বতী আদি প্ৰধান কবি হৈ উঠিছিল। আৰু

ষোলশ শতাব্দিৰ আন কবিয়েও এই দেশত বৰ্ত্তমান চলিত অসমীয়া ভাষাৰে পুথি লিখি থৈ গৈছে।

এওঁবিলাকৰ দ্বাৰাই অসমীয়া ভাষা এটা প্ৰাচীন ভাষা নুবুলি থাকিব নোৱাৰি। এতিয়া এই অসমীয়া ভাষাৰনো মূল কি তাক চাব লাগে। আৰ্য্য সকলে প্ৰথমে সিন্ধুনদ পাৰ হৈ ব্ৰহ্মাবৰ্ত্ত, আৰ্য্যবৰ্ত্ত, আদি স্থানত বাস কৰি ক্ৰমাগত দক্ষিণলৈ আৰু পূবলৈ আহি বাস কৰিছিল। আৰু তেওঁলোকৰ ঠাই সলোৱাৰ লগে লগে ভাষাৰো সলনি হৈছিল। বেহাৰত যেতিয়া আৰ্য্য সকলে আহি বাস কৰিলে, তেতিয়া তেওঁ লোকৰ ভাষা অনেক পৰিবৰ্ত্তন হৈ হিন্দি ভাষাত পৰিণত হ'লহি আৰু তেওঁ লোকে যিমান পূবলৈ বা দক্ষিণলৈ উজাই ভাটিয়াই গল, সেই অনুসাৰে তেওঁলোকৰ ভাষাৰো সলনি হ'ল।

আমি পূৰ্ব্বে কৈছোঁ অসম দেশৰ সীমা দিকৰাইৰ পৰা কৰতোৱা পৰ্য্যন্ত আছিল আৰু কোচবিহাৰ অসমৰ অন্তৰ্গত স্থান আছিল। গৌড় দেশ কোচবিহাৰৰ ওচৰীয়া দেশ আছিল। অসমৰ আৰু পূৰ্ব্ব বঙ্গালৰ ভাষাৰ যেনে মিল আছে, সেইৰূপে কোচবিহাৰৰ আৰু গৌড়ৰ ভাষাৰ সাদৃশ্য আছিল। কোচবিহাৰৰ সুবিখ্যাত নৰণাৰায়ণ ৰজাই যেতিয়া মহাভাৰত অসমীয়া ভাষাত ভাঙ্গনি কৰাই, তেতিয়া তেওঁ গৌড়ৰ আৰু কামৰূপৰ পণ্ডিত সকলোকে একেলগ কৰি অসমীয়া ভাষাত মহাভাৰত ভঙ্গাই পদ কৰাইছিল। অসমৰ কবি অনিৰুদ্ধ, যাৰ নাম পিছত ৰামস্বৰস্বতী বুলি প্ৰখ্যাত হৈছিল, তেওঁ মহাভাৰতৰ সংস্কৃত ১৮০০০ শ্লোকৰ ভিতৰত ১৫০০০ নিজেই অসমীয়া ভাষালৈ ভাঙ্গে, বাকি ৩০০০ শ্লোক আন আন পণ্ডিতে, যথা গঙ্গা দাস, দেবীবৰ, চণ্ডীবৰ কবি গৌড়ৰ বুলি আমি অনুমান কৰোঁ, কাৰণ তেওঁলোকৰ নামে আৰু অশ্বমেধ পৰ্ব্বত উল্লেখ কৰা কথাৰে মিল দেখিব পাইছোঁ। বঙ্গলা ভাষাত সেই সময়ত নাম কৰ লগীয়া কোনো পুথি নথকাৰ কাৰণে ইয়াকে নিশ্চয় কৰিব পাৰি যে, তেতিয়া বঙ্গালী ভাষাৰ নাম ফুটি ওলোৱা নাছিল। ইতি পূৰ্ব্বে কোৱা হৈছে কোচবিহাৰ অসম দেশৰ অন্তৰ্গত আৰু কোচ বংশীয় ৰজা সকলে মহাভাৰত অসমীয়াত ৰচনা কৰোৱা সময়ত প্ৰায় সমুদায় অসম খণ্ডৰ অধিকাৰী আছিল। নৰ নাৰায়ন ৰজাৰ ভায়েক কমলাগোঁহাই আলি কোচবিহাৰৰ পৰা ডিবৰুগড়-লৈকে আজিও "গোঁহাই কমলা" আলি নামে জ্বলি আছে। আৰু কোচৰজা বিলাকৰ আনো আনো অনেক কীৰ্ত্তি আজিলৈকে অসমত আছে, এনে স্থলত কোচবিহাৰত পূৰ্ব্বে যি ভাষা চালিত আছিল, সেই ভাষাই অসম দেশৰ আজি চলিত অসমীয়া ভাষা আৰু অসম দেশত এই ভাষা যেতিয়া গঠিত হৈ "দীপিকা

ছন্দ" "ৰামায়ণ" "মহাভাৰত" "ভাগৱত" "গীতা" পুৰাণাদি ৰচিত হয়, তেতিয়া আসামৰ ওচৰৰ দেশ বিলাকৰ ভাষা ভালকৈ গঠিত হোৱা নাছিল বোলা কোনো মতেই অযুগুত নহয়।

অসমীয়া যে অনেক পুৰনি ভাষা অনেক কাৰণ ও প্ৰমানৰ দ্বাৰা সিদ্ধান্ত কৰিব পাৰি। ৰায় গুণাভিৰাম বৰুৱা বাহাদূৰে আসাম বুৰঞ্জীৰ ২৭২ পিঠিত এই কথা লেখিছে "আৰ্য্যাবৰ্ত্ত ব্ৰহ্মবৰ্ত্ত প্ৰভৃতি হিমালয় আৰু বিন্ধ্যাচলৰ মধ্যবৰ্ত্তী স্থানৰ যি ভাষা, আৰু যি লোকে সেই ভাষা কয়, সেই সকলো উল্লিখিত সীমাৰ ভিতৰতে আছে। এই সকলোৰে আদি ভাষা সংস্কৃত মূলক হিন্দি। সংস্কৃত ব্যাকৰণ এই সকলো ভাষাৰ মূল আৰু তাৰ নিয়মেই সেই সকলোৰে নিয়ম। এই নিমিত্তেই এই চাৰি সীমাৰ মধ্যবৰ্ত্তী হিন্দি, বঙ্গালী, উড়িয়া আৰু অসমীয়া এই চাৰিও ভাষাৰ সাদৃশ্য দেখি।" এই কথাৰ দ্বাৰায় কেবল অসমীয়া, বঙ্গলা ভাষাৰে পাৰ্থক্য বুজা যাব, কিন্তু অসমীয়া আৰু বঙ্গালী এই উভয় ভাষা সমসাময়িক ভাষা বুলি তেওঁ কোৱা নাই আৰু আমিও তাকে কওঁ। ওপৰত কোৱা হৈছে যে আৰ্য্য সন্তান সকল ক্ৰমাগত ব্ৰহ্মবৰ্ত্তৰ পৰা আৰ্য্যবৰ্ত্তলৈ আৰু তাৰ পৰা কিছু দাক্ষিণাত্য প্ৰদেশলৈ আৰু কিছু পূৰ্ব্ব দেশলৈ আহে। আৰু স্থানীয় ভাষাৰ সহিত তেওঁ লোকৰ আদি প্ৰাকৃত ভাষাৰ মিহলি হোৱাত হিন্দি ভাষাৰ সৃজনা হয়, আৰু সেই হিন্দি ভাষায় অসমীয়া, বঙ্গালী আৰু উড়িয়া ভাষাৰ মূল। এইটো পণ্ডিত সকলে সিদ্ধান্ত কৰিছে আৰু বাস্তবিকতে চাবলৈ গলে সেইয়ে সচা। এনে স্থলত আমি যে ওপৰত লিখিছোঁ, যি সময়ত অসমীয়া ৰামায়ন মহাভাৰতাদি লিখা হৈছিল, তেতিয়া গৌড় আৰু কোচবিহাৰৰ ভাষাৰ অনেক সাদৃশ্য আছিল, এই বিষয়ত বৰ সন্দেহ কৰিবৰ কাৰণ নাই। কিন্তু কোচবিহাৰৰ নৰ নাৰয়ন ৰজা যেনে অতি প্ৰবল পৰাক্ৰান্ত আছিল, তেনে বিদ্যোৎসাহীও আছিল। তেওঁৰ আদেশত অসম দেশত চলিত সংস্কৃত "ৰত্ন মালা ব্যাকৰণ" পুৰুষোত্তম পণ্ডিতৰ দ্বাৰাই লিখা হয়, আৰু সংস্কৃতৰ পৰা ভাঙ্গি মহাভাৰত অসমীয়া ভাষাত ৰচনা কৰা হয়। সেই সময়ত অসমীয়া ভাষা অতিশয় উন্নত ভাষা স্বৰূপে প্ৰতিপন্ন হোৱাত, গৌৰব আৰু ওচৰৰ আন আন দেশৰ লোকসকলে সেই অসমীয়া ভাষাৰে পদ ৰচনাদি কৰাৰ মূল কাৰণ, আৰু অসমীয়া ভাষা যে ওচৰৰ দেশ বিলাকত আদৰ পাইছিল, ইয়াৰ প্ৰমান মাধৱ কন্দলীৰ আৰু অনন্ত কন্দলীৰ ৰচিত ৰামায়ন, যাক বঙ্গাল দেশত "কন্দলি ৰামায়ন" আৰু "অনন্ত ৰামায়ন" বুলিছিল। সেই ৰামায়ণ সেই দেশত নি পঢ়িছিল আৰু আদৰ কৰিছিল।

"নব্য ভাৰত" পঞ্চদশ খণ্ডৰ প্ৰথম সংখ্যাৰ (অৰ্থাৎ ১৩০৪ সনৰ বৈশাখৰ) ২৩ পিঠিত শ্ৰীকৰুণা নাথ ভট্টাচাৰ্য্যই "অনন্ত" ৰামায়নৰ কথা যি লিখিছে, সেই অনন্ত ৰামায়ন আন ঠাইৰ নহয়, অসম দেশৰ কবি অনন্ত কন্দলীৰ দ্বাৰায় ৰচিত পুথি মাত্ৰ। আৰু পোন্ধৰ শতাব্দিৰ শেষত লিখা হৈছিল। উল্লিখিত পুথি খনি সাঁচি পাতত লিখা আৰু সাঁচি পাত পুথি লিখাদি কাৰ্য্যত ব্যৱহাৰ হোৱা, অসম দেশ ভিন্ন ভাৰতৰ অন্য কোনো দেশত দেখা নাযায়। অনন্ত কন্দলী শ্ৰীশঙ্কৰৰ আৰু মাধৱদেৱৰ সম সাময়ীক কৱি হলেও এওঁ তেওঁলোকৰ তলৰ কবি। মাধৱ কন্দলীৰ ৰচিত অসমীয়া সাতকাণ্ড ৰামায়ণ "আদি" ও "উত্তৰা কাণ্ড" কছাৰি আৰু আহোমৰে ৰাজ্যৰ নিমিত্তে ৰণ লগাত লোপ পোৱাত, সেই কন্দলী বংশৰে অনন্ত কন্দলীয়ে লোপ পোৱা দুই খণ্ডৰ থলত "ৰাম কীৰ্ত্তন" নামেৰে পুথি এখনি ৰচনা কৰা অনুমান হয়। কিন্তু শ্ৰীশঙ্কৰ আৰু মাধৱ দেৱেও, ৰামায়ণৰ সেই দুই কাণ্ড সংস্কৃতৰ পৰা ভাঙ্গি পদ কৰাত আৰু ইবিলাকৰ ৰচিত পদ সুললিত আৰু গম্ভীৰ হোৱাত, জন সমাজত তেওঁ লোকৰ ৰচিত দুই কাণ্ডহে আদৰনীয় হল, আৰু অনন্ত কন্দলীৰ ৰচিত ৰামায়ণ খনি আদৃত নোহোৱাত, অসম দেশত তাৰ প্ৰায় লোপ পোৱাৰ দৰে হল। বঙ্গাল দেশৰ লোকে সেই সময়ত অসমীয়া ভাষাৰ পুথি নি নি পঢ়াত "অমন্ত ৰামায়ণ" বঙ্গাল দেশত অদ্যাপি থাকিল গৈ। আৰু সেই পুথি খনি এতিয়া বঙ্গলা সাহিত্যৰ প্ৰাচীন পুথি বুলি দেখুৱাবলৈ পুৰুষাৰ্থ কৰিছে। কিন্তু নব্য ভাৰতৰ লেখকে নাজানে যে অনন্ত কন্দলীৰহে এই খনি ৰামায়ণ ৰচিত আৰু অনন্ত কন্দলী মাধৱ কন্দলীৰ বংশৰ কবি। পূৰ্ব্বে নওঁগাৱৰ আলি পুখৰিত তেওঁলোকৰ ঘৰ আছিল আৰু কছাৰিৰ উপদ্ৰৱত ভাগি আহি হাজোৰ শলা আদি গ্ৰামত বাস কৰিলেহি। উল্লিখিত নব্যভাৰতৰ ২৪ পীঠিত অনন্ত ৰাময়ণৰ পৰা যি যি পদ তুলি দিছে তাৰে তলত এফাকি উদ্ধৃত কৰি দিয়া হল; যথা ঃ—"জয় জয় শ্ৰীমন্তশঙ্কৰ পূৰ্ণ কাম। কীৰ্ত্তণৰ ছন্দে বিৰাচিলোঁ গুণ নাম"।

এতিয়া শ্ৰীমন্তশঙ্কৰ যে অসমৰ বৈষ্ণৱ ধৰ্ম্ম প্ৰবৰ্ত্তক শ্ৰীশঙ্কৰদেৱ আৰু তেওঁৰ ৰচিত কীৰ্ত্তন পুথিকে আহিঁ কৰি যে অনন্ত কন্দলীয়ে ৰামায়নৰ পদ কৰিছিল এইটি জানিব নোৱাৰি "অনন্ত ৰামায়ণ" বঙ্গলাৰ সাহিত্যৰ ভিতৰত নি সুমাইছে। ইয়াৰ দ্বাৰাই এইটি মাত্ৰ প্ৰতিপন্ন হয় যে অসমীয়া ভাষা অতি প্ৰাচীন আৰু প্ৰাচীন বঙ্গ সমাজত আদৃত হৈছিল। আৰু অনন্ত ৰামায়ণৰ পদ যি বিলাক উদ্ধৃত কৰি দিছে সেই বিলাক শুদ্ধ অসমীয়া ভাষাৰ পদ মাত্ৰ অন্য নহয়, কেবল লিখকে অসমীয়া ভাষা নাজানা হেতুকে মাঝে মঝে দুই এটি পদ অশুদ্ধ কৰিছে। যথা পশিলোঁ

স্থলত "পয়লোঁ" "আবে দুই পুতাই পৰিছেদি চাহা মোক" স্থলত "আবে দুই পুতাই পড়িবে দাবাহা মোক"। অনন্ত কন্দলীৰ লেখা শঙ্কৰ মাধৱ দেৱৰ লেখাৰ আগত জিলিকিব নোৱাৰৰ আৰু এটা কাৰণ তেওঁৰ লেখা বিলাক অতি চুম্বক আৰু তিমান মিঠা নহয়। এই "অনন্ত ৰামায়ণ" খনি অসম দেশত ৰামকীৰ্ত্তণ নামে বহুত দিনৰ পৰা সৰ্ব্বত্র বিদিত হৈ বৰ্ত্তমান আছে।

মহামান্য গ্রিয়াৰচণ চাহাবে এই বুলি অসমীয়া ভাষাৰ বিষয়ত লিখিছে "অসমীয়া ভাষাৰ ব্যাকৰণ বিষয়ত বঙ্গালা ভাষাত কৈ বেহাৰা ( হিন্দি ) ভাষাৰ লগত বেশী সম্বন্ধ থকা প্রমাণ কৰিব পৰা যায়। আৰু ৰামায়ণ মহাভাৰত আদি পুথি অসমীয়া ভাষাত প্রায় চাৰিশ বছৰৰ পূৰ্ব্বে অনুবাদ হৈছিল। কিন্তু বঙ্গালী ভাষা উনৈশ শতাব্দিৰ পূৰ্ব্বে লিখিত ভাষা স্বৰূপে থকা বুলিব নোৱাৰি" এনে এজন পণ্ডিতৰ সিদ্ধান্তে ওপৰত লিখা কথা বিলাকৰ সমৰ্থন কৰিছে।

অসমীয়া ভাষা যে সবল, সুললিত আৰু সুন্দৰ এটি স্বতন্ত্র ভাষা, আনো অনেক ইংৰাজ পণ্ডিত সকলে সিদ্ধান্ত কৰি গৈছে। সুতৰাং সেই বিষযে বাহুল্য লিখা অনাবশ্যক; আমি এতিয়া এই সাতকাণ্ড ৰামায়ণ সম্বন্ধে যি কব লগীয়া কথা আছে তাকে লিখিলোঁ।

সংস্কৃত ভাষাত বাল্মীকি ৰচিত ৰামায়ণ যেনে আদি পদ পুথি, তেনেকুৱা অসম দেশৰ কবিকুল চূড়ামণি মাধৱ কন্দলীৰ অসমীয়া ভাষাত ভাঙ্গনি ৰামায়ণ ( যদিও তেওঁৰ আগৈয়ে কোনো কোনো সৰু পুথি ৰচনা হৈছিল তথাপি ) আদি পদ বুলিলে অত্যুক্তি নহব পায়।

কবিকুল চূড়ামণি মাধৱকন্দলীয়ে মহামাণিক্য বৰাহ ৰজাৰ আজ্ঞাৰে সাতোকাণ্ড ৰামায়ণ অসমীয়া ভাষাত ভাঙ্গি পদ কৰে। লঙ্কাকাণ্ডৰ শেষত যি ভনিতা দিছে তলত লিখা হল। তাৰ দ্বাৰাই পাঠক সকলে বুজিব পাৰিব।

কবিৰাজ কন্দলীয়ে আমাকেসে বলিৱয়,
কৰিলোহো সৰ্ব্বজন বোধে।
ৰামায়ণ সুপয়াৰ শ্রীমহামাণিক্য যে,
বৰাহ ৰাজাৰ অনুৰোধে॥
সাতকাণ্ড ৰামায়ণ পদবন্ধে নিবন্ধিলোঁ
লম্ভা পৰি হৰি সাবোদ্ধৃতে॥

এতিয়া আকৌ গমি চোৱা যাওক মহামাণিক্য বৰাহ ৰজানো কোন দেশৰ ৰজা আৰু কোন সময়ত ৰাজত্ব কৰিছিল? অসমৰ সকলো মানুহেই জানে যে কছাৰি দেশৰ ৰজা সকল জয়ন্তাপুৰত থাকি ৰাজত্ব কৰা বাবে জয়ন্তাপুৰেশ্বৰ বুলি প্রখ্যাত

হৈছিল। আৰু দ্বাদশ শতাব্দিৰ পৰা চতুৰ্দ্দশ শতাব্দিলৈকে জয়ন্তাপুৰৰ ৰজা সকলে সাধাৰণতঃ “বৰাহি ৰজা” বুলি অভিহিত হৈ অসমৰ নগাঁও জিলালৈকে অধিকাৰ কৰিছিল আৰু অসমৰ প্ৰধান কবি মাধৱ কন্দলীৰ জন্মস্থান নওগাঁওৰ আলি-পুখুৰিত হোৱা বাবে তেওঁ জয়ন্তাৰ ৰজাৰ প্ৰজা আছিল। সুতৰাং নিজ দেশৰ ৰজাৰ অজ্ঞাত যে তেওঁ ৰামায়ণ অসমীয়া ভাষাত ভাঙ্গি পদ কৰিছিল সেই বিষয়ত আৰু সন্দেহ কৰিব লগীয়া কথা নায়।

দ্বিতীয়তঃ জয়ন্তাপুৰৰ পুৰণি বুৰঞ্জীৰ বিবৰণত দেখা গৈছে দ্বাদশ শতাব্দিৰ পৰা চতুৰ্দ্দশ শতাব্দিৰ ভিতৰত “মাণিক” উপাধি থকা তিনিজন ৰজা হৈছিল। তেওঁলোকৰ নাম বিজয় মাণিক, ধন মাণিক, আৰু যশ মাণিক এতেকে ৰামায়ণ ভাঙ্গনি কৰোতা ৰজা এওঁ লোকৰ তিনিজনৰ এজনা অবশ্যে হব পায়।

জয়ন্তাপুৰৰ ৰজা সকল পূৰ্ব্বে খাসিয়া জাতীয় আছিল, পাছে তেওঁলোকে হিন্দু ধৰ্ম্ম গ্ৰহণ কৰি হিন্দু বুলি পৰিচয় দিছিল। ১৮৩৬ খ্ৰীষ্টাব্দত শ্ৰীযুক্ত লক্ চাহাবে জয়ন্তাপুৰৰ পূৰ্ব্বৰ ৰজা সকলৰ নাম, ৰাজ্য ভোগৰ সময় আৰু ৰজা হোৱা চন তলত লিখাৰ দৰে লিখি গৈছে।———।

| | নাম | বছৰ | সন | খ্ৰীঃ |
|---|---|---|---|---|
| ১। | বৰ গোহাঞি | ৪৩ | ১১৩৬ | ১৭২৯ |
| ২। | ছত্ৰ সিংহ | ৯ | ১১৭৯ | ১৭৭২ |
| ৩। | যাত্ৰা নাৰায়ণ | ৫ | ১১৮৮ | ১৭৮১ |
| ৪। | বিজয় নাৰায়ণ | ৩ | ১১৯৩ | ১৭৮৬ |
| ৫। | ৰাম সিংহ | ৪৩ | ১১৯৬ | ১৭৮৯ |
| ৬। | ৰাজেন্দ্ৰ সিংহ | ২॥ | ১২৩৯ | ১৮৩২ |

( ৰাজ্যচ্যুত হয় ১২৪১ চন অৰ্থাৎ ১৮৩৪ খ্ৰীষ্টাব্দ )

শ্ৰীযুত গেইট চাহাবে জয়ন্তাপুৰৰ বুৰঞ্জী বিষয়ক যি টীকা লিখিছে তাত ওপৰত লিখা বৰ গোহাই ৰজাৰ আগেয়ে ষোলজন ৰজা হোৱাৰ কথা লেখিছে। যথা———

| | | |
|---|---|---|
| ১। পৰ্ব্বত ৰায় | ৭। ধন মাণিক | ১৩। প্ৰতাপ সিংহ |
| ২। মাজু গোসাঞি | ৮। যশ মানিক | ১৪। লক্ষ্মী নাৰায়ণ |
| ৩। বুৰা পৰ্ব্বত ৰায় | ৯। সুন্দৰ ৰায় | ১৫। ৰাম সিংহ |
| ৪। বৰ গোসাঞি | ১০। ছোট পৰ্ব্বত ৰায় | ১৬। জয় নাৰায়ণ |
| ৫। বিজয় মাণিক | ১১। যশমন্ত ৰায় | |
| ৬। প্ৰতাপ ৰায় | ১২। বাণ সিংহ | |

জয় নাৰায়ণে ১৭১০ ইংৰাজী শকত ( দেবশক ১৬৩২ ) নিজ পাত স্থানত নিজ ৰাজধানী স্থাপন কৰিছিল।

ওপৰত লিখা জয়ন্তাপুৰৰ ৰজা সকলৰ তালিকাৰ দ্বাৰাই ভালকৈ জানিব পাৰি যে মহামাণিক্য ৰজা ওপৰত লিখা ( ৫ ) বিজয় মাণিক্য ( ৭ ) ধন মাণিক্য ( ৮ ) যশ মাণিক্য এই তিনজনৰ ভিতৰত এজন সম্ভবতঃহব পাৰে। কাৰণ চৌদ্ধ কি পোন্ধৰ শতাব্দিত মাণিক উপাধিৰে আন ৰজা হোৱা নাছিল। এতেকে মহামাণিক ৰজা যে, এওঁ লোকৰ তিনজনৰ এজন ৰজা আছিল এইটী স্থিৰ কৰিব পাৰা যায়।

তৃতীয়। জয়ন্তা বা কছাৰি ৰজা যে "বৰাহ ৰজা" আছিল তাৰ প্ৰমাণ কছাৰি ৰজাক "বৰাহি ৰজা" বুলি অসম বুৰঞ্জীত লিখিছে আৰু কছাৰি বিলাকে আজিলৈকে "বৰা বা বৰ" ( বড় মান সেইয়া ) বুলি পৰিচয় দিয়ে, কেবল "বৰাহৰ" স্থলত "বৰা" বা "বৰ" হৈছে। ওপৰত লিখা কথা বিলাক গমি চাই জয়ন্তা দেশৰ বিজয় মাণিক কিম্বা ধন মাণিককে, মাধব কন্দলীয়ে "মহামাণিক বৰাহ ৰজা" বুলিছিল আৰু সেই ৰজাৰ দিনতে তেওঁ চৌদ্ধ কি পোন্ধৰ শতাব্দিত সাতকাণ্ড ৰামায়ণ অসমীয়া ভাষাত পদবন্ধে সংস্কৃতৰ পৰা ভাঙ্গনি কৰা সুস্থিৰ হয়। কাৰণ চৌদ্ধ আৰু পোন্ধৰ শতাব্দিৰ ভিতৰত সেই দুজন ৰজা জয়ন্তা পুৰৰ ৰজা হোৱা সুন্দৰ ৰূপে অনুমান হয়।

চতুৰ্থ। শঙ্কৰদেৱ পঞ্চদশ শতাব্দিৰ প্ৰধান কবি হৈ এই দেশত বিখ্যাত হয়। শঙ্কৰদেৱে উত্তৰাকাণ্ড ৰামায়ণত মাধৱকন্দলীৰ বিষয় এই ৰূপে লিখিছে।

পূৰ্ব্ব কবি অপ্ৰমাদী মাধব কন্দলা আদি,
তেহেঁ বিৰচিলা কৃষ্ণ কথা।
তাহান পদক চাই নিবন্ধিলো পদ আমি
ইত্যাদি।

সুতৰাং মাধৱকন্দলী চৌদ্ধ শতাব্দিৰ শেষত বা পোন্ধৰ শতাব্দিৰ আৰম্ভত এই দেশত সকলো কবিৰে যে আগ্ৰি হৈ উঠিছিল এই সিদ্ধান্ত কৰা অযুগুত নহব পায়।

( ২ ) ৰামায়ণ সাতো কাণ্ড মাধৱ কন্দলীয়েই সংস্কৃত মূলৰ পৰা অসমীয়া ভাষাত ভাঙ্গি যে পদ কৰিছিল, তেওঁ নিজে লঙ্কাকাণ্ডৰ শেষত দিয়া ভনিতাৰ দ্বাৰাই জানিব পাৰা হৈছে। কিন্তু আমি এতিয়া দেখিছোঁ অসমীয়া ৰামায়ণৰ আদিকাণ্ড মাধৱ দেৱৰ দ্বাৰাই আৰু শেষ উত্তৰাকাণ্ড শঙ্কৰদেৱৰ দ্বাৰাই

অসমীয়া ভাষাত পদবন্ধে ৰচিত হয়। আৰু বাকী ৫ কাণ্ড অযোধ্যা, অৰণ্য, কিষ্কিন্ধা, সুন্দৰা আৰু লঙ্কাকাণ্ড মাধৱ কন্দলীৰ থাকে। শঙ্কৰদেৱে উত্তৰা-কাণ্ডত দিয়া ভাঙ্গনি দ্বাৰাই দেখা গৈছে যে, মাধৱকন্দলীৰ সময়ত ৰাজ্যত কোনো উপদ্ৰব নাছিল। পিছত কছাৰি ৰজাক নওঁগাওৰ পৰা খেদি পঠোৱাত ৰাজ্য বিপ্লব হয়। আৰু সেই বিপ্লবত মাধৱকন্দলীৰ হাতে লিখা আদি কাণ্ড আৰু উত্তৰা কাণ্ড নষ্ট হয়, কেবল বাকী ৫ কাণ্ড থাকে। শঙ্কৰ আৰু মাধৱ-দেৱে কেৱল পাচ কাণ্ড মাত্ৰ পায়। ৰামায়ণ পুথি খনি অসম্পূৰ্ণ হৈ থকা দেখি মাধৱদেৱে আদি কাণ্ড আৰু শঙ্কৰ দেৱে উত্তৰাকাণ্ড মূল সংস্কৃতৰ পৰা ভাঙ্গি অসমীয়া ভাষাত পদকৰে। সেই কাৰণে বৰ্ত্তমান অসমীয়া ৰামায়ণ তিন জন অসমৰ প্ৰধান কবিৰ দ্বাৰাই ৰচিত হোৱা আমি দেখিবলৈ পাইছোঁহঁক।

( ৩ ) ৺ দীননাথ বেজবৰুৱা ডাঙ্গৰীয়াই লিখি যোৱা কথা আৰু কছাৰি ৰজাৰ অধীন নওগাওঁ——এলাকাৰ মানুহ ভিন্ন মাধৱকন্দলী কৰ মানুহ সেই বিষয় জানিবলৈ অন্য লিখিত প্ৰমাণ আমি অনেক অনুসন্ধান কৰিও নাপালোঁ। নওগাওৰ আলি পুখুৰীয়েই তেওঁৰ জন্ম স্থান স্থিৰ কৰাটি অযুগ্য হব নাপায়। কাৰণ আমাৰ দেশৰ কন্দলী বংশ প্ৰথমে তাতে বাস কৰিছিল বুলি জানা যায় আৰু সেই বংশৰ মুখোজ্জ্বল কৰা মাধৱ কন্দলী ভিন্ন অন্যান্য অনেকেই কবিত্ব শক্তিৰ পৰিচয় দি অসমীয়া ভাষাত অনেক পদ পুথি লিখিথৈ গৈছে যথা—অনন্ত কন্দলী, শ্ৰীধৰ কন্দলী, মহেন্দ্ৰ কন্দলী ইত্যাদি। মাধৱকন্দলী আদি কবি হৈ নিজ দেশতে আছিল। কাৰণ তেতিয়া কছাৰি উপদ্ৰৱ হোৱা নাছিল। কিন্তু তেওঁৰ পিচত তেওঁৰ বংশত যি সকলে জন্ম গ্ৰহন কৰি, কবি হৈ উঠিছিল সি বিলাকে কথিত উপদ্ৰৱৰ কাৰণ নিজ দেশ পৰিত্যাগ কৰি নামনি দেশ হাজো আদিত আহি বাস কৰা প্ৰমাণ পোৱা গৈছে।

( ৪ ) মাধৱকন্দলীৰ আন কিবা নাম থকাৰ একো প্ৰমান নাই। কিন্তু ৺ দীননাথ বেজ বৰুৱা ডাঙ্গৰিয়াই এটাইবোৰ বামুণীয়া কবিকে একেজন কৰি অৰ্জ্জুনৰ নিচিনা দশ নাম আৰোপ কৰিছে। কিন্তু বেজ বৰুৱা ডাঙ্গৰীয়াৰ এইটি ভূল ভিন্ন অন্য নহয়। অনন্ত কন্দলী, ৰাম সৰস্বতী, শ্ৰীধৰকন্দলী প্ৰভৃতি কবি বেলেগ বেলেগ মানুহ বুলি প্ৰমাণ পোৱা গৈছে। ৺ আনন্দৰাম ঢেকিয়াল ফুকন আৰু ৺ গুনাভিৰাম বৰুৱা ৰায় বাহাদুৰেও অনন্ত কন্দলী আৰু ৰাম সৰস্বতী একে জন মানুহ বুলিছিল। কিন্তু তেওঁলোক যে একে জন মানুহ নহয় সেই কথাৰ প্ৰমাণ পোৱা গৈছে।

(৫) ৰামায়ণ ভিন্ন মাধৱকন্দলীৰ ৰচিত "দেবজিৎ" নামে এখনি পুথি ও দেখিবলৈ পাইছোঁ। কোনো কোনো লেখকে এই পুথি খনি লিখাৰ শঁক ১৪৯২ বুলি লেখিছে। কিন্তু এইটি সম্পূৰ্ণ ভুল। কাৰণ শঙ্কৰদেৱ ১৩৭১ শকত জন্ম গ্ৰহণ কৰি ১৪৯০ শকত লোকান্তৰ হয়, আৰু তেওঁৰ পূৰ্ব্ব কবি মাধব-কন্দলী হোৱা বুলি শঙ্কৰদেৱে নিজে লিখি গৈছে। এনে স্থলত তেওঁৰ দুই বছৰৰ পিছত "দেৱাজিৎ" মাধৱকন্দলীৰ দ্বাৰাই ৰচিত হোৱা কথাটী যুক্তি যুক্ত নহয়। বোধকৰোঁ লেখকে নকল কৰা শক দিছিল। সেইটিকে মূল শক বুলি ধৰিছে।

———




# কমলাকান্ত ভট্টাচাৰ্য্য।

অসমৰ উন্নতি।

শিতানত অঁকা প্ৰৱন্ধটি আজি আপোন দেশী ভাই সকলৰ ওচৰত আলচ পাতি চাওঁ। "অসমৰ উন্নতি" এই কথাষাৰি এবাৰ উশাহ নিশাহত অনা নিয়া কৰোঁতেই ওৰ পৰে। চিন্তাৰ বাটত হতাশে টানকৈ হেঙ্গাৰ মাৰি আগচি ধৰে। শিক্ষিত ভাই বিলাকৰ ভিতৰত প্ৰায় যাৰে সৈতেই এই কথাৰ আলচ পতা যায়, মুখৰ পৰা ইয়াকেইহে শুনোহঁক যে "মানুহ তাকৰীয়া, ধন নোহোৱা অসমে কেনেকৈ উন্নতি সাধিব।" এই কথা দুটি কিমান সাকুৱা তাক এবাৰ দকৈ সমালোচনা কৰোঁ। অতিজৰে পৰা পৃথিবীৰ বুৰঞ্জী চালে দেখিমহঁক যে উন্নতি জখলাৰ খাপে খাপে উঠি যিবোৰ জাতিয়ে সভ্য আৰু পৰাক্ৰমি বুলি চিনাকি দিছে, সৰহ ভাগ প্ৰায় মানুহতাকৰীয়া জাতিৰ ভিতৰৰহে। আৰ্য্যবিলাকে যেতিয়া পঞ্চনদৰ পাৰত আহি বসতি পাতিছিলহি, তেতিয়া তেওঁবিলাকৰ মানুহ কিমান আছিল? বেবিলন, নিনেভ, কাৰ্থেজ, মিছৰে অগাপিছাকৈ যেতিয়া পৃথিবীক পোহৰ কৰিছিল, তেতিয়া সিহঁতৰ মানুহ তাকৰ আছিল বুলি কলে কোনো অমান্তি নহব। প্ৰৱল প্ৰতাপী গ্ৰীছে যিদিনা ধৰণি কঁপাইছিল সেই দিনা সিহঁতৰ লোকসংখ্যা বেচি নাছিল। ইউৰোপৰ সভ্যতাৰ আৰ্হি, জিকাৰু ৰমুৱা ৰোমানহঁতে ইতালীৰ পৰ্ব্বতৰ টিঙ্গত পোনতে কোঠ পাতোঁতে, সিহঁতৰ মানুহ তিনি হেজাৰ মান আছিল বুলিহে বুৰঞ্জীত দেখা যায়। দৰাচলতে আজি কালিও দেখিছোঁহঁক যে লোক সংখ্যা কম থকা মানুহেইহে সভ্য আৰু উন্নত হব পাৰিছে। মহাদেশ আচিয়াৰ লোক সংখ্যাৰে সৈতে ইউৰোপৰ লোকসংখ্যা তুলনা কৰি চালে সিকি এটাৰ মানুহহে ইউৰোপত হব। কোমল বয়সীয়া জাপানৰ লোকসংখ্যা, মানুহেৰে ভৰা প্ৰাচীন চীনেৰে সৈতে বিজালে জাপান কতবাত থাকেগৈ। ইংলণ্ডক ৰুচিয়াৰ মানুহৰ লেখৰে সৈতে বিজাব নোৱাৰি। এই দৰে পুৰণি কালৰে পৰা বুৰঞ্জী বিলাকে দেখুৱাই যে, চেক্সন, নৰমান যেতিয়াই যি জাতি উঠিছিল, পোনতে জনসংখ্যা কম আছিল। পৰ্ত্তুগাল এদিন ইউৰোপৰ ভিতৰত প্ৰধান ক্ষমতাশালী আছিল। কিন্তু তাৰ জন

সংখ্যা প্ৰায় অসমৰ সমানহে হব। এই বিলাক কথা পিটিকি চাই পৃথিবীত সৰহীয়া মানুহ থকা জাতিতকৈ কম জনসংখ্যাৰ জাতিয়ে উন্নতি কৰিব পাৰে যে, বাস্তৱিক সচাঁ বুলি মানিব লগীয়া। গা ডাঙ্গৰ মানুহৰ দৰে মানুহ সৰহায়া জাতিয়েই উন্নতি বাটত লৰিব নোৱাৰি পিছ পৰে। বহল, দীঘল ২৮ কোটী মানুহ থকা ভাৰত ৰাজ্য খানক, সাগৰৰ দ্বীপ এটাৰ তিনিকোটী পঞ্চাশ লাখ মানুহেই তলতীয়া কৰি ৰাখিছে। সিইঁতৰ বল, বীৰ্য্য, পৰাক্ৰম দেখি আমি তধা লাগি চাই আছোঁ। এতেকে তাকৰীয়া মানুহ একো কথাৰ কথা নহয়। "যোগ্য-ভোগ্যা বসুন্ধৰা।" যোগ্যতা-ইহে সাৰ কথা। ইউৰোপৰ স্কটলেণ্ড দেশখান অসমতকৈ অনেক গুণে সৰু আৰু তাৰ জনসংখ্যাও অসমৰে সৈতে প্ৰায় সমানহে হব। আৰু সেই দেশ উন্নতিৰ পক্ষেও ইউৰোপৰ আন আন দেশৰ পিছত পৰি থকা নহয়, বৰঞ্চ সেই দেশ সুখী বুলিহে কোৱা শুনো। তেনেহলে যোগ্যতাইহে আচল কথা।

কোনো দেশৰ জাতিয়েই পোনতে ধনী নাছিল। আৰ্য্য বিলাকো এসময়ত গৰখীয়া আৰু চহা আছিল। জ্ঞানৰ আলোচনা কৰি ২ শেহত তেওঁবিলাক উচ্চ জাতি হৈ পৰিল। অসম দেশৰ ধন নাই বুলি ভাবি চিন্তি উন্নতিলৈ পিঠি দি বহি থকা আমাৰ যুগুত নে? ইয়াক আমাৰ কানি ৰাগিৰ দোষ নুবুলি কি বুলিম? অৱশ্যে ভাৰতত আন আন প্ৰদেশত যেনে ধনী মানুহ আছে অসমত তেনে নাইকিয়া বুলি মানিব লগীয়া। কিন্তু মানুহৰ অৱস্থাৰে সৈতে মিলাই চালে ভাৰতবৰ্ষত আন আন দেশৰ মানুহতকৈ অসমীয়া ৰায়ত বৰ সুখী বুলি দেশ-দেখা মানুহে কয়। আন কি কোনো কোনো ৰাজ চলোৱা ডাঙ্গৰ ডাঙ্গৰ হাকিম বিলাকৰ মুখতো তেনে কথা শুনোহঁক; ইয়াৰ কাৰণ আন একো নাই, অসমীয়া মানুহৰ কেৱল একাল ভৰাল নোহোৱা কথাটিকেইহে ধৰিম। অসমীয়া মানুহক যি অৰ্থেৰে সুখী বুলি ধৰিম, নগা, ডফালাকনো তাতকৈ বেছি সুখী নোবোলোঁ কিয়? উন্নতিৰ অৰ্থ যি জাতিয়ে বুজ নেপায়, সেই জাতিৰ অৱশ্যে একালো নাই ভৰালো নাই। উন্নতি যদি মানুহৰ লাগতিয়াল বুলি ধৰা নেযায়, তেন্তে মানুহ আৰু পশুৰ একো প্ৰভেদ নাই বুলি কৈ বহি থাকিব লাগে। প্ৰসিদ্ধ দাৰ্শনিক বিলাকে কয় যে, কোনো জাতিৰ উন্নতি নেথাকিলে ধ্বংশ চমু চাপে। সঁচাকৈয়ে আমিও পুৰাণ আদি পাঠ কৰি জানিব পাৰোঁহঁক যে একেদৰে অসভ্যাৱস্থাত থকা অনেক অসভ্য জাতি আজি কালি আৰু দেখিবলৈ নাইকিয়া হল।

ভাৰতবৰ্ষৰ আন আন দেশৰ ৰায়তকৈ অসমীয়া মানুহ সুখে থকাৰ মূল কাৰণ, অসমৰ মাটি বৰ সাৰুৱা, আৰু মানুহতকৈ মাটি অনেক গুণে সৰহ। অসমীয়া

মানুহক ধান খিনি অৰ্জ্জিব পাৰিলেই একো নেলাগে; কাৰণ অসমখান প্ৰকৃতিৰ ধনৰ ভৰাল, মানুহে যিহকে খোজে তাক গা খৰছ কৰিলেই পায়। মাছ, শাক দুৱাৰ মুখতেই, আনি চৰুত পেলাই দিলেই হল। বিশেষকৈ যি জাতিয়ে অভাবৰ বুজ নেপায় আৰু আন এটা সভ্য জাতিৰ ভালটো দেখি তাৰ আৰ্হি লব নোখোজে অথবা নিজৰ ভাল কাম জগতৰ আন জাতিক দেখাই সলাগ লবৰ ইচ্ছা নকৰে, সেই জাতিৰ মানত দুখেই বা কি সুখেই বা কি। ঘৰ নেসাজি থকা বনৰীয়া মানুহ বিধে ঘৰ নোহোৱাৰ দুখ কি বুজ পাব? অসমীয়া মানুহক আমি এতিয়া যেনে অৱস্থাত সুখী দেখিছোঁ, বুঢ়া সকলে হলে এতিয়াৰ দিনক বিষদৃশ দিন বুলিহে কয়। তেনে-হলে এইটো মানিব লগীয়া যে অসমীয়া মানুহৰ আগৰ কেতবোৰ সুখ এতিয়া লাহে লাহে আঁতৰ হৈছে। অসমীয়া মানুহৰ এতিয়া যি খিনি সুখ আছে, আগলৈ যে ই নেথাকিব তাৰ কোনো ভুল নাই। অসমৰ সাৰুৱা মাটি পৰি নেথাকিব যে তাৰ লক্ষণ এতিয়াৰ পৰাই দেখা গৈছে। সোৰোপা হোৱাৰ ফল অসমীয়া মানুহে অলপতে ভোগ কৰিবলৈ পাব। অসমৰ মাটি যে কেতিয়াও পৰি নেথাকে, এইটো ধৰা বন্ধা কথা। যেতিয়া গৰুকো ঘাহ কিনি খুৱাব লাগিব, অসমীয়া ভাইসকল, তেতিয়া কি উপাই কৰিবা? সাত সাগৰ, তেৰ নৈ পাৰ হৈ ইংৰাজহঁতে অসমৰ মাটিত এনেকৈ চাহা বাৰি পাতিব বুলি অসমীয়াহঁতে কেতিয়াবা সপোনতো দেখিছিলানে? আগৰ কেতখিনি কথা মনত কৰি আমি এতিয়া বুঢ়াবিলাকক গালি পাৰোঁ; কাৰণ তেওঁবিলাকৰ দিনত ইংৰাজে ২৷৷০ আঢ়ৈ টকা একৰত মাটি যুগমীয়া পট্টাদি বেচিছিল, তেওঁবিলাক এনে কণা আছিল যে সেই কথা নেদেখিলে। "বুঢ়াহঁতে সেই সুচল আৰু সুযোগতে যদি কিছুমান মাটি কিনি থৈ গলহেঁতেন আজিকালিৰ লৰা বিলাকলৈ বৰ এটা সুখৰ উপায় হল হেতেন।" বুঢ়াবিলাকক গালি পৰা লৰাহঁতেও এতিয়া মন কৰি চাবা যে এতিয়াও কেতবোৰ সুচল আমাৰ চকুৰ আগতে পৰি পৰি আছে, যাক আমাৰ তললৈ মন কৰা চকু বিলাক ফুটাই নেদেখি বহি আছোঁহক। এনে এটা দিন আহিবইয়ে আমাকো আমাৰ পাছৰ লৰা বিলাকে, আমি বুঢ়াহঁতক গালি পৰাতকৈ, টান গালি পাৰিব। তলগুণা ডাঙৰীয়া সকলে অৱশ্যে ঢুকি পাব পাৰিছে যে অসমলৈ কি কঠিন দিন আহিব লাগিছে। প্ৰায় চাৰিও ফালৰ সাৰুৱা মাটিৰ এতিয়াই আধ্যা পৰিলহি। বঙ্গালী কুলিৰ গাঁৱে সামৰি লব ধৰিছে। অসমলৈ ৰেলগাড়ি হোৱাৰ অলপো পলম নাই। যেতিয়া কাকতি ফৰিঙৰ নিচিনা চাৰিও ফালৰ বিদেশী মানুহ গৈ অসমৰ মাটিত হেতা ওপোৰা লগাব, অসমীয়াই তেতিয়া ঘৰৰ ভেটিকো হেৰুৱাব হেন পাইছোঁ। এতিয়া

এঘৰ মানুহৰ ভাই ভাই বেলেগ হলে মাটিৰ নাটনি পৰিলে এডোখৰ ভাঙ্গি লব পাৰিছে, তেতিয়া মাটি ইস্তাফা দিয়াৰ ফল হাতে হাতে মিলিব। বৰ্ত্তমান অসমৰ ভাল মানুহ বিলাকৰ অৱস্থালৈ মন কৰি চালে চকুৰ পানী ওলাই। এনে এঘৰ ভাল মানুহ নাই বিদেশীয়ে যাক ধৰুৱা কৰা নাই। ভাল মানুহ বিলাকৰ অবস্থা দেখি এনেটোহে ঠাৱৰ কৰিব পাৰি যে আগলৈ আৰু অসমৰ ভাল মানুহৰ সৰ্চকে নেথাকিব। কুল মান বেচি পেট প্ৰৱৰ্ত্তাবৰ উপায় ধৰিব লাগিব।

পৃথিবীৰ বুৰঞ্জীয়ে ফট্‌ফটীয়াকৈ দেখুৱাই দিয়ে যে সৰহ মানুহ থকা ঠাই এডোখৰত মানুহে আচল বিচল পালেই আন এডোখৰ তাকৰীয়া মানুহ থকা ঠাইলৈ গুচি যায়। পাছে সিহঁত সভ্য আৰু পৰাক্ৰমী জাতি হলে সেই ঠাইৰ নিঃকটীয়া নিজাপি মানুহ বিলাকক তলতীয়া কৰি নিজৰ শ্ৰেষ্ঠতা বঢ়াই শেহত মহা উন্নত জাতিত পৰিণত হয় গৈ। শিৰফুটা জাতিতো হয় ন জাতিৰ লগত মিহলি হৈ জাতীযতা লোপ কৰে, নহয় লাহে লাহে নিৰ্ব্বংশ হৈ পৰে। ইয়াৰ প্ৰমান আৰ্য্য জাতি আৰু ভাৰতৰ শিৰফুটা অনাৰ্য্য জাতি; ৰোমানহঁত আৰু ইটালি দেশৰ চেবাইন জাতি; ইউৰোপৰ সভ্য জাতি আৰু আমেৰিকাৰ আদিমবাসী ইত্যাদ। যি বিলাক ঠাই প্ৰকৃতিৰ সোণৰ ভৰাল, সেই বিলাক যে পৰি নেথাকে আৰু তাত গৈ যে আন দেশৰ মানুহে বসতি পাতি উন্নতি সাধন কৰে তাৰ প্ৰমাণ ওপৰত লেখা বিলাকেই যথেষ্ট হৈছে। কিমান দূৰত ইউৰোপ কত অস্ট্ৰেলিয়া দ্বীপ, পাঠক এবাৰ দকৈ গমি দেখা। এতেকতে এতিয়া আমাৰ অসম-বাসাৰ উচিত হৈছে, যে যাতে আমি আমাৰ নাম বংশ লোপ নকৰোঁ। কথা দেখি যি কথা নলয় তাক অজলা বা মূৰ্খ নুবুলি কি বুলিব পাৰি? অসমীয়াহঁত অজলা হৈয়েই থাকিব নে? ইমান দিন শুই শুই থাকি আমি যি কৰিব লগীয়া কৰিছোঁহঁক; আৰু যেন শুই থাকি বোপা ককাৰ ভেটী মাটি হেৰুৱাই, তেওঁলোকৰ নাম বংশ লোপ নকৰোঁ, আহাঁ ইয়াৰেইহে চেষ্টা কৰোঁ। হেজাৰো ক্ৰোশ দূৰৰ মাৰোৱাৰীয়ে অসমত কি প্ৰভুত্ব পাতিছে! অসমৰ পৰ্ব্বতবিলাকৰ মূল্যবান বস্তু বৰৰ এঠা, মৌ-শিতা হাঁতী-দাঁত আদিৰ বেপাৰ আমি পৰক দিলোঁ। ঘৰৰ মূল্যবান গহনাপাতি পৰক দি নিজে তাৰ ধৰুৱাহৈ বহি আছোঁ। এতিয়া অসমীযাহঁত, আৰু এবাৰ কবানে "উদৰ সাত পুৰুষ গল কেচা মাছ খাওঁতেই, আমাক সেই সোপা কথা কেলৈ লাগিছে। বুঢ়াকলীয়া কপট সংস্কাৰ বিলাক নেৰিলে আমি নিশ্চয় একেবাৰে তললৈ যামহঁক। একতাৰ বল নেবান্ধিলে আমি নিজৰ বা জাতিৰ একো উন্নতি সাধিব নোৱাৰিম যে এই কথা সাৰোগত মানি লোৱা। স্বদেশৰ দুৰৱস্থাৰ

বিষয় বেছি কথা দেখাবলৈ গলে মনক হতাশ ডাৱৰে ঢাকি ধৰেহি, এতেকে কথা বঢ়োৱাৰ কাম নাই, ভালনো কেনেকৈ হব পাৰে তাকহে আলচোঁ। অসম দেশ সোণৰ দেশ, যত প্ৰকৃতিয়ে সোণৰ ভৰাল সাজি থৈছে, আমি অসমীয়া তেনে দেশৰ মানুহ হৈ কিয় দুখীয়া ? দুৰৱস্থা নিবাৰণ কৰিবৰ আমাৰ একোটো উপায় নাইনে ?

অসমৰ আগৰ জনা চীফ কমিশ্যনৰ মহামতি শ্ৰীযুত এলিয়ত চাহাবে তেওঁৰ বাৰ্ষিক ৰাইজীয়া ৰেপটত প্ৰকাশ কৰিছিল যে, অসম দেশখান এনেদেশ মনুহৰ দুৱাৰৰ মুখতে সোণ বিলাক পৰি পৰি আছে, অজলা অসমীয়হঁতে তাক বুটলিবলৈ বুজ নেপায়। এই কথাষাৰ এজন দেশৰ গবাকীয়ে কেনে সোণ ৰূপৰ মুখেৰে কৈ গৈছে। আমাৰ অৱস্থা উন্নতি কৰিবলৈ আমাক কি লাগে ? আমাক ৰাজহুৱা মুঠ লাগে। অসমীয়া যদি একে মুঠিৰ মানুহ হব পাৰে, তেন্তে অসমক কিহে নাটে। অকল বিদেশৰ চাউল খিনিকেই অসমলৈ অহা বন্ধ কৰিব পাৰিলেই অসমীয়াৰ ধন কোনে খায় ? অসমক একমুঠীয়া কৰাৰ উপায় কি ? কিছুমান নিঃস্বাৰ্থ ভাৱৰ উপযুক্ত লোক।

আজিকালি লেখা পঢ়া জনা বিদ্বান মানুহৰ মুখে প্ৰায় ইয়াকেইহে শুনা যায় যে, "সময় হোৱা নাই সময় হলে আপোনা আপোনি উন্নতি হব।" এই কথা ফাকি আলোচনা কৰিবলৈ যাওঁতে যোযোনা এটী মনত পৰিল। ভোকত ভিনিহিদেওৰ প্ৰাণ যায়, খুলশালায়েকে কয় বোলে "আহোঁক বাৰিষা কাটোক পাত, বৈ যা ভিনিহি খাই যা ভাত।" সময় এটা আমি নিজে পাতি লোৱা কথা। ইয়াৰ আচল নাম অনন্ত। সময়ৰ অহা যোৱা কৰিবলৈ হাতো নাই ভৰিও নাই। কেতবিলাক ঘটনাৰ সলনা সলনিয়েই আমাক সময় বুলি চিনাকী দিয়ে। সময়ক মানুহে যেতিয়াই টানি আনিব তেতিয়াই আহিব। আজি ধৰি আমি উপযুক্ত হলেই আমালৈ ভাল সময় আহিব। সময় আহিবলৈ বাট চাই থকা মানুহ বিধৰ কথা কেনে অপকাৰী, তাৰ দৃষ্টান্ত স্বৰূপ বুঢ়া মানুহ এটাৰ সাধু কথা এফাকিৰ টোকা দিলোঁ। মৰাণ ভগনৰ দিনত দেশত মহাআকাল হওঁতে এঘৰ গৃহস্থই হেনো গোলাম এমথাক আন এখান গাওঁৰ পৰা ধান কিনি আনিবলৈ পঠিয়াইছিল। ৰাতি বৰষুণ অনাৰ, বাবে নৈৰ পানী ডাঙৰ হলত গোলামহঁতে কিনা ধানৰ ভাৰ কানতলৈ ঠিক কৰিলে যে, নৈৰ পানী শুকালে পাৰ হোৱা যাব। বিধাতাৰ ইচ্ছাত সাত দিন লালিকৈ বৰষুণ হব ধৰিলে। গোলামহঁতে নৈ শুকাবলৈ বাট চাই থাকোঁতে সিফালে গৃহস্থ মানুহ ঘৰ ভোকলঘোনত মৰি উছন হল। শাওণত মাটি নুৰুই আঘোণত ধান চপাবলৈ বিচাৰ কৰাৰ দৰে সময় আহিবলৈ

বাট চাই থকা মানুহ বিধৰ কথা হৈছে। অৱশ্য এইটো মানো যে লাগনি গছৰ পুলিটি কই তাত বাৰুকৈ সাৰ দিলেহে এদিন ডাঙৰ হৈ গুটি ধৰিব। উন্নতিও তেনেকুৱা আমাৰ কৰ্ত্তব্যকাম এতিয়া যিবিলাক আছে, তাক নকৰি সময় আহোক, আমাৰ পাছৰ পুৰুষে কৰিব এই বুলি বহি থকা উন্নতি আশাৰ লক্ষণ নহয়। শুদা ভৰালটো থৈ গলে, সময়ে তাক ভৰাই নিদিয়েহি। পাছত লৰা ছোৱালীয়ে খাবলৈ নেপাই নমৰিবনো কিয় ? উন্নতি বোপাককাৰ দিনৰে পৰা মূলধনৰ নিচিনা সঞ্চিৎহৈ আহিছে। মূলধন নেথাকিলে উন্নতি কৰা বৰ টান। তাতেহে বহুত সমালোচক বিলাকে আজিকালি গধুৰকৈ ভাবি চিন্তি কয় যে, ভাৰত বাসীয়ে ভাল বিষয়ৰ পৈতৃক সংস্কাৰৰ ভৰালটো ভাঙ্গি আগৰ বস্তু বিলাক পেলাই দি অকল উপস্থিত সময়ৰ নতুন বস্তু ভৰাবলৈ নকৈ ভৰাল সাজিবৰ কাম নাই। আগৰ পুৰণি ভৰালক সময়ৰ লাগতিয়াল বোৰ সুমাই সুমাই পূৰ্ণ কৰা। পিছলৈ তেহে এনেকৈ লাহে লাহে মূলধন বাঢ়ি যাব।আৰু উন্নতিৰ গুৰি শকত হব। এপিনে আগৰ খিনি এৰি নতুনক ধৰিলে যেনে উন্নতিৰ গুৰি শকত হব নোৱাৰে; আনপিনে পুৰণিৰ লগত নতুন নুসুমুৱালেও উন্নতিৰ গুৰি শকত নহয়। আমাৰ অসম দেশৰ এতিয়া কিছুমান উপযুক্ত লোকে এনেদৰে জাতীয় উন্নতিৰ গুৰি শকত কৰিবলৈ ককালত কাপোড় বান্ধি পুৰুষাৰ্থ কৰিব লাগে। কথাতে কয় বোলে ইপুৰীত দিলেহে সি পুৰীত পায়। কাৰ্য্যৰ ফল শেহলৈ। বৰ্ত্তমান যি যেনে কাম কৰিম তাৰ ফল আমি ভোগ কৰিবলৈ নেপালেও পিছৰ পুৰুষে পাবই পাব। জ্ঞান বোলা, ধৰ্ম্ম বোলা পূৰ্ব্ব পুৰুষে আমালৈ যেনে আৰ্জ্জি থৈ গৈছে বৰ্ত্তমান আমি তাক তেনে ভোগ কৰিবলৈ পাইছোঁ। এই বাবে বৰ্ত্তমান সময়ৰ কৰিব লগীয়া কাম, বৰ্ত্তমান পুৰুষে কৰি থৈ নগলে পিছৰ পুৰুষ মহাদুখত পৰে আৰু নিৰ্ব্বংশ হৈ নাম নুমাবৰো সম্ভৱ। সময় আমালৈ সদায় আহি আছে, আমি এতিয়া যিটো সময়ৰ ওপৰত থিয় দি আছোঁ সেইয়েই আমাৰ সময়। এই সময়ত আমাৰ কৰিব লগিয়া যি কাম তাক নকৰা, সোৰোপা হৈ লৰা তিৰোতাক প্ৰতিপাল নকৰি বহি থকাৰ দৰে, মহাপাপ। পিছৰ পুৰুষলৈ খাট কাম কৰি থৈ যোৱা মানুহৰ জীৱনৰ উদ্দেশ্যৰ ভিতৰত এটি প্ৰধান কাম। মানুহক ঈশ্বৰে সমাজ, গাওঁ-ভূই পাতি আৰু জাতায়তা বান্ধি থাকিবলৈ দিছে। সমাজ বা জাতিৰ দুখ সুখ সকলোৱে সমানে ভোগ কৰে। সমূহ-সুখ-সুচল বঢ়োৱা আৰু ৰক্ষা কৰা ক্ষমতাটোকেই জাতীয় জীৱন বোলে। এই জাতায় জীৱন গঢ়া আৰু বঢ়োৱা অকল এটা দুটা মানুহৰ কাম নহয়। জাতিটোৰ সৰু বৰ সকলো মানুহেই লাগতিয়াল। তুঁহ পতান বুলি কাকো পেলানি যাবলৈ দিব নোৱাৰি।

এটা নে এটা কামত কোনোটো লাগতিয়াল হবই হব। বাটে বাটে মাগি ফুৰা মগনীয়াইও কাম কৰিঁ খাবৰ শক্তি নোহোৱা মানুহ বিধক পতিহা কৰিবলৈ সংসাৰক শিক্ষা দিছে। "চক্রবৎ পৰিবৰ্ত্তন্তে দুঃখানিচ সুখানিচ;" সুখ কাৰো চিৰকলীয়া নহয়। কাকো কোনেও পতিহা নকৰিলে অর্থাৎ ইটোৱে সিটোৰ বিপদৰ ভাৰ লোৱালুই নকৰিলে আজি ধৰি সংসাৰ শ্মশানশালী। আজি ধৰি মানব সমাজ তপত মৰুভূমি। দুখী মগনীয়া বিলাকে সহানুভূতিৰ জৰনী শক্তিৰ গুড়িত জীপ দি দুখত পৰা মানুহক সহায় কৰিব লাগে বুলি দিনৌ সংসাৰী মানুহক সোঁৱৰাই দিছে। মন কৰি চালে সংসাৰৰ সকলোৱেই সকলোকে উপকাৰ কৰিছে, সকলোৱেই সকলোলৈ কাম কৰিছে। জাতীয় জীৱনৰ কাৰ্য্য বিলাক ছেৰেলি বেৰেলি হলেই তাৰ গুড়িত পোকে ধৰে। এই বাবে প্রত্যেক জাতিতেই মহাপুৰুষ বিলাকে মাজে মাজে জন্মগ্রহণ কৰি মনুষ্য সমাজৰ কাম বিলাকক নিয়মত বান্ধি অঁতালগাই থৈ যায়হি। এনে নোহোঁৱা হলে পৃথিবীৰ পৰা কেতিয়াবাই মানব সমাজ লয় পালে হেতেন। সেই মহাপুৰুষে যেতিয়া যি যি জাতিত জন্মগ্রহণ কৰে, দৃষ্টান্ত দেখুৱাই পৃথিবীক বুজায় যে, মানব জাতীৰ হৃদয় দয়া মমতা, প্রেম, ভক্তিৰ থকা ঠাই। মানুহ অকল নিজৰ নিমিত্তে জনম ধৰা নাই, মানুহ মানুহৰ নিমিত্তে জনম ধৰিছে। গৰু ছাগলীৰ দৰে খাই বই পেট ভৰোৱাই জীৱনৰ উদ্দেশ্য নহয়। যি জাতিৰ মানুহে এনে ওখ ভাব ঢুকি পাইছে সেই জাতিয়েই জাতি। আমাৰ শিক্ষিত অসমীয়াৰ ভিতৰত জনচেৰেক ওলাই দেশৰ কল্যাণ সাধি স্বৰ্গীয় জীৱনৰ চানেকি ৰাখিব নোৱাৰেনে? ধাৰ্ম্মিক যেনেকৈ ধাৰ্ম্মিকৰ নিমিত্তে হোৱা নাই, তোমালোক শিক্ষিত বিলাকো তেনেকৈ শিক্ষিতৰ নিমিত্তে হোৱা নাই। ধাৰ্ম্মিক যেনে পাপীৰ জন্য তোমালোকো তেনে মূৰ্খৰ জন্য। ধাৰ্ম্মিকে যেনেকৈ ধৰ্ম্মলাভ কৰি অজ্ঞানী পাপীক তৰিবৰ বাট নেদেখোৱা মহাপাপ, তোমালোকেও শিক্ষা লাভ কৰি পণ্ডিত হৈ মূৰ্খক শিক্ষা নিদিয়া মহাপাপ। ভাবি চোৱা অসম দেশৰ নিমিত্তে তোমালোক কিমান জগৰীয়া; আজি কালি বহুত শিক্ষিতৰ ধাৰণা এই যে, অসমৰ উন্নতিৰ চেষ্টা এতিয়া বৃথা; দেশৰ মানুহ শিক্ষিত হোৱা নাই। মই এই কথাৰ উত্তৰত তেওঁলোকক সোধোঁ যে তেওঁলোকে শিক্ষা বঢ়োৱাৰ কি উপায় কৰিছে? শিক্ষা অকল কিতাপ পঢ়া আৰু লেখিব জনাই শিক্ষানে? আৰু গোটেই জাতিটেই লৰাৰ পৰা তিৰোতালৈকে কেতিয়াবা লেখা পঢ়া জনা হোৱাৰ সম্ভৱনে? এই দুটি কথাৰ মীমাংসা মূৰ্ত্তি দুটিয়ে চকুৰ আগত থিয় দি দুইটি সাকুৱা কথা নহয় বুলি সমিধান দিয়ে। যেই সেই শিক্ষাৰেই গুড়ি হৈছে ধৰ্ম্ম। ধৰ্ম্মইমানুহক ৰীতি, নীতি, চৰিত্র সকলোকে

শিক্ষা দিযে। ধাৰ্ম্মিক হোজা, চহা, গাও লীয়া মানুহ এটী বিশ্ববিদ্যালযৰ ওখ মহলাত উঠা বেয়া চৰিত্ৰৰ অধৰমী ডাঙ্গৰীয়া এজনতকৈ হেজাৰো গুণে জ্ঞানী আৰু শিক্ষিত। আমাৰ অসমৰ ধৰ্ম্মৰ গুড়ি আজি কালি বৰ হেলেকা হৈছে, সাধুলোক কেইজন মানে টান কৰিবৰ চেষ্টা কৰক। অসমক চৰিত্ৰৰ বিষয বৰ দুৰ্ব্বল বুলি কলে বিবেচনা কৰোঁ মোক দেশী ভাই সকলে দায নধৰিব। বিহু এটা আমাৰ বৰ বেযা সংস্কাৰ আছে। পৈতৃক সংস্কাৰ বুলি বেযা বিলাকক ৰখা কোনো মতে বিধি নহয। বেযাক ধ্বংশ কৰি তাৰ শুদা ঠাইত ভাল সুমুৱাহে উচিত। যিবোৰ সংস্কাৰ বা অভ্যাসে আমাৰ জাতীয চৰিত্ৰ বা জীৱনক কলঙ্কিত কৰে, সেই বিলাক বৰ অপকাৰী, তাক গুচাবলৈ শিক্ষিত সকলে প্ৰাণ পৰিশ্ৰমে যতন কৰা। বিহুৰ ছবিটো আঁকি এবাৰ চকুৰ আগত উলিযালে কেনে নাক কটাৰ সমান লাজে ধৰে, শিক্ষিত ডেকা সকল এবাৰ ভাবি চোঁৱাচোন। বিদেশী বিলাকে বিহু দেখি আমাক বৰ নিন্দা কৰে। আৰু অসমৰ তিৰোতাৰ সতীত্বৰ বিষয তেও লোকে সঁজাত নেমানে। স্বৰূপকৈযে মানুহে ঘাইকৈ বাহিৰটোহে চায। শিক্ষিত ডেকা সকল, এই কু অভ্যাস থকাৰ বাবে তোমালোকে জগৰীয়া নোহোঁৱানে, জাতি সমাজৰ পৰা কু অভ্যাস আৰু আচৰণ বিলাক গুচালেই জাতিক প্ৰকৃত শিক্ষা দিয়া হল। ওপৰে ওপৰে হেজাৰ লেখা পঢ়া শিকাক শিক্ষা নোবোলে। লেখা পঢ়া শিকিলেই যে কু অভ্যাস মানুহে এড়িব পাৰে এনে নহয।

কোনো মানুহৰ মুখে শুনো যে বিহু গুচাব নেলাগে, ই আমাৰ স্বাভাৱিক আমোদ। সকলো জাতিৰ ভিতৰতেই এনে বিধ ৰঙ্গ ধেমালি আছে। যি জাতিৰ ৰঙ্গ ধেমালি নাই সেই জাতি নীৰস। ৰঙ্গ ধেমালি আমাক নেলাগে বুলি মই নকওঁ। কিন্তু যি ৰঙ্গ ধেমালিৰ পৰা অপকাৰ তেনে ৰঙ্গ ধেমালিক দলিযাই পেলোৱা যুগুত। যদি সোঁধা বিহুৰ পৰা আমাৰ কি অপকাৰ আছে? ইংৰাজৰ নিচিনা সভ্য জাতিৰ ভিতৰতো নিলাজ ৰঙ্গ ধেমালি আছে। যি জাতিত ৰসিকতা নাই সেই জাতি সজীৱ নহয়। অৱশ্য ইংৰাজৰ ভিতৰত নিলাজ ৰঙ্গ ধেমালি থাকিব পাৰে, কিন্তু বিহুৰ দৰে কুৎসি আকাৰৰ নহয। ৰসিকতাক নিৰ্দ্দোষী ভাৱেৰে থাকিবলৈ ঠাই দিলে জীৱনক সজীৱ কৰি ৰাখে। এটাই কথাৰেই সীমা আছে, সীমাৰ বাজ হৈ যিহকেই যাবলৈ দিয়া যায তাৰ দ্বাৰাই অপকাৰহে হয়। বিশেষকৈ মনক লোভৰ ফাললৈ টানি নিয়া কথা বিলাকৰ বান্ধ যিমান টান কৰিব পাৰি তিমান উপকাৰহে। ইংৰাজৰ বা আনৰ বেয়া এটা থকা দেখি যে, আমাৰ বেয়াটো ৰাখিবলৈ সেইয়েই হাইকোৰ্টৰ নজীৰৰ দৰে হল এনে নহয়। ভালক সকলো জাতিৰে পৰা বুটলী লবা,

বেয়াক পেলাই দিবা। সভ্য জাতিৰ নাচ, গান আৰু অসমৰ বিহু দুইকো কল্পনাৰে দুজনী ছোৱালী সাজি চকুৰ আগত থিয় কৰিলে দেখা যায় যে, আগৰ জনীয়ে যেন সুন্দৰ কাপোড় কানি আৰু অলঙ্কাৰ পিন্ধি, কাণত মিঠা লগা গীত গাই থিৰ ভাৱেৰে নাচিছে। শেহৰ জনী (বিহুৱে) কুৰূপা আৰু নাঙ্গঠ হৈ দেওদি ফুৰিছে। সঁচাকৈয়ে বিহুত যেনে নিলাজ কথা বোৰ বকে, শুনিলেই কাণত হাত দি শ্রীবিষ্ণু সুঁৱৰি পলাব লাগে। এই বিলাক অসভ্য কাণ্ড আমাৰ বৰ লাজ অপমানৰ কথা। নিলাজ কথা বিলাকে যে, কিমান কু অভ্যাস বঢ়াব পাৰে, তাক লেখিবলৈ গলে ওৰ নপৰে। পাঁচ ছুই বছৰীয়া গাওঁলীয়া লৰাবিলাকৰ মুখতো বিহুৰ গীত, নিলাজ কথা শুনা যায়। পাঠক, এনে জাতিৰ চৰিত্ৰলৈ এবাৰ মন কৰা। চৰিত্ৰ জাতীয় জীৱনৰ আন আন সজুলিবিলাকৰ ভিতৰত এটি প্ৰধান বস্তু। স্কুলৰ ছাত্ৰবিলাকক বিহুৱে বৰ অনিষ্ট কৰিছে। অধ্যাপক সকলে যেন তালৈকে এবাৰ মনযোগ দিয়ে। অসম স্বাধীন থাকোঁতে বিহুৰ দ্বাৰাই অপকাৰ নহব পাৰিছিল, কাৰণ তেতিয়া সমাজ বান্ধ আৰু ৰাজদঁড় এনে কটকটীয়া আছিল যে কোনো এটাৰে সৈতে কোনো এজনীৰ বাদ অপবাদ উঠিলেই সমাজে আৰু ৰজাই বৰ টানকৈ দঁড়িছিল। সেই বাবে তেতিয়াৰ দিনত বিহু যদিও নিলাজ কাম, তথাপি এক প্ৰকাৰ নিৰ্দোষী আমোদ আছিল। ইংৰাজ গবৰ্ণমেণ্টৰ দিনত সকলো নিজ ইচ্ছাৰ কথা। তাতে অসমত বিদেশী মানুহ বিলাক বেছিকৈ সোমোৱাত বিহু দিনৌ দিনৌ এটা অনিষ্টৰ ঘৰ হৈ উঠিছে। শিক্ষিত ভাই সকল, বিহুৰ সলনি উপকাৰী ধেমালি এটী সুমুৱাই, বিহুক সোনকালে আঁতৰাবৰ চেষ্টা কৰা।

ধৰ্ম্ম বলেৰে বলী নোহোৱাকৈ পৃথিবীত আজিলৈকে কোনো জাতি সভ্য, উন্নত, আৰু প্ৰতাপী হব পৰা নাই যে পৃথিবীৰ বুৰঞ্জীয়ে তাৰ সাখী। মূল কথা, অসমৰ গুৰি ধৰ্ম্মেৰে শকতকৈ বন্ধোৱা নহলে অসমীয়া মানুহে যে জাতীয়তা ৰক্ষা কৰি পৃথিবীত আন সভ্য জাতিৰ লগত উধাব পাৰিব এনে মনে নধৰে বুলি সকলো কৃতবিদ্য চিন্তাশীল লোকে স্বীকাৰ কৰিব। অসমীয়াৰ ধৰ্ম্ম কি, এই কথাটো পৰ্য্যালোচনা কৰিবলৈ যাওঁতে বিবেকে মাত লগাই কলে যে “একো নাই”। বাস্তৱিকেই ভাবি চাবলৈ গলে অসমৰ কুসংস্কাৰ বিলাক এৰি একো ধৰ্ম্মই নাই। শ্রীযুত সোণাৰ চাঁদ ডেকা বৰুৱাৰ “বাহিৰে ৰংচং ভিতৰে কোৱা ভাতুৰী” পুথিয়েই হে অসমৰ বেদ বা ধৰ্ম্ম শাস্ত্ৰ। ঈশ্বৰত পিতৃত্ব আৰু মানুহত ভ্ৰাতৃত্ব (Fatherhood of God and brohterhood of mankind) ভাব যি জাতিৰ ধৰ্ম্মই স্থাপন কৰিবলৈ শিক্ষা দিয়া নাই, সেই জাতিয়ে কেতিয়াবা একতা লাভ কৰি উন্নতি

সাধিব পাৰিব বুলি মনে ধৰে নে? যি আৰ্য্যজাতিৰ পৱিত্ৰ ধৰ্ম্ম পৃথিবীৰ সকলো জাতিৰ ধৰ্ম্মৰ গুৰি বুলি কলেও বঢ়া কথা কোৱা নহয়, তেনে উদাৰ আৰু পৱিত্ৰ ধৰ্ম্মক অসমৰ গোসাই আৰু মহন্ত সকলে কুসংস্কাৰ বোকাৰে লেটিপেটি কৰি পেলাইছে। ধৰ্ম্ম শিক্ষা দিয়া গুৰুবিলাকেই হৈছে জাতিৰ নেতা। ভাল মাক বাপেকৰ হাতত যেনেকৈ লৰা ছোৱালীৰ ভবিষ্যত জীৱনৰ ভালৰ আহি হৈ পৰে শিক্ষিত, বিজ্ঞ, স্বাৰ্থহীন, ঈশ্বৰ বিশ্বাসী, ধাৰ্ম্মিক ধৰ্ম্ম শিক্ষকবিলাকৰ দ্বাৰাও জাতিৰ জাতীয় জীৱন তেনেদৰে পৱিত্ৰ ভাবৰ চানেকি হৈ পৰে।

জাতিৰ নেতাবিলাক মানৱ জাতিৰ স্ৰেৰক। গৰখীয়াই যেনেকৈ গৰুজাক বিপথে যাবলৈ নিদিবৰ নিমিত্তে সদায় চেষ্টা কৰি থাকে, মানৱ জাতিৰ নেতায়ো মনুষ্য সমাজ যাতে কুপথগামী নহয় তাৰেহে যত্ন কৰে। দেখা যায়, পৃথিবীত যিমান সভ্যজাতি আছে, প্ৰত্যেক জাতিৰেই ধাৰ্ম্মিক শ্ৰেণীৰ মানুহে নিজৰ জীৱন উৎসৰ্গ কৰি মানুহৰ কল্যাণৰ নিমিত্তে চেষ্টা কৰিব লাগিছে। পাঠক, আপুনি যদি কলিকতালৈ আহি এবাৰ মুক্তিফৌজ (Salvation army) দেখিছেহি, তেনেহলে আপুনি কেনে আচৰিত মানিছে, এবাৰ চিন্তা কৰি চাওক। দেখক কেনে শুৱনি শুৱনি ইউৰোপ বাসী ডেকাবিলাকে সংসাৰৰ সকলো সুখকেই বিসৰ্জন দি নিজ ধৰ্ম্মৰ বিশ্বাস মতে মানুহৰ কল্যাণ সাধিবলৈ জ্বলন্ত দৃষ্টান্ত দেখুৱাইছেহি। যি ইংৰাজ বা ইউৰোপীয় জাতিয়ে জোটা, মোজা, কোট, ঠেঙ্গা নহলে থাকিব নোৱাৰে, তেনে জাতিৰ ডেকাবিলাকে গেৰুৱা চোলেং, চুৰিয়া পিন্ধি সন্ন্যাসীৰ বেশে বাটে বাটে মানুহক সজ বাটলৈ আনিবৰ নিমিত্তে চেষ্টা কৰি ফুৰিছে। ইয়াতকৈও আচৰিত কথা এই যে দুজনীমান পৰমা সুন্দৰী গাভৰু ছোৱালীও এই মুক্তি ফৌজৰ দলভুক্তা হৈ গেৰুৱা শাড়ী পিন্ধি সন্ন্যাসিনী বেশ ধৰি মানুহ জাতি যে মানুহ জাতিৰ নিমিত্তে জন্মে, এই কথাটোৰ স্বৰ্গীয় ভাবৰ দৃষ্টান্ত দেখুৱাইছেহি। ধন্য! ধন্য! এনে মানুহেই স্বৰ্গৰ দেৱতা। আমাৰ অসমৰ ধৰম শিকোৱা গোসাই মহন্ত সকললৈ পাঠক এবাৰ মন কৰক। আন আন দেশৰ ধৰ্ম্মশিক্ষক বিলাকে আপোনতিয়াগী হৈ পৰৰ কল্যাণ সাধে। অসমৰ গোসাইবিলাকে যিমান পাৰে সিমান মিছা, ভণ্ডামী দেখায় শিষ্যৰ পৰা কিলাই টঙ্গনিয়াই নিজস্বাৰ্থ সাধন কৰে। গোসাই মহন্ত সকলে যেতিয়া শিষ্যৰ গাও ফুৰিবলৈ আহে, শিষ্যক যি সোপা ধৰ্ম্মজ্ঞান শিক্ষা দিয়ে তাক সকলোৱে জনা আছে। কাৰ মাক বাপেক মৰোঁতে গুৰুঘৰীয়া দান মেধিৰ হাতত দিবলৈ বাকী আছে, কাৰ বিয়া পাতোঁতে খনিয়া কাপড় আদি দক্ষিণা দিয়া হোৱা নাই, কাৰ ঘৰত ফুলা গৰু আছে, আৰু কাৰ

কেনেকৈ মিছাই সঁচাই দায় ছিদ্ৰ উলিয়াব পাৰি ইয়াৰেইহে তেওঁলোকে বিচাৰ কৰেহি। এনে অৰ্থ-পিশাচ ধৰ্ম্ম-শিক্ষকৰ দ্বাৰাই কোন দেশে কেতিয়া পৃথিবীত উন্নতি সাধিব পাৰিছে ? ইশ্ৰায়েল ইতৰ (Israelites) ধৰ্ম্মগুৰুবিলাকৰ অত্যাচাৰ যিশুখ্ৰীষ্টৰ তেজৰ বিন্দুৱে যদি খৰ্ব্ব নকৰিলেহেঁতেন, তেন্তে পৰপোকাৰী, ধৰ্ম্মপ্ৰাণ, আৰু প্ৰবল প্ৰতাপী কোটী কোটী নৰ নাৰী জন্ম গ্ৰহণ কৰি পৃথিবীত আজি অতি সভ্য জাতি বুলি পৰিচয় দিব নোৱাৰিলে হেঁতেন। চাৰিও পিনে বিপদৰ বজ্ৰধ্বনি তুচ্ছ কৰি কোৰেছইতৰ গোঁসাই মহন্ত সকলৰ অহঙ্কাৰ যি দিনা মহম্মদে মাটি কৰিলে, সেই দিনাই মছলমানজাতিৰ প্ৰতাপত পৃথিবী কঁপিবলৈ ধৰিলে।

ধৰ্ম্মগুৰুবিলাকৰ অন্যায় অত্যাচাৰে অসমীয়াক ভীৰু হবলৈ মাথোন শিক্ষা দিয়ে। মানুহে মানুহক যিমান ঘিণ কৰিব পৰা হব পাৰে, গোঁসাইসকলৰ উপদেশে তাকেইহে শিক্ষা দিয়ে। দিনত কুৰিবাৰ গা ধোৱা বাৰে বাৰে ধুতি কাপোৰ ( সিও ধৌত নহয়, মলি জুখিলে এমোন মান ওলাব ) সলোৱা ; আৰু কাৰো হাতে কেওঁ কটা তামোল এখান নোখোৱা ; হুঁটা চাউল, গাজি মাহ, গুৰেৰে সানি বন্ধা এধাখুন্দাৰ মিঠৈৰ সবাহ কৰা ; ঈশ্বৰ-বিশ্বাস, ভক্তি, প্ৰেম, কি তাৰ বুজ নোহোৱাকৈ "ৰাম কৃষ্ণ গোপাল ঔ জয় হৰি কৃপালঔ," আৰু এই মাহ, চাউল, মিঠৈবিলাকৰ দন্দ-কিলা-কিলি কৰা, এই বিলাকেইহে অসমৰ গোঁসাই মহন্ত সকলে শিষ্যক ধৰ্ম্ম বুলি শিকায়। পাঠক! এই হুঁটা চাউল, গাজি মাহ, আৰু এধা খুন্দা পিঠা গুড়িৰ মিঠৈৰ অশেষ গুণ! অসমত মাউৰত মানুহ মৰাৰ গাজি মাহ আৰু মিঠৈও এটা প্ৰধান কাৰণ। কোনো এখন ওচৰৰ গাঁওত কেনেবাকৈ পেট বৈ এটা বা দুটা মানুহ মৰিলেই চাৰিও ফালে মানুহে বৰসবাহ পাতি মাহ-চাউল-মিঠৈ পেটত খুন্দিবলৈ ধৰে, আৰু টোপনি খতি কৰি দুপৰ নিশালৈকে নাম ধৰি এধা খুন্দাৰ মিঠৈ আৰু মাহ চাউলৰ অন্ত কৰে। মাউৰেও দূৰতে গোন্ধ পাই মাহ চাউল মিঠৈৰ লোভত ওচৰ চাপি মানুহৰ হাতৰ পৰা কঢ়াকঢ়িকৈ খালে ভোক মুগুচে বুলি একেবাৰে পেটত সোমাই খাবলৈ ধৰে। শিক্ষিত ডেকা সকল, আজি কালিৰ নিচিনা গোঁসাই প্ৰথা ধ্বংশ নহলে অসমৰ উন্নতি আশা কৰা বিফল। ঈশ্বৰত বিশ্বাস প্ৰেম, আৰু ভক্তি, মানুহৰ হৃদয়ত গজিলেই মানুহে কেতিয়াও মানুহক ঘিণ নকৰে। তেতিয়া মানুহ জাতিয়ে ইটে সিটোক সহানুভূতি নকৰাকৈ কেতিয়াও থাকিব নোৱাৰে। আৰু তেতিয়া মানব জাতি সাম্য, মৈত্ৰী, স্বাধীনতা

গুণেৰে ভূষিত হৈ একতা দেৱীৰ কোলাৰ সন্তান হৈ পৰে। অসমত এনেকুৱা ধৰ্ম্মভাব কত? ই নোহোৱাৰ কাৰণ কি? ইয়াৰ কাৰণ পৱিত্ৰ ধৰ্ম্মৰ অভাৱ। অসমত কোনো ধৰ্ম্মই নাই। আচল ধৰ্ম্মৰ ভড়ালটো শুদা, নানা তৰহৰ কুসংস্কাৰৰ ভঁড়ালটো হলে ঠাহি ঠাহি ভৰোৱা।

যি জাতি যিমান মূৰ্খ, সি সিমান কুসংস্কাৰ এন্ধাৰত পৰি থাকে; আৰু যি জাতি যিমান শিক্ষিত হয়, সি সিমান অজ্ঞানতা-কুসংস্কাৰ এন্ধাৰৰ পৰা জ্ঞানৰ পোহৰলৈ যায়। সত্য যুগৰ মান্ধাতাৰ আমোলৰ পৰা বৰ্ত্তমান কলি যুগৰ ইংৰাজৰ দিনলৈকে বাছিলে তিনি শ্ৰেণীৰ মানুহ ওলাব। উত্তম, মধ্যম, অধম। যি সকল মানুহে নিজৰ জীৱনক বলি দিও জগতৰ উপকাৰৰ নিমিত্তে খাটিছিল বা খাটিছে, মানৱজাতিৰ কল্যাণ সধাই যাৰ ধৰ্ম্ম, আৰু মানৱজাতিৰ সেৱাই যাৰ কৰ্ম্ম, এই উত্তম শ্ৰেণীৰ মানুহক মহাত্মা বোলে। এই শ্ৰেণীৰ মানুহেই গোঁসাই-মহন্ত, এই শ্ৰেণীৰ মানুহেই ঋষি, এই শ্ৰেণীৰ মানুহেই দেৱতা। যিবিলাক লোকে উত্তম শ্ৰেণীৰ মানুহ অৰ্থাৎ মহাত্মা বিলাকৰ অনুসৰণ কৰি, মানুহৰ কৰ্ত্তব্য কাম পালন কৰি, সংসাৰ পাতি, সকলোকে দয়া চকুৰে দেখে, আৰু সংসাৰক নৰক নেপাতি স্বৰ্গৰ তুল্য সুখময় স্থান কৰে, তেওঁ লোকেই মধ্যম শ্ৰেণীৰ মানুহ। অধম শ্ৰেণীৰ মানুহকেই নৰ-পশু বোলে। এই শ্ৰেণীৰ মানুহে মানুহৰ কৰ্ত্তব্য বুজ নেপায়। এই শ্ৰেণীৰ মানুহেই মানুহ জাতিক যিমান নিকৃষ্ট ব্যৱহাৰ কৰিব পাৰে সিমান কৰে; নিজৰ স্বাৰ্থৰ নিমিত্তে নৰ বলি দিয়া পৰ্য্যন্ত কামও ভাল ভাবি সুখ লাভ কৰে, মানুহ হৈ মানুহৰ স্বাধীনতা অপহৰণ কৰে, পাপ কাম বিলাকেই পূণ্য কাম হেন দেখে, ঈশ্বৰকো নিজৰ স্বভাৱৰ দৰে দেখে, কল্পনাৰে সৈতে নানাবিধ দেৱতা সাজি অধম স্বভাৱৰ দৰে ঈশ্বৰৰ স্বভাৱকো অধম কৰি, ডকাইতি কৰিবলৈ যাওঁতেই মঙ্গল বা জয় হবলৈ ঈশ্বৰক পূজা দিয়ে। মিছা সাখী দিবলৈ যাওঁতেও শান্তি কৰম পাতে, এটা মানুহেৰে সৈতে শত্ৰুতা আছে, সেই শত্ৰু মৰিবৰ নিমিত্তে বটুক পাঠ বা চণ্ডীপাঠ কৰায়। এই শ্ৰেণীৰ মানুহেই আপোনাক উত্তম শ্ৰেণীৰ মানুহ জ্ঞান কৰি সংসাৰৰ সকলো মানুহকেই ঘিণ কৰে। আৰু এই শ্ৰেণীৰ মানুহৰ ভিতৰৰ কিছুমান মানুহে যিমান ঘিণ লাগিব লগা কাম আছে, সিমান জঘন্য কামো কৰে। যিমান কুসংস্কাৰ আছে, এটাইবোৰ এই শ্ৰেণীৰ মানুহতেই আছে। ভূত, পিশাচ, দানৱ, দৈত্য আৰু ৰাক্ষস, এই শ্ৰেণীৰ মানুহৰ ভিতৰতেই ভাগ ভাগ কৰিলে ওলাব? জ্ঞানৰ আলোচনা যি জাতিত নাই সেই জাতিক পশু নুবুলি কি বুলিব পাৰি। জ্ঞানৰ পোহৰ যি জাতিত যিমান বেছি

পৰিমানে সোমোৱা দেখা গৈছে, সি ধৰ্ম্ম শিক্ষক গুৰুবিলাকৰ অনবৰত নিঃস্বাৰ্থ চেষ্টাৰ দ্বাৰাইহে। এই বাবে ধৰ্ম্ম উপদেশ দি ফুৰা প্ৰচাৰক বিলাকক জাতিৰ প্ৰদীপ বুলিব পাৰি। এই ধৰ্ম্ম উপদেষ্টা গুৰুবিলাকেই জাতীয় জীৱনৰ শিৰৰ মুকুট। এওঁবিলাক সাত্বিক ভাবৰ মানুহ হব লাগে, আৰু পণ্ডিত হব লাগে। জগতৰ স্বাৰ্থই এওঁলোকৰ নিজৰ স্বাৰ্থ; আৰু আনৰ মঙ্গল সধাই এওঁলোকৰ জীৱনৰ উদ্দেশ্য। হায়! হায়! অসমৰ গোঁসাই-মহন্ত-সকললৈ মন কৰিলে বৰ শোকে ধৰে। জ্ঞান উপদেশ দিয়া গুৰুবিলাক নিজে দহ গুণ জ্ঞানী হৈহে আনক এগুণ জ্ঞান শিক্ষা দিব পাৰে। আমাৰ অসম দেশৰ গোঁসাই-মহন্ত সকলৰ পেটত জ্ঞান-বহ্নি এনেহে প্ৰজ্বলিত হৈ আছে, যে সি কেতিয়াবা ওলাই পৃথিবী পুৰি ভসম কৰে বুলি বৰ ভয়ে ধৰে। আৰু এওঁলোক এনেহে বিদ্যাত পাৰ্গতি, যে কেতিয়াবা এওঁলোকে সৈতে সাক্ষাত হলে বাদ-তৰ্কত হাৰোঁ বুলি, বহুদিন হল, আই সৰস্বতীয়ে অসম দেশ এৰি পলাই পত্ৰং মাৰিলে! এনে মহাবিদ্বান, মহাজ্ঞানী মহন্ত, গো বা বেদস্বামী গোঁসাইবিলাকৰ অসমীয়া মানুহ শিষ্য! এই জাতি পৃথিবীত জ্ঞানত পাৰ্গতি নহৈ আৰু এই জাতিয়ে পৃথিবীত উন্নতি সাধন নকৰি কোন জাতিয়ে কৰিব? এই গোঁসাই-মহন্তবিলাকৰ সামাজিক ক্ষমতা অসীম। এওঁবিলাকে যি বিধি-বিধান দিব তাত অমান্তি হবৰ সাধ্য কাৰ? তুমি পঢ়ি-শুনি হেজাৰো জনা হোৱা, এই গোঁসাই-মহন্ত সকলক দায় নধৰিবা। এওঁবিলাকে যিহকে কৰিবলৈ কব, তাকে কৰিবা। টগৰ বগৰ কৰিলে কেনেবাকৈ তোমাৰ 'জাত গল' বা 'বঙ্গাল হল' বুলিলেই আৰু তোমাৰ ফালে সাং। আজি কালি শিক্ষিত ডেকাসকলৰ ভয়ানক বিপদ। তেওঁলোকে জ্ঞান লাভ কৰি সমাজৰ নেতৃত্ব ভাৰ হাতত লৈ সমাজ চলাওক থাওক পৰি, ধনী মেধি, মণি বায়ন, আৰু শুকুৰা গাওঁ বুঢ়াৰ ভয়ত কঁপি থাকিব লগীয়াত পৰে। যি দেশৰ ধনী মেধি, মণি বায়নৰ নিচিনা মূৰ্খ লোকবিলাকৰ হাতত সমাজৰ নেতৃত্ব—ভাৰ, সেই দেশৰ উন্নতিৰ আশা বহুত দূৰত। যি দেশৰ "ক" ফলাৰে সৈতে চিনাকি নথকা ভোকোন্দ মহন্তই কৰা বিধানেই বিধান, তেনে দেশ অজ্ঞানতা অন্ধকাৰত পৰি নেথাকি আৰু কোন দেশ থাকিব?

আজিকালি শিক্ষিত ডেকা বিলাকৰ ভিতৰত এটি নতুন ধৰ্ম্ম সোমাইছে, তাৰ *নাম,—কপটাচাৰ বা ভণ্ডামী। ই দিনো দিনো এনেহে প্ৰবল হৈ উঠিছে, যে বিবেক বুলি এটা শক্তি যে ঈশ্বৰে মানুহক দিছে, তাৰ যিমান দূৰ অপব্যৱহাৰ হব* **লগীয়া সিমান হৈছে। শিক্ষিত সকলে জানিব পাৰিছে, যে তেওঁলোকৰ গুৰু**

অৰ্থাৎ গোঁসাই মহন্ত সকল কিমান জ্ঞানী। অথচ কাপুৰুষৰ দৰে সৎ সাহসক লুকাই ৰাখি ধনী মেধি আৰু মণি বায়নৰ নিচিনা মানুহৰ সমাজৰ পৰা চ্যুত হবৰ ভয়ত এই গোঁসাইবিলাকত শৰণ লয়। তোমাৰ বিশ্বাসে কৰিবলৈ কব এটা, তুমি কৰিবা এটা, ই পাপ নহয় নে? দেশৰ আশা ভৰসা সকলো শিক্ষিতবিলাকৰ ওপৰতেই নিৰ্ভৰ কৰে; তেওঁলোকে সৎসাহসৰ আৰ্হি দেখুৱাই সমাজ সংস্কাৰ কৰা থাওক পৰি, শিক্ষা, বিদ্যা, জ্ঞান, বিশ্বাস, সোপাকে পুৰি খাই কপটাচাৰী হৈ ঘুৰি মণি বায়ন ধনী মেধিৰ মতত মত দিয়ে, অথচ তাক বেয়া বুলি মনে মনে জানেও। প্ৰায় অধিকাংশ কৃতবিদ্য শিক্ষিত ডেকা সকলৰ মুখে আজি কালি এনেহে শুনো, যে "দেখুৱাই কৰা ভাল নহয়, এতিয়া দিন হোৱা নাই, দেখাদেখিকৈ কৰিবলৈ হলে সমাজ সংস্কাৰ কৰিব নোৱাৰি; কাৰণ সমাজে ভয় খাই আমাৰ ওচৰ নচপা হব!" কপটাচাৰ বা ভণ্ডামীৰ দ্বাৰাই কোন দেশৰ কোন সমাজ কেতিয়া সংস্কাৰ কৰা হৈছে? পৃথিবীৰ পুৰণি ইতিহাস পাত পাতকৈ মেলি চালে কপটাচাৰী বা ভণ্ড কোনো শুধাৰকে কোনো জাতিৰ কোনো সমাজক শোধন কৰিছে বুলি প্ৰমাণ পোৱা নেযায়। সামাজিক নিয়ম একেদৰে কেতিয়াও থাকিব নোৱাৰে। সময়ৰ সুবিধা অসুবিধা দেখি মানুহেই মানুহৰ উপকাৰৰ নিমিত্তে আগৰ আচাৰ ব্যৱহাৰ সলাই নকৈ নিয়ম কৰে। যেই সেই নিয়ম বা কাৰ্য্য আগতে শিক্ষিত জ্ঞানীবিলাকে কৰি দেখুৱাই চহা মানুহবিলাকলৈ বাট মোকোলাই দিয়ে; পিছে চহাবিলাকে তাৰ অনুসৰণ কৰে, এই কথা প্ৰমাণ-সিদ্ধ। ধনী মেধি আৰু মণি বায়নে উপকাৰ অপকাৰৰ কি বুজ পায়; আগৰ যিটোক পাইছে সেইটোকেই খামোচ মাৰি ধৰি আছে। কোনোটো নিয়ম বদলি কৰিলে তাৰ উপকাৰ যেতিয়া ধনী মেধি আৰু মণি বায়নে দেখা পাব, তেতিয়া তুমি কবই নেলাগে, সিহঁতে আপোনা আপুনি শিক্ষিত বিলাকৰ পিছ ধৰিবই ধৰিব।

মানুহে, বেয়া হলেও, আগৰ প্ৰথা এৰি নতুনটিক সতকায় লব নোখোজে; কিন্তু যেতিয়া জনা বুজা লোক বিলাকে কষ্ট সহ্য কৰিও নতুন প্ৰথা মতে কাৰ্য্য কৰি দেখুৱাই, তেতিয়া লাহে লাহে এটি দুটিকৈ তাত সিহঁত লগ লাগি সমাজবদ্ধ হৈ পৰে। বাধা-বিঘিনিলৈ ভয় কৰি শিক্ষিত ডেকাবিলাকৰ মুখত লবলৈ হৈছে, —দেখাই কৰিলে সমাজে ভয় খাই ওচৰ নেচাপে। কপটাচাৰ বা ভণ্ডামী ৰক্ষা কৰি চলিব পাৰিলে দুই কুল ৰক্ষা পৰে, অৰ্থাৎ দুফালৰ দুটা ভাগ খাব পাৰি, ইও এটি ভণ্ড হোৱাৰ প্ৰধান কাৰণ। *বিশ্বাস, বিবেকক ভৰিৰে ঠেলি পেলাই,* যেনে তেনেকৈ খাই-বই সুখেৰে থাকিব পাৰিলেই হল, এনে বিলাক ধাৰণা যি

দেশৰ শিক্ষিতবিলাকৰ, সেই দেশৰ ভালৰ আশা কত? পিতা-মাতাৰ স্বভাৱ-চৰিত্ৰক সন্তানবিলাকে অনুকৰণ কৰে। স্বভাৱ অভ্যাসৰ বশ। ভণ্ডামী বা কপটাচাৰে ভবিষ্যৎ বংশক ভাল বাটলৈ নিব নে? বৰ্ত্তমান সমাজৰ ভয়ানক বিপ্লৱ উপস্থিত। আগৰ মনু, পৰাশৰ, আদি মুনি ঋষিৰ মত ধৰি চলিলেও জাতিভ্ৰষ্ট হোৱা যায়, বৰ্ত্তমানৰ লাগতিয়ালবিলাক ধৰি চলিলেও কুল যায়, মাজতে ধনী মেধি আৰু মণি বায়নৰ পোঙ্কত ধৰি তলং ভটংকৈ ওপঙ্গি ফুৰাঁ, তেতিয়া হলে তোমাৰ জাত থাকিব।

---

# পূৰ্ণিমাৰ ৰাতিলৈ চাই।

জোনাক ৰাতিটী ৰূপহী হাহিটী
শুৱায় জগত কিনো বিতোপন,
নিচুক জগত নিদ্ৰাৰ কোলাত
কোনে মন্ত্ৰ মাতি হৰিলে চেতন ?
এনেনো গভীৰ ৰজণীত মোৰ
কি কাৰণে আজি টোপনি নাই,
নিদিলে আশ্ৰয় আজি কিয় হায় !
শান্তি কোলা পাতি মোহিণী নিদ্ৰায় ?
আজি কিয় মন অথিৰ সঘন
কিনো চিন্তাবোৰ আনিলা মাতি,
নেযাও টোপনি নাহেও টোপনি
জন্ম ভূমি দুখে দুখী মন অতি।
পূৰ্ণিমা জোনটি ৰূপহী হাহিটী
এৰি, হাত যোৰোঁ কৰা পলায়ন।
তোমাৰ কিৰণ নকৰে শোভন
দুৰ্ভগা অসম পাপৰ বদন।
লুকুৱা বদন, অন্ধকাৰ যেন
আহি গৰাসোক অসম ধৰা
ই দুটি নয়নে যেন চাৰিপিনে
নেদেখোঁ অসম এলাহুত মৰা।
মেলি চিন্তা চকু জগতক দেখোঁ
কেনে উলাহিছে সবাও জাতি
নাচিছে ইংলণ্ড প্ৰতাপী প্ৰচণ্ড,
ধনী মানী জ্ঞানী চতুৰ অতি।

সৌ দেখো চীন, অতিকৈ প্ৰাচীন
কানীয়া বুলি যাক জগতে কয়;
বুৰঞ্জীয়ে যাক ভীৰু বুলি ডাক
দিছিল এদিন আজি তাৰ জয়;
দেখো যে ব্ৰিটন ফৰাছ জৰ্ম্মান
কোনেও ওচৰ নেযায় ভয়ত।
কালিৰ জাপানে কেনে ধনে মানে
নাচিছে আহ্লাদে উজলি জগত।
শিল্প বানিজ্যত দেশ পইনত
সবে নৰ নাৰী সৌভাগ্যে ভৰা;
সবে ৰঙ্গমনে হাহিছে সঘনে
হায় হে অসম কিবাবে মৰা।
আহা ওচৰলৈ চাও বোম্বাইলৈ
কোনেনো শিকালে ইমন্ত্র কৌশল।
দেখো বস্ত্র কলে আৰু নানা কলে
বঢ়াইছে তাৰ বিভৱ অতুল।
বহু ৰত্ন ধন লভি বোম্বেবাসী
কেনে শুৱনীকৈ সজায় দেশ!
সভ্যতা আচাৰ কৰিছে প্ৰচাৰ,
জ্ঞানে ধনে সুখী নাই দুখ লেশ।
স্ত্রী শিক্ষা পোহৰ নীতিৰ প্ৰচাৰ
হইছে কতনো বাতৰি কাকত।
শিক্ষাৰ উন্নতি বিদ্যাৰ উন্নতি
সাধিছে সি দেশে বৰ উচাহত।
ইবোৰ দেখিলে বৰ হিয়া জলে
অসমৰ দশা পৰেহি মনত,
অসম সন্তান হেৰুৱাই জ্ঞান
যেন মৃতপ্ৰায় এলাহ খাটত।
পূর্ণিমাৰ জোনটি ৰূপহী হাহিটী
এৰি হাত যোৰেঁা’কৰা পলায়ন।

তোমাৰ কিৰণ, নকৰে শোভন
দুৰ্ভগা অসম পাপ বদন।
লুকুৱা বদন অন্ধকাৰ যেন
আছি গৰাসোক অসম ধৰা,
ই দুটি নয়নে যেন চাৰিপিনে
নেদেখো অসম এলাহত মৰা।
সৌৱা দেখো বঙ্গে হাহিছে ৰঙ্গেৰে
চৰচিছে কথা সদায় জ্ঞানৰ।
মহা জ্ঞানবান বঙ্গৰ সন্তান
দিনৌ জনমিছে বুধি চোকা বৰ;
বিদ্যাৰ গৌৰবে গৰ্ব্বী হৈ সবে
কৰিছে অনেক সজ আলোচনা,
দেশ বিদেশত ফুৰি লোক যত
কৰিব ধৰিছে সুখৰ সাধনা।
অসম জননী জনম দুখিনী
দুখীয়া সোৰোপা তাৰ কুসন্তান,
অপমান জ্ঞান নকৰে অলপো
নিজ হীনতাত নাই অভিমান ?
কি দেখোঁ অসম যতেক সন্তান
অতি নিমাখিত লাজলগা নাম,
আনৰ গোলাম নাই অপমান
ভাৰতবৰ্ষত আৰ্য্যৰ দুৰ্ণাম।
সকলো উন্নত দেখি ইজগত
তথাপিতো নাই কাণসাৰ,
ভাৰতীয় ভাই বঙ্গালী কেএগাই
ইয়াত উন্নতি কৰিছে অপাৰ।
ধণী মাৰোৱাৰী যোগ্য লোক সবে
ভোগীছে অসম পৰম সুখেৰে,
বিষম জঁজাল পাতি ঋণ জাল
কেনেকৈ অসমক্ক ধকুৱা কৰে!

কোমল কথাৰে মাৰোৱাৰী ভাইয়ে
বুধি ছলনেৰে ছলিলে অসম,
কাব কোকালিৰ কথাটি হঁতিৰ
ভোদা ডাঙ্গৰীয়াই নেপালে গম
পাছে কেঞা ভাই মনটি ভুলাই
দীঘল খাতাটি হাতত তুলিলে
বঢ়াই দুন মূল বুলি নাই ভূল
নাম লেখাবলৈ ওচৰ চাপিলে,
অসমীয়া ভোদা ডাঙ্গৰীয়া দেৰে
তাতে মান্তি হই দস্তখত দিলে;
এবে মাৰোৱাৰী বৰ ৰঙ্গ কৰি
জনম যুগলৈ গোলাম কিনিলে।
কেৰাণীৰ দলে কাপ কাঠি ধৰা
মাহৰ প্ৰথম দিন আজি কি কৰিলে ?
দৰমহা পালে কেঞাঁয়ো ধৰিলে
হাত শুদা কৰি ধন কাঢ়ি নিলে।
বাজিগল চাৰি কাকত সামৰি
কেৰাণী কৰিলে ঘৰলৈ গতি,
ঘৰ প্ৰবেশিলে শ্ৰীমতী বুলিলে
আজি বজাৰৰ নাই পাই এটি।
গল প্ৰাণ উৰি চিন্তাত মহৰী
বিবুধিত পৰি নেদেখি উপায়
কেঞাঁৰ তলৈ গৈ বোলে কাকুতিকৈ
আকৌ ধাৰে দিয়া আজি একো নাই,
শুনি কেঞাঁদেও বোলে "ফেৰ কেউ
দিগ্ কৰনেকো আয়া হামাৰ ঠাঁই" ?
এই কথা শুনি মহৰীয়ে গুনি
"বোলে বাবু ৰাখাঁ আজি প্ৰাণ যায়"।
ইৰূপ সন্তান তোমাৰ দুৰ্ণাম
অসম জননী এই জগতত।

হায হিয়া জ্বলে ইগতি দেখিলে
পূৰ্ণিমাই নিদিয়ে সন্তোষ মনত।
পূৰ্ণিমা জোনটি ৰূপহী হাঁহিটী
এৰি হাত যোৰেঁ। কৰা পলাযন,
তোমাৰ কিৰণ নকৰে শোভন
দুৰ্ভগা অসম ৰূপৰ বদন,
লুকুৱা বদন অন্ধকাৰ যেন
আহি গৰাসোক অসম ধৰা,
ই দুটি নযনে যেন চাৰিপিনে
নেদেখোঁ অসম এলাহত মৰা।
এই নে অসম ?— নহয শ্মশান ?
মনুষ্যত্ব হীন যত নাৰী নৰ,
উনৈশ শতিকা সভ্য জগতত
কি বাবে সকলো ভিখাৰী পৰৰ॥
এই দেশ খান দোখো সবৰস্থান
স্বৰ্ণ প্ৰসবিণী, জগত বখান।
যি শষ্য কৰিব উপচি ফলিব
কিযনো দৰিদ্ৰ অসম সন্তান ?
এই দেশখান পৰ্ব্বতে নিৰ্ম্মান
কৰিছে বিধাতা কিনো মনোহৰ,
সকলো পৰ্ব্বত দেখিছোহো যত
মহামূল্যবান বস্তুৰ আকৰ।
তেও অসমীযা কিযনো দুখাযা
হায কিনো বাবে কেঞাঁৰ ধৰুৱা
চহকী বিদেশী স্বৰ্ণভূমিবাসা
হবা ছি! ছি! কিয় নিজে মগনীয়া ?
এই দেশ খানি প্ৰকৃতি নিৰ্ম্মাণ
কৰিছে সকলো সামগ্ৰী ভৰা,
কিয় অসমীয়া এনেনো দুখীয়া
ভগা ঘৰে বাস বৰষুণ পৰা!

এই দেশ খান প্ৰকৃতি যোগান
যিহকে বিচৰা তাকেই পায়,
সোণ, ৰূপ, লোহা যাকে লাগে বোলা
বিচাৰিব জানিলে অভাৱ নাই।
এই দেশ খান যোগ্যবান নৰ
জন্মিলে হল হয় সৌভাগ্যে ভৰা,
এই দেশ খান পৰিশ্ৰমী জন
থাকিলে হল হয় সোণৰ ধৰা।
এই দেশ খান বিধাতা নিৰ্ম্মাণ
কৰিছে চৌদিকে নৈয়েৰে ভৰা,
ব্ৰহ্মপুত্ৰ খান আছে ধাৱমান
সাগৰ পৰ্য্যন্ত হিমাদ্ৰি পৰা।
কতেক বিদেশী ধনৰ লালসী
আহি দিন দিন কৰিছে বেপাৰ ;
সৰিয়হ, চাহ এৰি, মুগা, মাহ,
ৰবৰ, কপাহ বেপাৰৰ সাৰ,
ভৰাই দিনে দিনে দেখোঁ ভাটি পিনে
নিছে বিদেশীয়ে সোণৰ ভঁৰাল।
হেজাৰো বিদেশী অসমত আসি
নিয়াইছে পৰম সুখেৰে কাল।
গাঁৱে কি নগৰে মাৰোৱাৰী নৰে
কৰে পকা ঘৰ শুৱনি কেনে।
আনি ঘটি এটি পকা ঘৰ ভেটী
কৰে আসামত কাৰণো ধনে ?
কত পালে ধন কিহৰ কাৰণ
কৰিছে অসম বাসীক ধকুৱা !
কত পালে ধন কিহৰ কাৰণ
লগায় আসামত হেতা ওপৰা !
কোনে দিলে ধন কিহৰ কাৰণ
কেৰু, মণি আদি আভৰণ,

ধনৰ কাৰণে বৰুৱা ফুঁকনে
গইছেহি সোঁতা ধৰি অধা দাম!
অমুকৰ লৰাই জোতা মোজা পিন্ধা
দেখি বোপাটিয়ে ধৰিলে কান্দোন,
মই বোপাটিক কৰিলো নিচুক
দেউতা আহিলে পিন্ধাব দুগুণ।
সৌ যে যুবকে চাকৰি কৰিছে
দেখিছো কিযনো বিৰস বদন;
বহু প্ৰাণ জ্বালে চিন্তাৰ অনলে
ব্যাকুল কৰিছে কোমল মন।
সৌ ডেকাইঁতে চিএঃৰে সঘনে
দেশৰ কাৰণে দুখিত মনে,
অসমীযা কলা অথবা অৰ্জলা
তেনে চিএঃৰকো নুশুনে কাণে।
দেশৰ কাৰণে কোনো কোনো জনে
দেখিছোঁ বৰ্ষিছে পৰম যতন,
দেশী ভাতৃগণে আণ্ডকাণ কৰে
কৰি ইতিকিং কিহৰ কাৰণ?
সহিব নোৱাৰি দেশৰ দুৰ্গতি
দিলে কোনো জনে কামত হাত,
কিন্তু দেশী ভাই উন্নতি নেচায
ঘনে মাতিলেও নলগায মাত।
স্বাধিনতা এৰি চাকৰি নকৰি
কৰিলে কোনোৱে দেশলৈ মন,
লগুৱালি প্ৰিয অধীন দেশীয
তুচ্ছ জ্ঞান কৰে নকৰে মান।
পূৰ্ব্ব জনমৰ কি পাপে মহত
পালে কিবা শাপে অসম দেশ,
এই শাপ ফলে যুগ যুগ কালে
নাই অসমীয়াৰ বুধিৰ লেশ।

এইনে অসম ? —নহয় শ্মশান ?
মনুষ্যত্ব হীন যত নাৰী নৰ,
উনৈশ শতিকা সভ্য জগতত
কি বাবে সকলো ভিখাৰী পৰৰ ?

---

## জাতীয় গৌৰৱ।

বুৰঞ্জী লেখক জাতীয় গৌৰৱ
কিবা চিন পাবা অসম দেশৰ
যত কবিকুল জাতি পদ্মফুল
লভিলে জনম ফলে কি পাপৰ
হায় ! হায় ! হায় ! বুকু ফাটি যায়
যি বুজে পুড়িছে হৃদয় সদায়।
উহ ! পাহৰণি যেন ৰাক্ষসিনী
গিলিলি বহুত অসম গৌৰৱ।
কোনে উলিয়াব কোনে বা দেখাব
জন্মিছেনে এনে মহা অনুভৱ ?
ঠিক অসমীয়া মানুহ নহয়,
অসম শ্মশান নোহে কোনে কয় ?
অনন্ত কন্দলী জন্ম ধৰিছিল
কিনো পাপ কৰি অসম মাটিত
নাই তযু নাম, আদৰ সম্মান,
কাললৈ সুমাল শ্মশান ভূমিত।
পদুমৰ গোন্ধকি গুবৰুৱা লয়,
ভোমোৰাৰ দৰে ফুল কি ৰময় ?
কন্দলী শ্ৰীধৰ, কিনোহে সুন্দৰ
গাঁথিছিলা বাচি ফুল মলাধাৰ,
ভাবিছিলা মনে, অসম সন্তানে
পিন্ধি গুণ গাই থাকিব তোমাৰ।

কালৰ নিষ্ঠুৰ বতাহ কোঁবত,
পৰিল সি মলা অনন্ত খালত।
ৰাম সৰস্বতী, ভাৰতৰ পুথি,
ব্যাসৰ বাচনি ফুলৰ মলা,
কৰিলা ৰচনা, তোমাৰ কামনা
নিসিজিল হল লৰাৰ খেলা।
বঙ্গত জনম ধন্য কাশি দাস,
তথু কীৰ্ত্তি কৰে অসম প্ৰকাশ।
ঠিক অসমীয়া মানুহ নহয়,
অসম শ্মশান নোহে কোনে কয় ?
দেৱ কীৰ্ত্তিবাস. কীৰ্ত্তিৰ আবাস
সাজিলে তোমাৰ বঙ্গালী ভাই,
এই ৰামায়ণ লেখা কবিজন,
পুথিৰ বতৰাৰ নামো নাই।
পুৰণি গৌৰৱে গৰ্বী যেই দেশ
নহয়, নাই তাৰ উন্নতি লেশ।
কত পৰিশ্ৰম কৰি কবিজন
সাজিলে মৌবাহ কেৱল বৃথায়,
আজি অসমত, ডেকাৰ মাজত,
বিচাৰি কোনো তাক খাওঁতা নাই,
বাপেকৰ নাম নজনা সন্তান,
কালে হল আহি এই মাটিখান!
পঢ়িছে মিল্টন, পঢ়ে বাইৰণ
দেখোঁ সৌ দলে সলাগ লই,
স্বজাতি অসভ্য ঘিণি হয় সভ্য
পিতাৰ পুত্ৰৰ নাই পৰিচয়,
ইৰূপ বচেৰা সন্তানৰ জ্ঞান
দিলাহে বিধতা এই মাটিখান!
ঠিক অসমীয়া মানুহ নহয়,
অসম শ্মশান নোহে কোনে কয় ?

শঙ্কৰ দেৱৰ দেখোঁ জীৱনৰ
চৰিত্ৰ কেৱল ভকতত সীমা,
চৈতন্য জীৱন জগত ঘোষণ,
শ্মশানতে লয় শঙ্কৰ মহিমা।
মাধদেউ এক সুকবি প্ৰধান,
অসভ্য দেশত জন্মি নষ্ট নাম!
"যেন ফুল প্ৰাণ হাবিত জনম
হাবিৰ বতাহে হাবিতে নাশে।"
সভ্য প্ৰদেশত জনম হেতেন
হলা হয় কেনে যশৰ ভূষণ,
কবি মহামতি, মই মূৰ্খ অতি,
নেজানো কৰিব তোমাৰ পূজন;
কৰোঁ কবিতাৰে, দুৰবল সুৰে,
চকুৰ পানীৰে এবেলি তৰ্পণ।
কুলাচল নামে কাব্য কোন জনে
কৰিলে ৰচনা কৰোহোঁ তৰ্পণ।
কুৰ্ম্মৱলী পদ, আৰু চণ্ডী পদ
ৰচিলে কোননো কবি দুইজন;
চকুৰ পানীৰে তৰ্পোহোঁ এবাৰ,
দহিলে সুনাম শ্মশানে তোমাৰ।
ই অসভ্য দেশ মনুষ্যত্ব লেশ
নাই একেবাৰে ভাৰত মাজে,
উলঙ্গ দেশৰ, কাম কি ধোবাৰ?
নোশোভে লোকক কাপোৰ সাজে।
ঠিক অসমীয়া মানুহ নহয়,
অসম শ্মশান নোহে কোনে কয়?



# পাহৰণি।

কোৱা পাহৰণি,. তোমাৰ পেটত
কতনো ৰাখিছা বুৰঞ্জী স্থমাই,
চিন্তিলে এবাৰ মৰোঁ পুৰি দেই।
কত জাতি কীৰ্ত্তি খালা গিলি হায !
ই শিল ডুখৰি কোনে কাটিছিলে
কাৰনো হাতৰ ই পুৰণি চিন ?
কোনে বান্ধিছিলে শিলৰ আবাস
পমিবা সিজাতি কত হল লীন ?
এনে কাৰিকৰী শিলত খটোৱা,
অসভ্য আছিলনে সিজাতি সিদিন।
এই অসমৰ অসভ্য জাতিৰ
পূৰ্ব্ব পুৰুষৰ হয় বা ই চিন !
এই লুপ্তচিন পুৰণি নগৰ,
বানৰ নগৰ বুলি যাক কয়,
সভ্য বলৱন্ত আছিল নৃপতি,
যেন মাতে শিলে বুলি হয় হয়।
চিন্তাৰ নিনাদে শুনিলোঁ ই ধ্বনি,
বিন্ধিলে শোকৰ জোঙাল শেলে,
প্ৰকৃতিয়ে দিয়া দেশৰ স্নেহটি
তেজ হই ঘনকৈ ধাবেৰ বলে
ই শোনিতপূৰ, দেখোঁ চাৰিপিনে,
পুৰণি হাতৰ চিনেৰে ভৰা।
নাপাওঁ বিচাৰি অকনো বুৰঞ্জী
কব কোনে কাক স্থধিম বতৰা ?
হে ভোমোৰাগুৰি নেপাওঁ বিচাৰি।
তুমি বিনা কাকো দিওঁতা উত্তৰ।
শিল খটখটি এই পুখুৰিটী,
কোনে পাতিছিলে ইয়াত নগৰ ?

গুজৰিছিলনে সভ্যতাৰ গপে,
এতিয়াৰ দৰে খলক কৰি ?
সি জাতি আছিলনে শিল্প নৈপুণ্যত।
ইহঁতৰ দৰে বৰ অহঙ্কাৰী ?
ইয়াৰ উত্তৰ কাক সুধি পাওঁ ?
কবানেহে তুমি হে ভৈৰবী আই :
ইহেন মন্দিৰ কোনে বিনাশিলে,
এই পৰ্ব্বতৰ গৌৰবকো হায় !
কোনে সাজিছিলে নামো তাৰ নাই.
নিৰদয় কাল হায় কি কঠিন !
আশাৰ প্ৰতিমা পুৰণি জাতিৰ
নেৰাখিলা হায় অলপো চিন।
কোৰাঁ শুনো কাল কোৰাঁ ৰিঙ্গিয়াই,
মনলৈ আনোহোঁ বিশ্বাস মাতি।
সভ্য বলৱন্ত পূৰ্ব্ব পিতৃ-হঁত
আছিল সিদিনা ধৰণীৰ খ্যাতি।
শুনা কাণপাতি ভ্ৰষ্ট আৰ্য্যগণ।
বতাহ মাতত আকাশী বাণী,
চাৰিওপিনে শুনোঁ বোলে হয় হয়।
ঢুপিয়াই সলাগে গছৰ ঠালি।
চিঞৰি কান্দিছে শুনা ব্ৰহ্মপুত্ৰে,
শিলনি ডৰাত নিৰলে বহি,
বিলাপে ই নদে যেই দিন পৰা
আৰ্য্যৰ গৌৰব পৰিল খহি।
শুনি ই বিলাপ কুকুৰাই কান্দিছে,
পানীৰ কাষৰ গছত পৰি,
মনৰ ঢুখেৰে, হৃদয়-বিদাৰী
আৰ্য্যৰ কাহিনী স্মৰণ কৰি।
হে মহাভৈৰব বিষাদে মলিন,
এই দেৱালয় ভগন কিয় ?

উষাৰ পূজিত, তুমি ইষ্টদেৱ,
আছিলা এদিন কুৱঁৰী প্ৰিয়।
কোৱাঁ দেৱ কোৱাঁ সুধিছোঁ এবাৰ
সুন্দৰী উষাৰ নগৰনে ই? ·
শ্ৰদ্ধা ভকতিৰে তোমাক পূজিছিলে
সদায় যতনে বানৰ জীয়ৰি।
কি কুটিল গতি নিষ্ঠুৰ কালৰ '
আজি উষা কত দেৱ পশুপতি?
লাজ নাইকিয়া আছা তুমি কিয়
লভি অপমান ইহেন দুৰ্গতি?
কেনে ৰম্যপুৰ আছিল মন্দিৰ
বেষ্টিত চৌপাশে সুন্দৰ প্ৰাচীৰ,
আজি ভগা চিনে দেখায় সবাক
শত্ৰু ইতিকিং—বেৰ ৰেখাটিৰ।
শত কাঁহ ঘণ্টা বাদ্য বাজিছিল
আইটী উষাৰ পূজাৰ বেলি,
শত ঢাক ঢোল শঙ্খ পাঞ্চজন্য
বাজিছিলে আৰু মহৰি কালি।
সোণালি পাটিত বহি সেই দিনা
পূজিছিলে তযু চৰণতল।
বেষ্টিত চৌদিকে ৰূপৱতী সখী,
পদ্মিনীক যেনে হংসিনী মণ্ডল।
কিন্তু আজি দেৱ তোমাৰ দুৰ্গতি
দেখিলে বিদৰে বিষাদে হিয়া।
কত আছে উষা, কত বাণ-ৰজা,
কাৰো ঘৰ বাৰি চিনো নাইকিয়া।
নাহিক বুৰঞ্জী কিহত বিচাৰি,
গাওঁ যশ গান প্ৰতাপী ৰজাৰ।
যাৰ অহঙ্কাৰৰ পঢ়ো ইতিহাস,
আপোন গৌৰবো পৰ অধিকাৰ!

বিচাৰয় আজি কাৰ পৰিচয় !
হাঁয় কলিকালে কিহত্ত পেলালে,
ভাৰতৰ আজি কিনো দুঃসময় !
সিদিনা ৰোমৰ ভগাচিন বিলাকে,
নিজ স্বাধীনতা আনিলে মাতি।
গ্ৰীচকো ইদৰে ই চিন বিলাকে,
লগালে সিদিনা একতাত গাতি।
তেন্তে তুচ্ছ বুলি নেভাবোঁ ই শিল,
হৃদয় মাজৰ জপৰ ধন,
কৰিব এদিন ভাৰত সন্তানে
পৰাণ প্ৰতিষ্টা ইয়াৰ সাধন।
জন্মিব সিদিনা শতেক ম্যাট্‌ছিনি
তুচ্ছ পৰি থকা শিলৰ পৰা !
শত গৰিবল্‌ডি জনম লভিব
কৰিব পোহৰ ভাৰত ধৰা ;
সিদিনা বুৰঞ্জী কৰিব উদ্ধাৰ
আছে লেখা এই শিলৰ ভিতৰ।
চিয়াহিৰে লেখা নহয় পাতত,
যুগমীয়া ইটো লেখা শোনিতৰ।
কুশিক্ষিত আজি ভাৰত সন্তানে
পঢ়িবলৈ এই বুৰঞ্জী আখৰ ;
নিচিনি অপোন পৰক সলাগে
ইহেন দুৰ্ভাগ্য হাঁয় ভাৰতৰ।
ছি ! ছি ! আশাৰ ছলনা যেন মৰিচীক
দেখিলি সপোন মিছায় কল্পনা।
জাতীয় বিদ্বেষ ৰাক্ষসী ভকত
দিওঁ ইহতক কিহেৰে তুলনা ?
নাই মিল কাৰো দুৰ্ম্মতি সন্তান,
চৌষষ্টি, পয়ষষ্টি বেলেগ জাত।
ইহেন জাতিক হাঁয় কোন দিনে

দিব একতাই সাদৰৰ মাত ?
"পাহৰণি হেৰা। তোমাৰ অনন্ত
গৰ্ভত থোৱানি এই ভাৰতক।
আন্ধাৰ সিন্ধুৰ অতল তলত
পোলোৱানি যেন সবে পাহৰোক।"

---